

# ❋ অসমৰ বৈষ্ণৱ-দৰ্শনৰ ৰূপৰেখা ❋

আচাৰ্য মনোৰঞ্জন শাস্ত্ৰী






সম্পাদক
ড° বাণীকান্ত শৰ্মা

বাণী প্ৰকাশ প্ৰাইভেট লিমিটেড
গুৱাহাটী পাঠশালা কলিকতা



প্ৰকাশক ঃ
শ্ৰীঅম্বিকাপদ চৌধুৰী
বাণী প্ৰকাশ প্ৰাইভেট লিমিটেড
পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

শাখা ঃ
পাঠশালা-৭৮১ ৩২৫
বৰপেটা
১০ কৈলাশ বোস ষ্ট্ৰীট
কলিকাতা-৭০০ ০০৬



বেটুপাত ঃ
শ্ৰীপংকজপদ চৌধুৰী
তুলি কলম
পাণবজাৰ, গুৱাহাটী-১

প্ৰকাশ ঃ ২০০২ চন

বেচ ঃ ৭৫.০০ টকা মাথোন

ছপা ঃ
মুদ্ৰণিকা
চি/৪ উদ্যোগ পাম
বামুণীমৈদাম, গুৱাহাটী-৭৮১ ০২১





# অৱতৰণিকা

অতি প্ৰাচীন কালৰেপৰা অসম সংস্কৃত ভাষা-সাহিত্যৰ চৰ্চাৰ কাৰণে বিখ্যাত। ইতিহাসৰ পাত লুটিয়ালে আমি সপ্তম শতিকাৰ মহাৰাজাধিৰাজ কুমাৰ ভাস্কৰবৰ্মাৰ ৰাজত্ব কালৰেপৰা অসম দেশত যে সংস্কৃত ভাষাৰ বেদ-বেদান্ত পুৰাণ আদি নানা শাস্ত্ৰৰ অধ্যয়ন-অধ্যাপনাৰ পৰম্পৰাৰ ধাৰাটো চলি আছিল তাৰ প্ৰমাণ পাওঁ। শিলালিপি, তাম্ৰশাসন আদিৰ উপৰিও *কালিকাপুৰাণ*, *যোগিনীতন্ত্ৰ*, স্মৃতিশাস্ত্ৰৰ নানা গ্ৰন্থ আৰু অধুনা কালত আবিষ্কৃত শিল্প-ভাস্কৰ্য আদিৰপৰা নানা শাস্ত্ৰাধ্যয়নৰ কথা সহজে অনুমান কৰিব পাৰি। প্ৰাক্‌বৈষ্ণৱ যুগৰ সংস্কৃত ভাষা নিষ্ণাত প্ৰসিদ্ধ কবি মাধৱ কন্দলীয়ে বাল্মীকি ৰামায়ণ অসমীয়া ভাষালৈ অনূদিত কৰাৰ পূৰ্বেই মহাদাৰ্শনিক পণ্ডিত কুমাৰিলভট্ট, ধৰ্মকীৰ্ত্তি আৰু প্ৰখ্যাত স্মৃতি নিবন্ধগ্ৰন্থ *আদিৰস সংহিতা*, ***মৎস্য পুৰাণ***, ***ধৰ্মপুৰাণ*** আদিৰ প্ৰণেতাসকলে সাৰস্বত-সাধনাৰে অসমৰ গৌৰৱ বৰ্দ্ধন কৰি গৈছে। তদুপৰি চতুৰ্দশ, পঞ্চদশ আৰু ষোড়শ শতিকাৰ কালছোৱাত মহা-মহোপাধ্যায় ৰাজগুৰু দামোদৰ মিশ্ৰ, মহামহোপাধ্যায় জগদ্‌গুৰু পীতাম্বৰ সিদ্ধান্তবাগীশ, মহামহোপাধ্যায় পুৰুষোত্তম বিদ্যাবাগীশ আদিৰ নিচিনা উজ্জ্বল ৰত্নৰ আৱিৰ্ভাৱ হৈছিল। দামোদৰ মিশ্ৰৰ *গংগাজলম্* আৰু পীতাম্বৰ সিদ্ধান্তবাগীশৰ ***অষ্টাদশকৌমুদী*** আদি স্মৃতি গ্ৰন্থসমূহে আজিও অসমৰ হিন্দুসমাজৰ ধৰ্ম আৰু সমাজ জীৱন নিয়ন্ত্ৰণ কৰি আছে। ষোড়শ শতিকাত মহাৰাজ নৰনাৰায়ণৰ নিৰ্দেশক্ৰমে পুৰুষোত্তম বিদ্যাবাগীশে মহামুনি পাণিনি প্ৰণীত *অষ্টাধ্যায়ী*ৰ সমকক্ষ "*প্ৰয়োগৰত্নমালা*" ব্যাকৰণ ৰচনা কৰি প্ৰভূত যশস্যা আৰু খ্যাতিৰ অধিকাৰী হৈছে। এই ব্যাকৰণখন ইমান বিজ্ঞান-সম্মত পদ্ধতিত ৰচিত যে কালক্ৰমত এই ব্যাকৰণৰ বহুতো ভাষ্য-টীকা-টিপ্পনী বিদগ্ধ পণ্ডিতসকলে ৰচনা কৰি এই ব্যাকৰণখনৰ গৌৰৱ বৰ্দ্ধন কৰাৰ উপৰিও সমগ্ৰ অসমকে ভাৰতৰ বিদ্যায়াতনিক সমাজত প্ৰতিষ্ঠিত কৰিছে।

অসমত নৱবৈষ্ণৱ ধৰ্মৰ প্ৰৱৰ্তক বৈষ্ণৱচূড়ামণি মহাপুৰুষ শংকৰদেৱ, তেওঁৰ শিষ্য মাধৱদেৱ আৰু তেওঁৰ বান্ধৱপ্ৰতিম মহাপুৰুষ দামোদৰদেৱ, হৰিদেৱ, দামোদৰদেৱৰ

শ্ৰীৰামিশ্ৰ ভট্টদেৱ প্ৰভৃতি বৈষ্ণৱ ধৰ্মাচাৰ্যসকলে দেৱভাষাৰ গ্ৰন্থসমূহকেই মূলাধাৰৰূপে গ্ৰহণ কৰি বিশাল বৈষ্ণৱ-সাহিত্যৰ সৃষ্টি কৰি অসমীয়া-ভাষা জননীৰ চৰণত পাদ্যাৰ্ঘ নিবেদন কৰি গৈছে।

ঊনবিংশ শতিকাতো অসমত সংস্কৃত ভাষা-সাহিত্যৰ চিন্তাচৰ্চা যে অব্যাহত আছিল তাৰ সাক্ষ্য বহন কৰে গুৰুকুল পদ্ধতিত প্ৰতিষ্ঠিত টোলসমূহে। তদুপৰি সেই শতিকাৰ আদিতে কামৰূপৰপৰা নবদ্বীপলৈ দৰ্শনশাস্ত্ৰ অধ্যয়ন কৰিব যোৱা পণ্ডিত লক্ষ্মীকান্ত তৰ্কালংকাৰ, পদ্মধৰ বিদ্যাবাগীশ আৰু বিশ্বনাথ তৰ্কালংকাৰ নামৰ তিনিজন ব্ৰাহ্মণ পণ্ডিতেই ১৮১৩ খ্ৰীষ্টাব্দত প্ৰকাশিত *ধৰ্মপুস্তক* নামেৰে প্ৰকাশিত বাইবেলৰ নিউ টেষ্টামেণ্টৰ ভাঙনি-গ্ৰন্থৰ ভাষা যে অসমীয়া ভাষা হয় আৰু তাক যে পঢ়ি সকলো অসমীয়াই বুজি পাব সেই কথা ঘোষণা কৰিছিল। ইয়াৰপৰা এইটো প্ৰতিপাদিত হয় যে অসমৰ সংস্কৃত ভাষা অধ্যয়নকাৰীসকলৰ লগত অসমৰ বাহিৰৰ শিক্ষাকেন্দ্ৰবোৰৰ সম্পৰ্ক আছিল।

পাশ্চাত্য শিক্ষাৰ প্ৰবাহে অসমদেশ স্পৰ্শ কৰা কালত "প্ৰাগ্‌জ্যোতিষপুৰনন্দন" আনন্দৰাম বৰুৱাই ( জন্ম খ্ৰী. ১৮৫০ মৃত্যু ১৮৮৯ ) চিভিলিয়ান স্বৰূপে নানা দুৰূহ প্ৰশাসনীয় কামত ব্যাপৃত থাকিও সংস্কৃত ভাষাৰ ব্যাকৰণ, অভিধান, নাটকৰ টীকা-ভাষ্য, আৰু সমালোচনামূলক নানা গ্ৰন্থ লিখি সংস্কৃত সাহিত্যৰ ইতিহাসত আলোড়ন সৃষ্টি কৰি অক্ষয় কীৰ্তি অৰ্জন কৰি অসম মাতৃক গৌৰৱৰ আসনত প্ৰতিষ্ঠিত কৰি গৈছে। তেওঁৰ পৰৱৰ্তী কোনো পণ্ডিতেই তেনে মহত্ত্বপূৰ্ণ কাম কৰিব পৰা নাই বুলি কলে বোধহয় অত্যুক্তি কৰা নহব।

যোৱা শতিকাৰ শেষাৰ্দ্ধত আৰু কুৰি শতিকাত অসমৰ পৰম্পৰাগত শিক্ষাসভ্যতা-সংস্কৃতি ৰক্ষাৰ কাৰণে যিসকল গুণীজ্ঞানী কৃতবিদ্য পণ্ডিতে সংস্কৃত ভাষা-সাহিত্যৰ শিক্ষ আৰু অধ্যয়নত ব্ৰতী হৈছিল সেইসকলৰ ভিতৰত মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য প্ৰাতঃ-স্মৰণীয় পুৰুষ। তেখেত আছিল এগৰাকী নানা-শাস্ত্ৰজ্ঞ পণ্ডিত। কবি আৰু অলঙ্কাৰ শাস্ত্ৰবিদৰূপে তেখেতৰ খ্যাতি অশেষ। তেখেতে পাণিনি ব্যাকৰণৰ অধ্যয়ন-অধ্যাপনাৰে দেৱভাষাৰ চৰ্চাৰ অৰ্থে মহাবাহু ব্ৰহ্মপুত্ৰৰ তীৰস্থ শুক্লেশ্বৰ মন্দিৰৰ ওচৰতে মুনিকুলাশ্ৰম বৈদিক টোল প্ৰতিষ্ঠা কৰি জীৱনৰ যথাসৰ্বস্ব দান দি গৈছে।

ধীৰেশ্বৰাচাৰ্যৰ সমসাময়িক আৰু অসংখ্য কৃতবিদ্য পণ্ডিতে দেৱভাষাৰ অধ্যয়ন-অধ্যাপনাৰে অসমত সংস্কৃত শিক্ষাৰ গৌৰৱ অক্ষুণ্ণ কৰি গৈছে।

প্ৰাচীন পৰম্পৰাগত গুৰুকুলপদ্ধতিত শিক্ষালাভ কৰা কৃতী পণ্ডিতসকলৰ শেষৰ চামৰ প্ৰতিভূস্বৰূপ পণ্ডিত আছিল আচাৰ্য মনোৰঞ্জন শাস্ত্ৰীদেৱ।

বিংশ শতিকাত পাশ্চাত্য শিক্ষা পদ্ধতিৰে শিক্ষালাভ কৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম উপাচাৰ্য পণ্ডিত কৃষ্ণকান্ত সন্দিকৈদেৱে 'প্ৰাগজ্যোতিষপুৰমণ্ডৰ' বুলি পৰিচয় দিয়া আনন্দৰাম বৰুৱাৰ পদাংক অনুকৰণ কৰি ধ্ৰুপদী সাহিত্যৰ বিজ্ঞানসন্মত গৱেষণা আৰু সমালোচনাত প্ৰবৃত্ত হৈ অসম মাতৃক প্ৰভূতভাৱে সেৱা কৰি গৈছে।

আচাৰ্য মনোৰঞ্জন শাস্ত্ৰীদেৱে অসমৰ বিভিন্ন গুৰুকুলপদ্ধতিৰ টোলত প্ৰথিতযশা পণ্ডিতসকলৰ অন্তেবাসীহৈ প্ৰয়োগৰত্নমালা ব্যাকৰণ শাস্ত্ৰ আৰু স্মৃতিশাস্ত্ৰৰ অধ্যয়ন সমাপ্ত কৰি কলিকতাৰ ৰাজকীয় সংস্কৃত মহাবিদ্যালয়ত বহুবিশ্ৰুত নানাশাস্ত্ৰ নিষ্ণাত পণ্ডিতসকলৰ পাদপ্ৰান্তত ষড়দৰ্শন আৰু ধৰ্মশাস্ত্ৰসমূহ অধ্যয়ন কৰি গভীৰ পাণ্ডিত্য আৰু তত্ত্বকথা আয়ত্ত কৰিছিল। অধ্যয়ন শেষ কৰি অধ্যাপনাকেই জীৱনৰ ব্ৰত হিচাপে গ্ৰহণ কৰিছিল যদিও বৈজ্ঞানিক দৃষ্টিভংগীৰে নানা শাস্ত্ৰ অধ্যয়ন কৰাত প্ৰবৃত্ত হৈছিল। বিশেষকৈ মনকৰিবলগীয়া কথা এই যে পৰম্পৰাগত সংস্কৃত শিক্ষাই প্ৰাচীন ভাষ্যকাৰসকলৰ টীকাটিপ্পনীৰ গভীৰ অধ্যয়ন আৰু অধ্যাপনাতে জ্ঞানপিপাসু পণ্ডিত-সকলক ব্যস্ত ৰাখিছিল, শাস্ত্ৰৰ গূঢ়াৰ্থ উপলব্ধিত তেখেতসকলে গুৰুত্ব আৰোপ কৰিছিল সঁচা, কিন্তু আধুনিক যুগৰ গৱেষণাশ্ৰিত অধ্যাপনাৰ প্ৰতি কমসংখ্যক পণ্ডিতহে মনোনিৱেশ কৰিছিল। আচাৰ্য শাস্ত্ৰীদেৱ আছিল ইয়াৰ ব্যতিক্ৰম।

শাস্ত্ৰীদেৱে শাস্ত্ৰসমূহৰ পৰম্পৰাগত অধ্যয়নত নিযুক্ত থাকিও ঐতিহাসিক দৃষ্টি-ভংগীৰে প্ৰাচীন কামৰূপৰ ধৰ্মশাস্ত্ৰৰ বিৱৰ্তনমূলক ধাৰাটোৰ আলোচনাত আত্মোৎসৰ্গ কৰিছিল আৰু সেইবোৰৰ বিশ্লেষণাত্মক আলোচনা লিখিত ৰূপত প্ৰকাশ কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। আনফালে তেখেতে অসমত মহাপুৰুষ শ্ৰীশংকৰদেৱৰ প্ৰৱৰ্তিত নৱবৈষ্ণৱধৰ্মৰ মৌলিক তত্ত্বটোৰ আলোচনা আৰু বিশ্লেষণৰ প্ৰয়োজনীয়তা বৰ গভীৰভাৱে অনুভৱ কৰিছিল আৰু সেইকাৰণেই তেখেতে নৱবৈষ্ণৱ ধৰ্মৰ লগত প্ৰাচীন পৰম্পৰাগত বৈষ্ণৱধৰ্মৰ মৌলিক সম্পৰ্ক কি তাক বিচাৰ কৰিবলৈ প্ৰবৃত্ত হৈছিল। সুদীৰ্ঘকাল অধ্যয়ন কৰি *"অসমৰ বৈষ্ণৱ-দৰ্শনৰ ৰূপৰেখা"* নামৰ গ্ৰন্থখন প্ৰণয়ন কৰি তেখেত পণ্ডিত সমাজৰ প্ৰশংসাৰ পাত্ৰ হৈছে।

মহাপুৰুষ শংকৰদেৱ আৰু মাধৱদেৱে গভীৰ নিষ্ঠাৰে বৈষ্ণৱধৰ্ম প্ৰচাৰ কৰিছিল। তেওঁলোকে সংস্কৃত ভাষাৰ ৰামায়ণ, মহাভাৰত, হৰিবংশ, গীতা, পুৰাণ-আদি নানা গ্ৰন্থৰ ভক্তিমূলক ধাৰাটো আত্মসাৎ কৰি সৰ্বসাধৰণ লোকৰ হিতৰ অৰ্থে আৰু মংগলৰ কাৰণে বৈষ্ণৱ ধৰ্মৰ তাত্ত্বিক গ্ৰন্থবোৰ সাৱলীল আৰু সুললিত পদ্যময় ৰূপেৰে আৰু নাটকীয়ৰূপেৰে জনগণৰ সন্মুখত উপস্থাপিত কৰিছিল।

এই মহাপুৰুষদ্বয়ৰ পূৰ্বকালৰ আৰু উত্তৰকালৰ যিসকল মহাপুৰুষে বৈষ্ণৱধৰ্মৰ মৰ্মবাণী প্ৰচাৰ কৰি ভক্তি ধৰ্মেৰে সমগ্ৰ ভাৰত প্লাবিত কৰিছিল সেইসকলৰ প্ৰায়বোৰেই

নিজৰ নিজৰ ধৰ্মসম্প্ৰদায়ৰ নিজৰ দাৰ্শনিক চিন্তাধাৰা প্ৰৱৰ্তনাৰ্থে *প্ৰস্থানত্ৰয়ীৰ* অৰ্থাৎ উপনিষদ, ব্ৰহ্মসূত্ৰ আৰু গীতাৰ-বিষয়ে ভাষ্যটীকা আদি প্ৰণয়ন কৰিছিল আৰু তেওঁলোকৰ স্বকীয় স্বকীয় ভাষ্যৰ আধাৰত নিজৰ নিজৰ দাৰ্শনিক মতৰ প্ৰকাশ আৰু প্ৰচাৰ কৰিছিল। ভক্তিবাদী ৰামানুজাচাৰ্য, মধ্বাচাৰ্য, বল্লভাচাৰ্য প্ৰভৃতিয়ে নিজা নিজা ভাষ্য লিখি স্ব-স্ব সম্প্ৰদায়ৰ ভেটি সুদৃঢ় কৰিছিল। বংগদেশত শ্ৰীচৈতন্যদেৱে নিজা ভাষ্য নকৰাকৈয়ে প্ৰথমতে বৈষ্ণৱধৰ্মৰ বাণী প্ৰচাৰ কৰিছিল, কিন্তু তেওঁৰ পিছৰ গৌড়ীয় বৈষ্ণৱসকলে সনাতন-প্ৰণীত *বৃহদ্ভাগৱতামৃত* আৰু *লঘুভাগৱতামৃত*, জীৱ গোস্বামীৰ *ষটসন্দৰ্ভ* আদি গ্ৰন্থক মূলাধাৰৰূপে লৈ দাৰ্শনিক মতবাদ প্ৰচাৰ কৰি গৈছে।

মহাপুৰুষ শংকৰদেৱে বা মাধৱদেৱে *প্ৰস্থানত্ৰয়ীৰ* বিষয়ে অথবা অন্য কোনো গ্ৰন্থৰ বিষয়ে ভাষ্য প্ৰণয়ন কৰি স্বমত প্ৰকাশ কৰা নাই, কিন্তু তেওঁলোকে মূলতঃ শ্ৰীমদ্ভাগৱত প্ৰমুখ্যে বৈষ্ণৱপুৰাণ আৰু শ্ৰীমদ্ভগৱদ্গীতাকেই ভক্তিমাৰ্গৰ মান্য গ্ৰন্থৰূপে গ্ৰহণ কৰি শ্ৰীধৰস্বামীকৃত ভাগৱতৰ *ভাৱাৰ্থদীপিকা* টীকাৰ আধাৰত ভক্তিমাৰ্গৰ মত প্ৰতিষ্ঠা কৰি বৈষ্ণৱধৰ্ম প্ৰচাৰ কৰিছিল। অৱশ্যে তেওঁলোকৰ নিজস্ব দাৰ্শনিক মত ক'তো অভিব্যক্ত কৰা নাই। সেইকাৰণে আচাৰ্য শাস্ত্ৰীদেৱে অসমৰ বৈষ্ণৱদৰ্শন কি তাক বেদ, উপনিষদ, দৰ্শন, পুৰাণ আদি নানা শাস্ত্ৰীয় গ্ৰন্থৰ প্ৰামাণ্যৰ সহায়ত প্ৰতিষ্ঠা কৰিবলৈ প্ৰয়াস কৰিছে।

সম্ভৱতঃ অসমৰ নৱবৈষ্ণৱ আন্দোলন সম্পৰ্কে যিবোৰ গ্ৰন্থ এই পৰ্যন্ত প্ৰকাশিত হৈছে সেইবোৰৰ ভিতৰত দাৰ্শনিক তথ্যভিত্তিক গ্ৰন্থ হিচাপে শাস্ত্ৰীদেৱে নিৰ্মাণ কৰা উল্লিখিত গ্ৰন্থখন সকলোবোৰতকৈ নিৰ্ভৰযোগ্য। গ্ৰন্থখনত তুলনাত্মক অধ্যায়নৰদ্বাৰা আৰু যুক্তিৰদ্বাৰা অসমত প্ৰচলিত প্ৰাচীন বৈষ্ণৱধৰ্ম আৰু মহাপুৰুষে প্ৰৱৰ্তন কৰা নৱবৈষ্ণৱ ধৰ্মৰ তাত্ত্বিক দিশৰ বিশ্লেষণ আৰু ব্যাখ্যা আৰু লগতে নিজস্ব মন্তব্য দৰ্শন আৰু দাৰ্শনিকসকলৰ মতবাদৰ আধাৰত উপস্থাপিত কৰি শাস্ত্ৰীদেৱে গৱেষণাৰ উজ্জ্বল নিদৰ্শন দাঙি ধৰিছে। গবেষণাৰ অৰ্থই হৈছে সত্যৰ অনুসন্ধান আৰু মূল লক্ষ্য হৈছে যুক্তিভিত্তিক সিদ্ধান্তত উপনীত হোৱা। বেদ-উপনিষদ ব্ৰাহ্মণ-আৰণ্যক-মহাভাৰত-গীতা, দৰ্শন, ভাগৱত প্ৰমুখ্যে নানা পুৰাণ আৰু ধৰ্মশাস্ত্ৰসমূহৰপৰা যুক্তিসংগত প্ৰামাণ্য উদ্ধৃত কৰি নৱবৈষ্ণৱ ধৰ্মৰ স্বৰূপ প্ৰতিষ্ঠা কৰি এই কথা প্ৰতিপন্ন কৰিছে যে ভগবান বিষ্ণুক পৰম উপাস্য দেৱতাৰূপে ৰাখি অন্যান্য দেৱদেৱীক বিষ্ণুৰেই অংগৰূপে উপাসনা কৰিলে ভক্তিৰ ব্যভিচাৰ নহয় আৰু তেনে উপাসনাৰদ্বাৰা পৰম নিৰ্গুণ ব্ৰহ্মকে উপাসনা কৰা হয়।

শাস্ত্ৰীদেৱৰ বিশ্লেষণাত্মক ব্যাখ্যাত সদায় এটা কথা পৰিস্ফুট। সেইটো হ'ল—

যুক্তিযুক্তমুপাদেয়ং বচনং বালকাদপি।
অন্যং তৃণমিব ত্যাজ্যমপ্যুক্তং পদ্মজন্মনা॥

—সক ল'বাৰ যুক্তিযুক্ত বচনো উপাদেয়, কিন্তু স্বয়ং পদ্মজন্মা ব্ৰহ্মাৰদ্বাৰা কথিত হলেও অযুক্তিকৰ বচনো তৃণৰদৰে বৰ্জনীয়।

শাস্ত্ৰীদেৱে এনে যুক্তিমূলক নীতি গ্ৰহণ কৰিছিল। যুক্তিৰ ভিত্তিত সকলো কথা বিশ্লেষণ কৰি সিদ্ধান্তত উপনীত হব পৰাতেই পাণ্ডিত্যৰ গৌৰৱ।

শাস্ত্ৰীদেৱৰ প্ৰণীত উক্ত গ্ৰন্থখন প্ৰকাশ হোৱাত বহুতো পাণ্ডিত্যাভিমানী ব্যক্তিয়ে শাস্ত্ৰীৰ বিৰুদ্ধে বিষোদ্গাৰ কৰিছিল যদিও শাস্ত্ৰীদেৱৰ অকাট্য যুক্তিৰ আধাৰত প্ৰতিষ্ঠিত সিদ্ধান্ত তেওঁলোকে নতশিৰে মানি লবলৈ বাধ্য হৈছিল। এই শ্ৰেণীৰ পাণ্ডিত্যাভিমানী বৈষ্ণৱভক্তই তেওঁলোকৰ পল্লৱগ্ৰাহী বিদ্যাৰে বৈষ্ণৱধৰ্মৰ আধাৰভূত মূল শাস্ত্ৰীয় গ্ৰন্থবোৰৰ তাত্ত্বিক আৰু মাৰ্মিক তাৎপৰ্য উপলব্ধি কৰিব নোৱাৰি শংকৰদেৱ-মাধৱদেৱ প্ৰভৃতি মহাপুৰুষসকলৰ প্ৰচাৰিত ধৰ্মৰ মূলগ্ৰন্থসমূহৰ অপব্যাখ্যা দাঙি ধৰা দেখা যায়।

শাস্ত্ৰীদেৱৰ গ্ৰন্থখনৰ সম্যক অধ্যয়নকাৰী লোকৰ সংখ্যা তেনেই তাকৰ। সোণৰ আকৰৰপৰা সোণ উলিয়াব নোৱৰাটো যেনেকুৱা কথা তেনেকুৱাকৈ উক্ত গ্ৰন্থৰ মাৰ্মিক তাৎপৰ্য উপলব্ধি কৰিব নোৱৰাটোও তেনে কথা। শাস্ত্ৰৰ মৰ্মাৰ্থ আয়ত্ত কৰিব নোৱাৰি শাস্ত্ৰক দোষ দিয়াটো পাঠকৰ অজ্ঞতাৰহে পৰিচয়। ভাৰতীয় সাহিত্যৰ ইতিহাস প্ৰণেতা বিখ্যাত জাৰ্মান সমালোচক উইন্‌টাৰনিৎসে বৈদিক মন্ত্ৰবোৰৰ অৰ্থবোধ কৰিব নোৱৰা পণ্ডিত শ্ৰেণীয়ে বেদবোৰ অৰ্থহীন বাক্‌সমষ্টি বুলি অভিহিত কৰাত তেওঁলোকক উদ্দেশ্য কৰি কৈছিল—অন্ধলোকে খুটাত খুন্দা মৰাটোত খুটাটোৰ দোষ নাই, ই হৈছে অন্ধৰ অন্ধত্বৰ দোষ। সেইদৰে মহাপুৰুষ শংকৰ, মাধৱ প্ৰভৃতিয়ে প্ৰণয়ন কৰা গ্ৰন্থসমূহৰ অৰ্থবোধ কৰিব নোৱৰাটোৱে আৰু তেওঁলোকে প্ৰৱৰ্তন কৰা ধৰ্মৰ তত্ত্বকথা উপলব্ধি কৰিব নোৱৰাটোৱে কেৱল অজ্ঞসকলৰ অজ্ঞতাৰেই সূচনা কৰে। শাস্ত্ৰীদেৱে 'ৰসঃ বৈ সঃ' আনন্দময় ভগবান পৰমেশ্বৰৰ উপাসনাৰ অৰ্থে আৰ্য ঋষিসকলে কৈ যোৱা কথাৰ আধাৰতেই মহাপুৰুষে প্ৰৱৰ্তন কৰা ধৰ্মৰ তত্ত্ব স্পষ্টভাষাৰে ধৰ্মজিজ্ঞাসুসকলৰ উপকাৰৰ অৰ্থে উপস্থাপিত কৰিছে।

গ্ৰন্থখনৰ সম্পাদনা কৰোঁতে মূলবিষয়বস্তুৰ কোনো পৰিৱৰ্তন সাধন কৰা নাই আৰু পৰিৱৰ্তন কৰাৰ যোগ্যতাও মোৰ নাই। ১৯৫৪ খ্ৰীষ্টাব্দতেই গ্ৰন্থখনৰ প্ৰথম সংস্কৰণ ওলাইছিল। তেতিয়াৰ ছপাশালৰ ভূতটোৱে গ্ৰন্থখনৰ ভিতৰত যিবোৰে দৌৰাত্ম্য কৰিছিল সেইবোৰ এই দ্বিতীয় সংস্কৰণত সৰ্বতোভাৱে দূৰ কৰিবলৈহে প্ৰযত্ন কৰা হৈছে।

তদুপৰি পঢ়ুৱৈসকলে যাতে সহজে গ্ৰন্থখনৰ বিষয়বস্তু ভালদৰে আয়ত্ত কৰিব পাৰে তাৰ কাৰণে "বৈষ্ণৱধৰ্মৰ ক্ৰমবিকাশ" শীৰ্ষক এটি প্ৰবন্ধ যুগুত কৰি তাত বৈষ্ণৱধৰ্মৰ ঐতিহাসিক ক্ৰমগতি আৰু ভক্তিমাৰ্গৰ প্ৰগতিৰ বিষয়ে থূলমূল আভাস এটা দাঙি ধৰা হৈছে।

গ্ৰন্থখনৰ সম্পাদনা কাৰ্যৰ দায়িত্ব বহন কৰি গুৰুকল্প আচাৰ্য মনোৰঞ্জন শাস্ত্ৰীৰ শ্ৰীচৰণযুগলত ভক্তিৰ অৰ্ঘ্য নিবেদন কৰিবলৈ পাই নিজকে ধন্য মানিছোঁ। লগতে প্ৰকাশক শ্ৰদ্ধাভাজন শ্ৰীঅম্বিকাপদ চৌধুৰীদেৱক মোৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ।

শ্ৰীবাণীকান্ত শৰ্মা



# বৈষ্ণৱ ধৰ্মৰ ক্ৰমবিকাশ

সৃষ্টিৰ আদিম পুৱাৰেপৰা জীৱশ্ৰেষ্ঠ মানুহে এই বিশ্বজগতখনৰ নো উৎপত্তি কেনেকৈ হ'ল, প্ৰাকৃতিক জগতখনৰ পৰিদৃশ্যমান বস্তুবোৰ নো কেনেকৈ হ'ল, মৃত্যুনো কিয় হয়, জীৱন আৰু মৃত্যুৰ নো সম্পৰ্ক কি ইত্যাদি নানা কৌতুহলোদ্দীপক বিষয়ৰ ৰহস্য উদ্‌ঘাটন কৰিবলৈ প্ৰয়াস কৰি আহিছে। মানৱ মনৰ এনে চিন্তাৰ নিদৰ্শন পৃথিৱীৰ প্ৰাচীনতম সাহিত্য বেদতেই পোৱা যায়। বৈদিক যুগত আৰ্য ঋষিসকলক প্ৰকৃতিৰ বৈচিত্ৰ্যময় ৰূপে যিদৰে অভিভূত কৰিছিল সেইদৰে প্ৰকৃতিৰাজ্যত সংঘটিত হৈ থকা ধুমুহা, বতাহ, অতিবৃষ্টি, শিলাবৃষ্টি, বানপানী আদিৰ নিচিনা প্ৰলয়ংকৰী পৰিৱেশৰ প্ৰতিকূলতাইও তেওঁলোকক ভয়বিহ্বল কৰি তুলিছিল। এনে পৰিস্থিতিত ঋষিসকল ব্যাকুল হৈ এনে পৰিস্থিতিৰপৰা পৰিত্ৰাণ পোৱাৰ উপায়ৰ অন্বেষণত মনোনিৱেশ কৰিছিল। তেওঁলোকৰ মনত বিশ্বাস উপজিল—কোনো এক অদৃশ্য শক্তিৰদ্বাৰা প্ৰাকৃতিক জগতৰ সকলোবোৰ কাৰ্য পৰিচালিত হয়। প্ৰকৃতি ৰাজ্যৰ প্ৰতিটো পদাৰ্থৰে অন্তৰালত একো একোজন অধিষ্ঠাত্ৰী দেৱতা থকা বুলি তেওঁলোকৰ বিশ্বাস উপজিছিল। সহজ কথাত সেই অদৃশ্য শক্তিৰ এক এক বিশেষ অভিব্যক্তিক তেওঁলোকে দেৱতা বুলি অভিহিত কৰিছিল। এই দেৱতাসকলৰ অনুগ্ৰহ অবিহনে তেওঁলোকৰ জীৱনযাত্ৰা অসম্ভৱ বুলি ভাবিয়েই তেওঁলোকে দেৱতাসকলক নানাভাৱে স্তুতি-প্ৰাৰ্থনা কৰিছিল। দেৱতাসকলক স্তুতি-প্ৰাৰ্থনা কৰি তেওঁলোকে যিদৰে নানা বিপদ-আপদৰপৰা পৰিত্ৰাণ পোৱাৰ আশা পোষণ কৰিছিল সেইদৰে সেই দেৱতাসকলকে স্তুতি কৰি ঐশ্বৰ্য, ধন-সম্পদ, পুত্ৰভাৰ্যা আদি লাভৰ আকাংক্ষাও কৰিছিল। মুঠতে আৰ্য ঋষিসকলে বিশ্বপ্ৰকৃতিৰ বুকুত য'তে য'তে শক্তিৰ উৎস থকা বুলি অনুভৱ কৰিছিল তাতেই দেৱত্ব আৰোপ কৰি সেই শক্তিক দেৱতা আখ্যা দি স্তুতি কৰিছিল। আকাশে-বতাহে, জলেস্থলে, স্বৰ্গ-মৰ্ত্য সকলোতে এই দেৱতাসকল বাস কৰা বুলি কল্পনা কৰিছিল। অগ্নি, বৰুণ, ইন্দ্ৰ, মৰুৎ, উষা, আদি তেওঁলোকৰ কল্পিত দেৱতা। অগ্নিত আহুতি দি বিভিন্ন দেৱতাক স্মৰণ কৰি নানা প্ৰাৰ্থনা কৰা হৈছিল। প্ৰাৰ্থনাৰ উদ্দেশ্য আছিল বিপদৰপৰা মুক্ত হোৱা আৰু ধন-ঐশ্বৰ্য-বিভূতি লাভকৰা।

বাসস্থান ভেদে বেদৰ দেৱতাসকলক তিনিটা শ্ৰেণীত বিভক্ত কৰা হৈছিল ঃ—ভূলোকৰ দেৱতা, অন্তৰীক্ষ লোকৰ দেৱতা আৰু দ্যুলোকৰ দেৱতা। অগ্নি, অপ্, পৃথিৱী, সোম প্ৰভৃতি ভূলোকৰ দেৱতা, ইন্দ্ৰ, বায়ু, মৰুৎ, ৰুদ্ৰ, পৰ্জন্য আদি অন্তৰীক্ষলোকৰ দেৱতা, আৰু সূৰ্য, মিত্ৰ, বৰুণ দ্যো, পূষা, সবিতা, আদিত্য, অশ্বিনীদ্বয়, উষা, ৰাত্ৰি প্ৰভৃতি দ্যুলোকৰ দেৱতা। এই তিনিটা শ্ৰেণীৰ একো একোজন দেৱতা প্ৰধান আৰু সেই শ্ৰেণীৰ দেৱতাসকল তেওঁৰেই ভিন ভিন অভিব্যক্তি মাথোন। এই দেৱতাসকলৰ সুনিৰ্দিষ্ট মূৰ্তি কল্পিত নহলেও বৰ্ণন বৈশিষ্ট্য আৰু অভিব্যক্তিক লৈ এই সকলোবোৰেই দেৱতাৰূপে উপাস্য আৰু মান্য।

দেৱতাসকলৰ স্তুতিপ্ৰাৰ্থনাৰ অৰ্থে অনুষ্ঠিত যাগ যজ্ঞাদি অনুষ্ঠানৰ মাজেৰেই বৈদিক যুগত ধৰ্মবোধ জাগ্ৰত হৈছিল আৰু এই ধৰ্মমতকেই সমালোচকসকলে "বহুদেৱবাদ" বুলি অভিহিত কৰিছে। কিন্তু বেদ কেৱল আনুষ্ঠানিক ধৰ্মগ্ৰন্থই নহয়, বেদত দাৰ্শনিক মতবাদৰ বীজো অংকুৰিত হৈছিল। ঋষিসকল যদিও বহু দেৱতাৰ অস্তিত্বত বিশ্বাসী আছিল তথাপি ঋগ্বেদৰ কোনো কোনো ঠাইত স্তূয়মান দেৱতা সকলোতকৈ প্ৰধান দেৱতাস্বৰূপে পৰিগণিত হৈছে, যেন অন্যান্য দেৱতাৰ স্থান গৌণ। বেদত উদিত হোৱা এই মনোভাৱক মেক্সমূলাৰে Henotheism বুলি অভিহিত কৰিছে। ঋগ্বেদৰ দশম মণ্ডলৰ হিৰণ্যগৰ্ভ সুক্তত এই মনোভাব পৰিস্ফুট।

> হিৰণ্যগৰ্ভঃ সমৱৰ্ত্তাগ্ৰে
> ভূতস্য জাতঃ পতিৰেক আসীৎ।
> স দাধাৰ পৃথিৱীং দ্যামুতেমাং
> কস্মৈ দেৱায় হবিষা বিধেম ॥ *[ঋগ্বেদ সংহিতা ১০।১২১]*

অৰ্থাৎ সৰ্বপ্ৰথম কেৱল হিৰণ্যগৰ্ভ বিদ্যমান আছিল, তেওঁ জন্মিয়েই সৰ্বভূতৰ অদ্বিতীয় অধীশ্বৰ হ'ল। তেৱেঁই পৃথিৱী আৰু আকাশক স্বস্থানত স্থাপিত কৰিলে। কোন দেৱতাক হব্যৰদ্বাৰা পূজা কৰিম?

কিন্তু তত্ত্বদৰ্শী ঋষিসকলৰ চিন্তা ইয়াতেই সীমিত নহ'ল, তেওঁলোকে ইয়াতকৈও কিবা মূলীভূত শক্তি থকা বুলি চিন্তা কৰিবলৈ ধৰিলে আৰু তেওঁলোকৰ মনত প্ৰতিভাত হ'ল এক সৰ্বশক্তিময় সত্তাৰ, ইয়াতেই আৰম্ভ হ'ল "একেশ্বৰবাদ"। তত্ত্বদৰ্শী ঋষিয়ে দৰ্শন কৰিলে সেই সৰ্বময় শক্তি ঃ

> অহং ৰুদ্ৰেভিৰ্বসুভিশ্চৰাম্যহমাদিত্যৈৰুত বিশ্বদেৱৈঃ।
> অহং মিত্ৰাবৰুণোভা বিভৰ্ম্যহমিন্দ্ৰাগ্নী অহমশ্বিনোভা ॥ ইত্যাদি
> *[ঋগ্বেদ সংহিতা ১০।১২৫]*

অৰ্থাৎ মই ৰুদ্ৰ আৰু বসুসকলৰ লগত বিচৰণ কৰোঁ, মই আদিত্য আৰু সকলো দেৱতাৰ

অন্তৰ্ভুক্ত থাকোঁ, ময়েই মিত্র-বৰুণ উভয়কে ধাৰণ কৰোঁ, ময়েই ইন্দ্ৰ, অগ্নি আৰু অশ্বিনীদ্বয়ক অবলম্বন কৰোঁ।

এইদৰে এই গোটেই সূক্তটোত্তে বক্তাই নিজে সৰ্বনিয়ন্তা আৰু সৰ্বনিৰ্মাতা বুলি পৰিচয় দিছে—অৰ্থাৎ তেওঁৱেই ঈশ্বৰ এই ভাৱনা প্ৰকট কৰিছে।

সেইদৰে ঋগবেদৰ দশম মণ্ডলত ৮১ আৰু ৮২ সূক্তত তেৱেঁই বিশ্বকৰ্মা ৰূপে আৱিৰ্ভূত হোৱাৰ উল্লেখ আছে।

থূলমূলভাৱে একেশ্বৰবাদত ঈশ্বৰ বিশ্বৰ স্ৰষ্টা আৰু নিয়ন্ত্ৰক; বিশ্বৰ বাহিৰত তেওঁৰ অৱস্থিতি, তেওঁক ব্যক্তিত্ব বিশিষ্ট বুলি ধাৰণা কৰা হৈছে— তেৱেঁই পৰমশক্তি বা পৰমেশ্বৰ বা পৰমব্ৰহ্ম। তেওঁকেই বিভিন্ন দৃষ্টিভংগীৰে বিভিন্ন নামেৰে অভিহিত কৰা হৈছে।

ঋগ্‌বেদৰ কোনো কোনো সূক্তত ব্ৰহ্মবাদৰো বীজ অংকুৰিত হোৱা দেখা যায়। সৃষ্টিৰ ৰহস্য উদ্‌ঘাটন জিজ্ঞাসু তত্ত্বদৰ্শী ঋষিৰ মনত চিন্তাৰ অবাধিত উৰ্মিমালা তেতিয়াও স্তব্ধ হোৱা নাছিল। স্ৰষ্টাৰ অন্বেষণত ঋষিয়ে গাইছিল—

> কো অদ্ধা ৱেদ ক ইহ প্ৰ ৱোচৎকুত আজাতা কুত ইয়ং ৱিসৃষ্টিঃ।
> অৰ্ৱাগ্‌ দেৱা অস্য ৱিসৰ্জনেনাথা কো ৱেদ যত আৱভূৱ ॥
> ইয়ং ৱিসৃষ্টিৰ্যত আৱভূৱ যদি ৱা দধে যদি ৱা ন।
> যো অস্যাধ্যক্ষঃ পৰমে ৱ্যোমণ্‌ সো অঙ্গ ৱেদ যদি ৱা ন ৱেদ ॥

*[ঋগ্‌ৱেদ সংহিতা ১০।৬-৭]*

অৰ্থাৎ কোনেই বা প্ৰকৃতক জানে? কোনেই বা বৰ্ণনা কৰিব? ক'ৰপৰা জন্মিল? ক'ৰপৰা এই সকলো বিভিন্ন বস্তুৰ সৃষ্টি হ'ল? দেৱতাসকল এই নানা সৃষ্টিৰ পিছত উদ্ভৱ হৈছে। ক'ৰপৰা যে হ'ল তাক জানেই বা কোনে? এই নানা সৃষ্টি যে ক'ৰপৰা, কাৰপৰা হ'ল, কোনোবাই সৃষ্টি কৰিছে নে কৰা নাই তাক সেই তেৱেঁই জানে, যিজন এই সকলোৰে অধ্যক্ষ বা অধিপতি ৰূপে পৰমধামত বিদ্যমান আছে। অথবা তেৱেঁা নাজানিব পাৰে।

উল্লিখিত উক্তিৰপৰা এই ভাব স্পষ্ট হৈ পৰে যে ঋষিসকলে প্ৰকৃতিৰ যিবোৰ কাৰ্য আৰু মনোৰম বৈচিত্ৰ্যময় সৌন্দৰ্যৰ অধিষ্ঠাত্ৰী দেৱতাৰ পূজা-অৰ্চনাৰ ব্যৱস্থা কৰিছিল, তেওঁলোকো আদি দেৱতা নহয়, তেওঁলোকো আনৰদ্বাৰা সৃষ্ট অৰ্থাৎ কাৰ্য মাত্ৰ। এইবোৰৰ কাৰণ কোন? আদি কোন?—এই প্ৰশ্নৰ উত্তৰ দিয়াটো মানুহৰ পক্ষে সম্ভৱ নহয়; ঋষিসকলে তাকেই স্বীকাৰ কৰিছে।

ঋগ্‌বেদৰ কোনো কোনোঠাইত সৰ্বেশ্বৰবাদৰ ধাৰণাও সূচিত হৈছে। ঋগ্‌বেদৰ প্ৰথম মণ্ডলৰ ৮৯ সংখ্যক সূক্তৰ দশম মন্ত্ৰত কোৱা হৈছে: অদিতি আকাশ, অদিতি

অন্তৰীক্ষ, অদিতিমাতা, তেওঁ পিতা, তেওঁ পুত্ৰ, তেওঁ সকলো দেৱ, অদিতি পঞ্চলোক, অদিতি জন্ম আৰু জন্মৰ কাৰণ।

এতেকে দেখা যায় যে বৈদিক যুগতে ঋষিসকলে এই পৰমসত্য উপলব্ধি কৰিছিল যে বিশ্বজগত কোনো এক নৈৰ্ব্যক্তিক মহাশক্তিৰ দ্বাৰা পৰিচালিত ;—ঈশ্বৰ সমুদায় জগতত সৰ্বব্যাপকৰূপে বিদ্যমান, সমুদায় জগত তেওঁৰ ভিতৰতেই অনুপ্ৰৱিষ্ট ; তেৱেঁই সৰ্বেসৰ্বা ; সমগ্ৰ বিশ্বজগত তেওঁৰেই লীলা। এই মহাশক্তিয়েই পুৰুষ, আত্মা, সৎ আদি বিভিন্ন নামেৰে অভিহিত।

ঋগ্‌বেদৰ প্ৰথম মণ্ডলত মন্ত্ৰদ্ৰষ্টা ঋষিয়ে গাইছে –

একং সদ্ বিপ্ৰা বহুধা বদন্তি
অগ্নিং যমং মাতৰিশ্বানমাহুঃ ॥ *[ঋগ্‌বেদ ১।১৬৪।৪৬]*

অৰ্থাৎ—এই অখণ্ড অব্যাকৃত সৎ ব্ৰহ্মক বিপ্ৰসকলে বহুপ্ৰকাৰ নামেৰে অভিহিত কৰে, যেনে অগ্নি, যম, মাতৰিশ্বা ( বায়ু ) ইত্যাদি।

ব্ৰহ্ম এক এই চিন্তাধাৰাৰ পূৰ্ণ বিকাশ ঘটিছে বেদৰ উপনিষদ ভাগত। উপনিষদৰ যুগত পৰমাৰ্থ জিজ্ঞাসু ঋষিসকলে এক পৰম শক্তিৰ অন্বেষণত অগ্ৰসৰ হৈ প্ৰাৰ্থনা জনাইছে যেন বিশ্বস্ৰষ্টাই তেওঁলোকক এনে ধীশক্তি প্ৰদান কৰে যাৰদ্বাৰা তেওঁলোকে বিশ্বস্ৰষ্টাৰ বৰেণ্য প্ৰকাশময় ৰূপৰ ধাৰণা কৰিব পাৰে—"ধিয়ঃ যো নঃ প্ৰচোদয়াৎ।" ঋষিসকলে এই পৰমাৰ্থিক জিজ্ঞাসাৰ অন্তত এক সৰ্বব্যাপক প্ৰচ্ছন্ন শক্তিৰ সত্তা উপলব্ধি কৰিব পাৰিছে—সকলো মানুহ, সকলো জীৱ, সকলো বস্তুতেই এই প্ৰচ্ছন্ন শক্তি বিৰাজমান –সেই শক্তি সৰ্বত্ৰ বিদ্যমান; সেই শক্তিক প্ৰাৰ্থনা জনাইছে এইদৰে—

যো দেৱোঽগ্নৌ যোঽপ্‌সু
যো বিশ্বং ভুৱনমাৱিৱেশ
যো ওষধিষু যো বনস্পতিষু
তস্মৈ দেৱায় নমোনমঃ। *[শ্বেতাশ্বতৰোপনিষদ্ ২।১৭]*

সেই পৰম প্ৰচ্ছন্ন শক্তিকেই তেওঁলোকে ব্ৰহ্ম বুলি অভিহিত কৰিছে।

ইয়াতেই আৰম্ভ হ'ল প্ৰকৃতাৰ্থত ভাৰতীয় দৰ্শনৰ। উপনিষদৰ পৰৱৰ্ত্তী কালত ব্ৰহ্মজিজ্ঞাসাৰ ধাৰাৰ এটি ৰূপান্তৰ সংঘটিত হ'ল। উপনিষদত ব্ৰহ্মজিজ্ঞাসা আৰম্ভ হৈছিল বিশুদ্ধ কৌতূহল চৰিতাৰ্থ কৰাৰ কাৰণে। কিন্তু যেতিয়া কৰ্মফল ভোগ আৰু তাৰ কাৰণে জন্মান্তৰৰ বন্ধনৰৰ চিন্তা সংস্কাৰৰূপে পৰিগণিত হ'ল তেতিয়াই জন্মবন্ধন দুঃখময়, সুখকৰ নহয় এই মত প্ৰতিষ্ঠিত হ'ল। গতিকে ভৱবন্ধন বা জন্মবন্ধনৰ-পৰা পৰিত্ৰাণ বা মুক্তি পোৱাৰ প্ৰবল আকাংক্ষা পৰিস্ফুট হৈ উঠিল। সেই মুক্তি লাভৰ

উপায়স্বৰূপে জ্ঞান মাৰ্গৰ আশ্ৰয় গ্ৰহণ কৰা হ'ল। ইয়াতে আৰম্ভ হ'ল বিভিন্ন দৰ্শনৰ-হিন্দুৰ ষড়দৰ্শন, বৌদ্ধ আৰু জৈন দৰ্শন।

বৌদ্ধ আৰু জৈন দৰ্শন ঈশ্বৰ সম্বন্ধে নীৰৱ। মীমাংসা, বেদান্ত, সাংখ্য যোগ, ন্যায়,বৈশেষিক এই ছয় দৰ্শনে বেদৰ প্ৰামাণ্য স্বীকাৰ কৰে কাৰণে এই কেইখনক আস্তিক দৰ্শন বোলে। সাংখ্য আৰু মীমাংসা দৰ্শনে ঈশ্বৰক বিশ্বস্ৰষ্টাৰূপে স্বীকাৰ নকৰিলেও বেদৰ প্ৰামাণ্য স্বীকাৰ কৰে কাৰণে এই দুখন আস্তিক দৰ্শনৰ শ্ৰেণীভুক্ত হৈছে। আনফালে ন্যায় আৰু যোগদৰ্শনত ঈশ্বৰৰ উল্লেখ আছে যদিও ঈশ্বৰৰ কৰ্তৃত্ব পূৰ্ণ ৰূপত প্ৰতিষ্ঠিত হোৱা নাই। বেদৰ প্ৰামাণ্য স্বীকাৰ নকৰা কাৰণেই চাৰ্বাক, বৌদ্ধ আৰু জৈন দৰ্শন নাস্তিক দৰ্শনৰূপে খ্যাত।

আস্তিক দৰ্শনসমূহৰ চৰম লক্ষ্য হৈছে—অনুভূতি আৰু চিন্তালব্ধ জ্ঞান অনুসৰি মানৱ জীৱনটোক সুনিৰ্দিষ্ট সুস্থিৰ পথেৰে পৰিচালিত কৰি মহত্তৰ আৰু উচ্চতৰ স্তৰলৈ উন্নীত কৰি মুক্তিৰ পথত আগবঢ়াই নিয়া।

দৰ্শনৰ পাৰমাৰ্থিক জ্ঞান লাভৰ চিন্তাধাৰাই সৰ্বসাধাৰণ মানুহৰ কৌতূহল নিবাৰণ কৰিব নোৱাৰাৰ ফলত মনীষীসকলে সুদীৰ্ঘ চিন্তাৰ পথত আৰু আগবাঢ়িব ধৰিলে; তেওঁলোকৰ হৃদয় আকাশত উদ্ভূত হ'ল এক পৰম শক্তিমান ঈশ্বৰৰ ব্যক্তিসত্তাময়ৰূপ আৰু সেই ব্যক্তিৰূপী ঈশ্বৰৰ চৰণত ভক্তি নিবেদন কৰিব পাৰিলেই পৰম আনন্দ লাভৰ বাসনা পূৰ্ণ হয়। শ্বেতাশ্বতৰ উপনিষদত তত্ত্বদৰ্শীৰ দৃষ্টিত প্ৰতিভাত হ'ল —

যস্য দেৱে পৰা ভক্তিৰ্যথা দেৱে তথা গুৰৌ।

তস্যৈতে কথিতা হ্যৰ্থাঃ প্ৰকাশন্তে মহাত্মনঃ প্ৰকাশন্তে মহাত্মনঃ। [শ্বে. উ. ৬।২৩]

ইয়াৰ সৰলাৰ্থ এই—যাৰ পৰমেশ্বৰত অচলা ভক্তি আছে আৰু অনুৰূপ ভক্তি গুৰুৰ প্ৰতিও আছে উপনিষদত উল্লিখিত এই সকলো বিষয় এনে ধৰণৰ মহাত্মাৰ ওচৰতেই প্ৰকাশিত হয়। ইয়াতেই আৰম্ভ হ'ল ভক্তিমাৰ্গ—ইয়াতেই "ভক্তি" শব্দৰ উল্লেখ উপনিষদত প্ৰথমবাৰৰ কাৰণে হৈছে; যি পুৰাণৰ যুগত ঈশ্বৰ প্ৰাপ্তিৰ প্ৰকৃত সাধন মাৰ্গ বুলি যাৰম্বাৰ প্ৰচাৰিত হৈছে।

এতেকে দেখা গ'ল ভাৰতৰ দাৰ্শনিক চিন্তাধাৰাই চাৰিটা প্ৰধান স্তৰৰ মাজেৰে গতি কৰিছে: (১) বেদৰ সংহিতা অংশত বহুদেৱবাদৰ প্ৰাধান্য, (২) বেদৰ উপনিষদ অংশত ব্ৰহ্মবাদ বা সৰ্বেশ্বৰবাদ, (৩) ষড়দৰ্শনৰ যুগত জ্ঞান মাৰ্গৰে মুক্তি সাধন আৰু (৪) পুৰাণৰ যুগত ব্যক্তিৰূপী ঈশ্বৰক ভিত্তি কৰি ভক্তিবাদ।

ব্যক্তিৰূপী ভগবান বিষ্ণুৰ উপাসনাৰ মাধ্যমেৰেই ভক্তিবাদৰ আৰম্ভ। বিষ্ণু বৈদিক দেৱতা। ঋগ্‌বেদত বিষ্ণুক দ্যুলোকৰ দেৱতা আদিত্যসকলৰ এজন বুলি ধৰা

হৈছে। বিষ্ণু শব্দটো "বিষ্ঌ ব্যাপ্তৌ" অৰ্থাৎ ব্যাপ্ত হৈ থকা অৰ্থবোধক 'বিষ্‌ঌ' ধাতুৰ লগত "নুক্" প্ৰত্যয় সংযোজিত কৰি নিষ্পন্ন কৰা হৈছে। কোনো কোনোৱে "বিশপ্ৰবেশনে" অৰ্থাৎ প্ৰবেশ কৰা অৰ্থবোধক 'বিশ্' ধাতুৰপৰাও "বিষ্ণু" শব্দৰ ব্যুৎপত্তি দেখুৱাইছে। তৈত্তিৰীয় উপনিষদত আছে, "সৃষ্টি কৰি তেওঁ পিছত তাতেই প্ৰবেশ কৰিলে।" পদ্মপুৰাণত বিষ্ণুক প্ৰকৃতিত ব্যাপ্ত ঈশ্বৰ বোলা হৈছে—"স এব ভগৱান্ বিষ্ণুঃ প্ৰকৃত্যাম্ আৱিৱেশহ"। আকৌ আছে—

যস্মাদ্বিশ্বমিদং সৰ্বং তস্য শক্ত্যা মহাত্মনঃ
তস্মাদেৱোচ্যতে বিষ্ণুৰ্বিশধাতোঃ প্ৰৱেশনাৎ ॥ *[বিষ্ণুপুৰাণ]*

মুঠতে বিষ্ণুৱে সমগ্ৰ বিশ্বতে পৰিব্যাপ্ত হৈ সমগ্ৰ বিশ্বখন তেৱেঁই নিয়ন্ত্ৰণ কৰিছে—এই ভাব ভাৰতীয় ধৰ্মৰ ধাৰাত স্বীকৃত হৈছে।

বিষ্ণুৰ অসীম শক্তিৰ কথা ঋগ্‌বেদতেই প্ৰথম উল্লেখ কৰা হৈছে। পুৰাণত বৰ্ণিত বিষ্ণুৰ বামন অৱতাৰৰ মূল উৎস ঋগ্‌বেদ। ভগবান বিষ্ণুৱে বামন অৱতাৰৰূপে ভূতলত অৱতীৰ্ণ হৈ মাত্ৰ তিনিটা খোজেৰে ত্ৰিভুৱন ব্যাপ্ত কৰি বলিক পৰাভূত কৰাৰ কাহিনী আছে। এই কাহিনীৰ মূল উৎস ঋগ্‌বেদৰ বিষ্ণু সূক্ত। বেদৰ মধ্যাহ্ন মাৰ্তণ্ডৰ (দুপৰীয়াৰ সূৰ্যৰ) নাম বিষ্ণু। দুপৰীয়াৰ সূৰ্যৰ আকাৰ ক্ষুদ্ৰতম। বামন ৰূপৰ আকৃতিও ক্ষুদ্ৰ। সূৰ্যৰ এই ক্ষুদ্ৰ আকৃতি হৈছে বামন ৰূপ। মধ্যাহ্নৰ সূৰ্যৰ আকাৰ ক্ষুদ্ৰ হলেও প্ৰতাপত প্ৰচণ্ড। সেইদৰে বামন অৱতাৰত বাহ্যতঃ ক্ষুদ্ৰ ৰূপ পৰিগ্ৰহণ কৰিলেও প্ৰতাপত অদ্বিতীয়-অখণ্ড। "ইদং বিষ্ণুৰ্বিচক্ৰমে ত্ৰেধা-নিদধে পদম্" —ঋগ্‌বেদৰ এই বিষ্ণুমন্ত্ৰৰ ব্যাখ্যাকৰ্তাসকলে অৰ্থ উপস্থাপিত কৰিছে এইদৰে—প্ৰথম পদক্ষেপ হৈছে উদয়কালত উদয়াচলত, দ্বিতীয় পদক্ষেপ হৈছে মধ্যাহ্ন সময়ত যেতিয়া মাজ আকাশত সূৰ্যই বিৰাজ কৰে, আৰু তৃতীয় পদক্ষেপ হৈছে অস্তাচলত। এইদৰে তিনিটা খোজত সূৰ্যই সমগ্ৰ ভুবন আয়ত্ত কৰে। সেইকাৰণেই বিষ্ণুৰ আন এটা নাম হৈছে ত্ৰিবিক্ৰম। কোনো কোনো ব্যাখ্যাকাৰৰ মতে বিষ্ণুৱে তেওঁৰ তিনিটা পদক্ষেপৰ সহায়েৰে তেওঁ ভূলোক সৃষ্টি কৰিছিল, দ্যুলোক ধাৰণ কৰিছিল আৰু পৃথিৱীক দৃঢ়সংলগ্ন কৰিছিল। দুটা পদক্ষেপহে মানুহৰ দৃষ্টিগোচৰ হয়; কিন্তু তৃতীয়টো দৃষ্টিৰ অগোচৰ "পৰমপদ"—যাক একমাত্ৰ সূৰিসকলেহে দেখিবলৈ পায়—এই পৰমপদত ধাৰ্মিকসকলেহে সুখেৰে বাস কৰে আৰু ইয়াতেই অমৃতৰ নিজৰা বা শাশ্বত আনন্দ বিৰাজমান। শাকপুণি নামৰ প্ৰাচীন নৈৰুক্তৰ মতে বিষ্ণুৰ তিনিটা পদক্ষেপ পোহৰৰ তিনিটা ৰূপৰ প্ৰতীক—পৃথিৱীত অগ্নি, অন্তৰীক্ষত বিদ্যুত আৰু স্বৰ্গত সূৰ্য; ঔৰ্ণনাভ নামৰ আন এজন নৈৰুক্তৰ মতে ব্যাপনশীল বিষ্ণু সূৰ্যৰ বাহিৰে অন্য একো

নহয় ; এই তিনিটা পদক্ষেপ প্ৰাতঃকাল, মধ্যাহ্নকাল আৰু সায়াহ্ন কালৰ সূৰ্যৰ প্ৰতীক।

বেদৰ বহুদেৱৱাদৰ সময়ত অসংখ্য দেৱতাৰ মাজত বিষ্ণুৰ প্ৰাধান্য অগ্নি, ইন্দ্ৰ আদিৰ নিচিনা নাছিল। বেদত বিষ্ণুক ইন্দ্ৰৰ সহায়কাৰী বিশিষ্ট বন্ধুৰূপে পোৱা যায় ; বৃত্ৰাসুৰৰ লগত হোৱা যুদ্ধত ইন্দ্ৰৰ সহায়ক। বিষ্ণুক তত্ত্বদৰ্শী ঋষিসকলে নানা ধৰণে প্ৰাৰ্থনা কৰা দেখা যায়। বিষ্ণুৰ অনুগ্ৰহশীল চৰিত্ৰৰ বৰ্ণনা কৰিছে এইদৰে—

> নূ মৰ্ত্তো দয়তে সনিষ্যন্যো ৱিষ্ণৱ উৰুগায়ায় দাশৎ।
> প্ৰ য সত্ৰাচা মনসা যজতে এতাৱন্তং নৰ্যমাৱিৱসাৎ ॥
> ত্বং বিষ্ণো সুমতিং ৱিশ্বজন্যামপ্ৰযুতামেৱয়াৱো মতিং দাঃ।
> পৰ্চো যথা নঃ সুৱিতস্য ভূৱেৰশ্বাৱতঃ পুৰুশ্চন্দ্ৰস্য ৰায়ঃ ॥

ঋগ্‌ৱেদ সংহিতা ৭।১০০।১-২

অৰ্থাৎ যিজনে বহুলোকৰ কীৰ্তনীয় বিষ্ণুক হব্য দান কৰে, যিজনে যুগপৎ উচ্চাৰিত স্তোত্ৰবদ্বাৰা পূজা কৰে আৰু মনুষ্যগণৰ হিতসাধক বিষ্ণুৰ পৰিচৰ্যা কৰে সেই মৰ্ত অৰ্থাৎ মানুহে ধন বাঞ্ছা কৰিলেই শীঘ্ৰে ধন লাভ কৰে।১।। হে অভিলাষপ্ৰদ বিষ্ণু, সকলো লোকৰে হিতসাধক দোষশূন্য অনুগ্ৰহেৰে আমাক অনুগৃহীত কৰা—যাৰদ্বাৰা বহুলোকৰ প্ৰীতিপ্ৰদ প্ৰচুৰ অশ্বাদিযুক্ত ধন-সম্পদ যেন আমাৰ হয়, যাৰদ্বাৰা আমি বহুলোকক সেৱা কৰিব পাৰোঁ। ২ ।।

এইদৰে ঋগ্‌বেদৰ আৰু কেইবাটাও সূক্তত বিষ্ণুৰ স্তুতি কৰা হৈছে যদিও বিষ্ণুৰ প্ৰাধান্য ব্ৰাহ্মণ আৰু আৰণ্যকসমূহতহে অধিক পৰিস্ফুট ৰূপত অভিব্যক্ত হৈছে। তৈত্তিৰীয় আৰণ্যকত আছে—"নাৰায়ণায় ৱিদ্মহে ৱাসুদেৱায় ধীমহি তন্ নো ৱিষ্ণুঃ প্ৰচোদয়াৎ।"—আমি নাৰায়ণক পূজা কৰোঁ, বাসুদেৱক ধ্যান কৰোঁ, আৰু ইয়াতেই বিষ্ণু আমাৰ সহায় হওক। শতপথ ব্ৰাহ্মণতো বিষ্ণুৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰা হৈছে। কঠোপনিষদত কোৱা হৈছে যে সংযতেন্দ্ৰিয়সকলে সংসাৰৰ অজ্ঞান-সুখ-দুখ-মৃত্যুময় মানৱজীৱন অতিক্ৰম কৰি বিষ্ণুৰ পৰমপদ অৰ্থাৎ সচ্চিদানন্দময় ব্ৰহ্মলোক পাব পাৰে। ইয়াত বিষ্ণুৰ সৰ্বশ্ৰেষ্ঠত্ব কীৰ্তন কৰা হৈছে। শ্ৰীমদ্‌ভগৱদ্‌গীতাৰ বিভূতিযোগত—"আদিত্যানামহং বিষ্ণুঃ"—আদিত্যসকলৰ অৰ্থাৎ দ্বাদশ আদিত্যৰ এজন বুলি শ্ৰীকৃষ্ণই নিজমুখে ব্যক্ত কৰিছে।

পুৰাণৰ যুগতে বিষ্ণুক পৰমব্ৰহ্মৰ তিনিটা ৰূপৰ এটা বুলি উপাসনা কৰা হৈছে। এই ত্ৰিমূৰ্তিৰ ব্ৰহ্মা হৈছে সৃষ্টি কৰ্তা, বিষ্ণু হৈছে পালন কৰ্তা আৰু মহেশ্বৰ হৈছে সংহাৰ

কৰ্তা। পৰমব্ৰহ্মৰ সৃষ্টিভাৱগ্ৰস্ত ৰূপটোৱে হ'ল ব্ৰহ্মা ; ব্ৰহ্মাই ৰজ গুণৰ প্ৰভাৱত সৃষ্টি প্ৰক্ৰিয়াত প্ৰবৃত্ত হয় : সত্ত্বগুণৰ স্বভাৱ হ'ল প্ৰকাশময়তা, এই সত্ত্বগুণৰ প্ৰভাৱত বিষ্ণু সমগ্ৰ স্থিতি অৰ্থাৎ সৃষ্টি ৰক্ষাৰ অৰ্থে করুণাময় ৰূপেৰে কৰ্মত ব্যাপৃত হয় অৰ্থাৎ সমগ্ৰ জাগতিক ৰূপটোকে জ্ঞানৰ বিষয়ীভূত কৰি ৰাখে। আনফালে মহেশ্বৰে তামসিক গুণৰ প্ৰভাৱত সংহাৰ কাৰ্যত প্ৰবৃত্ত হয়। মহেশ্বৰ ৰূপে বহুত্বৰ ধ্বংস সাধন কৰি একত্বৰ পুনঃ প্ৰতিষ্ঠাৰ অৰ্থে ব্ৰতী হয়। সেই কাৰণে তেওঁ শিৱ -- পৰমমঙ্গলময়।

ব্ৰহ্মা, বিষ্ণু আৰু শিৱৰ ধাৰণা তিনি প্ৰকাৰৰ হলেও মূলতঃ তিনিও এক। জগতৰ পৰিত্ৰাণেই যিহেতু সৰ্বমঙ্গলময় পৰম ব্ৰহ্মৰ ইচ্ছা সেই কাৰণে ভগৱানৰ পৰমা প্ৰীতি ভাবৰ প্ৰতীক বিষ্ণুৰ প্ৰাধান্য কালক্ৰমত কীৰ্তিত হবলৈ ধৰিলে আৰু বিষ্ণুৰ ভক্তসকলে সংসাৰৰ বৈচিত্ৰ্যৰ মাজত শান্তি-শৃংখলা-সামঞ্জস্য বিধানৰ কাৰণে আত্মশক্তি নিয়োজিত কৰে - সকলো জীৱকেই প্ৰেম আৰু দয়াৰ চকুৰে চোৱা আৰু সকলো জীৱৰেই সমদৃষ্টিৰে সেৱাৰ মনোবৃত্তিৰে হিত সাধন কৰাটোকে জীৱনৰ ব্ৰতৰূপে গ্ৰহণ কৰে। সেই বিষ্ণুভক্তসকলে দাম্ভিক, স্বাৰ্থপৰ আৰু অসুৰ প্ৰকৃতি মষিমূৰ কৰি মানৱৰ মনত প্ৰেম আৰু অহিংসাৰ প্ৰভাৱ প্ৰতিষ্ঠিত কৰাৰ অৰ্থে সকলো কাম সম্পাদন কৰিবলৈ প্ৰবৃত্ত হয়।

পুৰাণৰ যুগৰ ত্ৰিমূৰ্ত্তিবাদৰ পূৰ্বেই উপনিষদত যি ওঙ্কাৰতত্ত্বৰ অৱতাৰণা কৰা হৈছিল তাতেই এই ত্ৰিমূৰ্ত্তিৰ ৰূপৰ সূচনা কৰা হৈছে। অ, উ ম এই তিনিটা অক্ষৰ দ্বন্দ্ব সমাসবদ্ধ হৈ 'ওম্' পদ নিষ্পন্ন হৈছে। অকাৰ, উকাৰ আৰু মকাৰ যথাক্ৰমে ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰ---এই ত্ৰিমূৰ্ত্তিৰ সূচক ; সৃষ্টি, স্থিতি আৰু লয়—এই তিনি অৱস্থাৰ সূচক। মূলতঃ উপনিষদত যি ব্ৰহ্মবাদৰ স্বৰূপ ব্যাখ্যা কৰা হৈছে তাৰ মূলতে এই ওঙ্কাৰতত্ত্ব নিহিত আছে।

উক্ত আলোচনাৰ আধাৰত এই কথা স্পষ্ট হৈ পৰিছে যে বৈদিক যুগতেই বৈদিক সাহিত্যত বিষ্ণুৰ মহত্ত্ব আৰু উপাস্যতা প্ৰতিপাদিত হৈছে। বিষ্ণুৰ মাহাত্ম্য পৰৱৰ্তী কালত মহাভাৰতৰ অন্তৰ্গত শ্ৰীমদ্ভগৱদ্গীতা আৰু শান্তিপৰ্বৰ নাৰায়ণীয় অধ্যায়ত বহুলভাৱে কীৰ্তিত হৈছে। পুৰাণৰ যুগত অগ্নি, মৎস্য, কূৰ্ম, বিষ্ণু, পদ্ম, স্কন্দ, শ্ৰীমদ্ভাগৱত আদি পুৰাণসমূহত বিষ্ণুৰ মহিমা অন্তহীনভাৱে বৰ্ণনা কৰা হৈছে। আনকি মহাকাব্য নাটক, কথা-আখ্যায়িকা আদিতো বিষ্ণুৰ শক্তিৰ কথা উল্লিখিত হৈছে।

বিষ্ণুৰ ব্যাপকত্ব আৰু মহত্ত্ব ইমান দৃঢ় হৈছিল যে বিভিন্ন গ্ৰন্থত বিভিন্ন কালত বিষ্ণুক ভিন্ন ভিন্ন নামেৰে ভক্তসকলে অভিহিত কৰি আনন্দ লাভ কৰিছিল। সেই কাৰণেই মহাভাৰত আৰু পদ্মপুৰাণত বিষ্ণুৰ সহস্ৰনামৰ মাহাত্ম্য কীৰ্তিত হোৱা দেখা

যায়। শ্রীমদ্‌ভগৱদ্‌গীতাৰ উপদেষ্টা কৃষ্ণ প্ৰাচীন সূৰ্যদেৱতা বিষ্ণুৰ আৰু বিশ্ব-জাগতিক ভাৱৰ আদি দেৱতা সৰ্ব অৱতাৰৰ কাৰণ মানৱৰ পৰম আশ্ৰয় নাৰায়ণৰ লগত অভিন্ন হৈ পৰিছে। কৃষ্ণ আৰু বিষ্ণুৰ অভিন্নতাৰ হেতুকেই কৃষ্ণ চৰিত্ৰক কেন্দ্ৰ কৰিয়েই বিষ্ণুৰ উপাসনাৰ নানান গ্ৰন্থ প্ৰণীত হৈছে আৰু শ্ৰীকৃষ্ণক ভগবানৰ পূৰ্ণ অৱতাৰ বুলি অভিহিত কৰা হৈছে। এই ধাৰণা শ্ৰীমদ্‌ভাগৱতত স্পষ্টভাৱে প্ৰকট কৰা হৈছে। শ্ৰীমদ্‌ভাগৱতত শ্ৰীকৃষ্ণক "গূঢ়কপটমানুষঃ" বোলা হৈছে। তেওঁ 'কপটমানুষ" এই কাৰণেই যে তেওঁ ভগবান, কিন্তু তেওঁ মনুষ্যৰূপ ধাৰণ কৰি মৰ্তত অৱতীৰ্ণ হৈছে আৰু তেওঁ "গূঢ়" অৰ্থাৎ তেওঁ তেওঁৰ স্বৰূপ আনক জানিব নিদিয়ে। আকৌ শ্ৰীমদ্‌ভাগৱতত ভগবানৰ বহু অৱতাৰৰ কথা বৰ্ণনা কৰা হৈছে। তাৰ ভিতৰত শ্ৰীকৃষ্ণৰ বাহিৰে আন সকলো অৱতাৰকেই "এতে চাংশকলাঃ পুংসঃ"—অৰ্থাৎ এই অৱতাৰসমূহ পৰমব্ৰহ্মৰ অংশ বা কলা বুলি অভিহিত কৰা হৈছে; কিন্তু শ্ৰীকৃষ্ণৰ বিষয়ে কৈছে—"কৃষ্ণস্তু ভগৱান্ স্বয়ম্"—অৰ্থাৎ কৃষ্ণ হৈছে স্বয়ং ভগৱান্।

শ্ৰীকৃষ্ণক ভগবান ৰূপে অভিহিত কৰাৰ কথা মহাভাৰতৰ যুগতেই পোৱা যায়। মহাভাৰতৰ অন্তৰ্গত "শ্ৰীমদ্‌ভগৱদ্‌গীতা উপনিষৎ" এই নামৰ গ্ৰন্থত অৰ্জুনক যি উপদেশ দিয়া হৈছে সি প্ৰধানতঃ শ্ৰীকৃষ্ণই সূচনা কৰা "ভাগৱত ধৰ্মৰ" উপদেশ, কাৰণ শ্ৰীকৃষ্ণৰ "শ্ৰীভগৱান্" এই নাম "ভাগৱত-ধৰ্ম"তেই উল্লিখিত হৈছে। অৰ্জুনক যি ভাগৱত-ধৰ্মৰ উপদেশ দিয়া হৈছে সেই উপদেশ নতুন নহয়। গীতাৰ চতুৰ্থ অধ্যায়ৰ আৰম্ভতে শ্ৰীভগবান কৃষ্ণই কৈছে—

> ইমং বিৱস্বতে যোগং প্ৰোক্তৱানহমব্যয়ম্।
> বিৱস্বান্ মনৱে প্ৰাহ মনুৰিক্ষ্বাকৱেঽব্ৰৱীৎ॥ গী. ৪।১
>
> স এৱায়ং ময়া তেঽদ্য যোগঃ প্ৰোক্তঃ পুৰাতনঃ।
> ভক্তোঽসি মে সখা চেতি ৰহস্যং হ্যেতদুত্তমম্॥গী. ৪।৩

অৰ্থাৎ ভগবানে ভাগৱত-ধৰ্মৰ উপদেশ পূৰ্বেই বিৱস্বান অৰ্থাৎ সূৰ্যক দিছিল, সূৰ্যই নিজ পুত্ৰ মনুক আৰু মনুই তেওঁৰ পুত্ৰ ইক্ষ্বাকুক দিছিল। তুমি মোৰ ভক্ত আৰু সখি; এইকাৰণেই আজি এই পুৰাতন যোগৰ (ভাগৱত-ধৰ্মৰ উপদেশ) কথা তোমাক কলোঁ, কাৰণ ই (উপদেশ) অতি গূঢ়ৰহস্য।

তদুপৰি মহাভাৰতৰ শান্তিপৰ্বৰ শেষত নাৰায়ণীয় বা ভাগৱত-ধৰ্মৰ যি বিস্তৃত বিৱৰণ আছে তাতো ব্ৰহ্মাৰ অনেক জন্মত অৰ্থাৎ কল্পান্তৰত বৰ্তমান জন্মৰ অন্তৰ্ভুক্ত

ত্ৰেতাযুগত ভাগৱত-ধৰ্মৰ পাৰম্পৰ্য বৰ্ণনা প্ৰসংগত এইদৰে উল্লেখ কৰা হৈছে—

ত্ৰেতাযুগাদৌ চ ততো ৱিৱস্বান্ মনৱে দদৌ ।
মনুশ্চ লোকভৃত্যৰ্থং সুতায়েক্ষ্বাকৱে দদৌ ।
ইক্ষ্বাকুনা চ কথিতো ব্যাপ্য লোকানৱস্থিতঃ ॥

মহাভাৰত, শা. ৩৪৮, ৫১-৫২

অৰ্থাৎ এই ভাগৱত-ধৰ্ম বিবস্বান মনু-ইক্ষ্বাকুৰ পৰম্পৰাতেই বিস্তাৰিত হৈছে।

মহাভাৰতোক্ত ভাগৱত-ধৰ্ম আৰু গীতোক্ত ভাগৱত-ধৰ্মৰ পৰস্পৰ মিল আছে; দুটা বিভিন্ন ধৰ্মৰ পাৰম্পৰ্য একে হব নোৱাৰে সেইকাৰণে গীতাত উপদিষ্ট ভাগৱত-ধৰ্ম আৰু মহাভাৰতত উল্লিখিত ভাগৱত-ধৰ্মৰ কোনো পাৰ্থক্য নাই। তদুপৰি গীতা মহাভাৰতৰে অঙ্গ – গতিকে উভয়তে উল্লিখিত আৰু নিৰূপিত ভাগৱত-ধৰ্ম মূলতঃ একে। মহাভাৰতৰ শান্তিপৰ্বতেই নাৰায়ণীয় বা ভাগৱত-ধৰ্ম নিৰূপণৰ বিষয়ে বৈশম্পায়নে জন্মেজয়ক কৈ ছ—

এৱমেষ মহান্ ধৰ্মঃ স তে পূৰ্বং নৃপোত্তম ।
কথিতো হৰিগীতাসু সমাসৱিধিকল্পিতঃ ॥

মহাভাৰত, শা. ৩৪৬ ১০

—হে নৃপশ্ৰেষ্ঠ জন্মেজয়, এই ভাগৱত-ধৰ্ম বিধিযুক্ত আৰু সংক্ষিপ্ত প্ৰণালীৰে হৰিগীতা অৰ্থাৎ ভগৱদ্‌গীতাত তোমাক পূৰ্বেই কৈছোঁ।—

আকৌ নাৰায়ণীয় ধৰ্মৰ বিষয়ে আৰু অধিক স্পষ্টভাৱে কোৱা হৈছে -

সমুপোঢেষ্বনীকেষু কুৰুপাণ্ডৱয়োৰ্মৃধে ।
অৰ্জুনে ৱিমনস্কে চ গীতা ভগৱতা স্বয়ম্ ॥

—কৌৰৱ আৰু পাণ্ডৱসকলৰ যুদ্ধত উভয় পক্ষৰ সৈন্য সজ্জিত হোৱাত অৰ্জুন যেতিয়া উদ্বিগ্ন হ'ল তেতিয়া তেওঁক ভগৱানে স্বয়ং এই উপদেশ দিছিল।

উল্লিখিত কথাৰপৰা এইটো স্পষ্ট যে নাৰায়ণীয় ধৰ্ম বা ভাগৱত-ধৰ্মই গীতাৰ প্ৰতিপাদ্য বিষয়; এই ধৰ্মকেই 'শাশ্বত" বা "ঐকান্তিক" ধৰ্মও বোলা হয়। নাৰায়ণীয় ধৰ্মৰ স্বৰূপ ব্যাখ্যা প্ৰসংগত কোৱা হৈছে—

নাৰায়ণপৰো ধৰ্মঃ পুনৰাবৃত্তিদুৰ্লভঃ ।
প্ৰৱৃত্তি লক্ষণশ্চৈৱ ধৰ্মো নাৰায়ণাত্মকঃ ॥

মহাভাৰত শা. ৩৪৭/৮০-৯

—এই নাৰায়ণীয় ধৰ্ম পুনৰ্জন্ম নিবাৰক অৰ্থাৎ পূৰ্ণ মোক্ষপ্ৰদ আৰু ইয়াক প্ৰবৃত্তিপৰ বুলিও ধৰা হয়।

সংসাৰত সন্ন্যাসগ্ৰহণ নকৰি আমৰণ চাতুৰ্বৰ্ণ্যবিহিত নিষ্কাম কৰ্মতেই অনুৰক্ত থকাটোকে প্ৰবৃত্তিমাৰ্গৰ লক্ষণ বুলি অভিহিত কৰা হৈছে। অৰ্জুনক শ্ৰীভগবানে দিয়া উপদেশো প্ৰবৃত্তিপৰ; কিন্তু গীতাত যে একমাত্ৰ প্ৰবৃত্তিপৰ ভাগৱত-ধৰ্মৰ উপদেশহে দিয়া হৈছে সেই কথা ধৰিলোৱাটো সমীচীন নহয়, কিয়নো বৈশম্পায়নে জন্মেজয়ক কৈছিল—

> যতীনাং চাপি যো ধৰ্মঃ স তে পূৰ্বং নৃপোত্তম।
>
> কথিতো হৰিগীতাসু সমাসবিধিকল্পিতঃ॥

—যতীৰ অৰ্থাৎ সন্ন্যাসীৰ নিবৃত্তিপৰ ধৰ্মৰ বিষয়ে, হে নৃপশ্ৰেষ্ঠ, তোমাক ইতিপূৰ্বে ভগৱদ্‌গীতাত সংক্ষেপে কৈ আহিছোঁ।

কিন্তু যদিও প্ৰবৃত্তিপৰ ধৰ্মৰ লগতে যতীৰ নিবৃত্তিপৰ ধৰ্ম গীতাত অৱতাৰণা কৰা হৈছে তথাপি মনু-ইক্ষ্বাকু আদিৰ মাজেৰে যি পৰম্পৰাগত ধৰ্মোপদেশ উপস্থাপিত কৰা হৈছে সি সম্পূৰ্ণ প্ৰবৃত্তিপৰ ভাগৱত-ধৰ্মহে, নিবৃত্তিপৰ ভাগৱত-ধৰ্মৰ যি সূচনা কৰা হৈছে সি নিবৃত্তিপৰ সন্নাসীৰ ধৰ্ম আৰু তাকেই আনুষঙ্গিকভাৱেহে বৰ্ণনা কৰা হৈছে। এই প্ৰসংগত এটা উল্লেখযোগ্য আৰু স্মৰণীয় বিষয় এই যে মহাভাৰতোক্ত প্ৰবৃত্তিপৰ নাৰায়ণীয় বা ভাগৱত-ধৰ্ম আৰু শ্ৰীমদ্‌ভাগৱদ্‌পুৰাণোক্ত ভাগৱত-ধৰ্ম মূলতঃ একে —এই কথা ভাগৱতোক্ত পৃথু, প্ৰিয়ব্ৰত, প্ৰহ্লাদ প্ৰভৃতি ভগৱদ্ভক্তসকলৰ কথাৰপৰা আৰু ভাগৱতত বৰ্ণিত নিষ্কাম কৰ্মৰ বৰ্ণনাৰ পৰা স্পষ্টভাৱে প্ৰতিপন্ন হয়। এই প্ৰসংগত এই কথা মনত ৰাখিব লাগিব যে প্ৰবৃত্তিপৰ ভাগৱত-ধৰ্ম সমৰ্থন কৰাটো ভাগৱত পুৰাণৰ মুখ্য উদ্দেশ্য নহয়। ভাগৱত পুৰাণত এই কথা স্পষ্টভাৱে কোৱা হৈছে যে ভক্তি ব্যতীত কেৱল নিষ্কাম কৰ্ম ব্যৰ্থ ; ভাগৱতত ভগৱদ্‌ভক্তিমাহাত্ম্য যিদৰে অতি বিস্তৃতভাৱে আলোচিত হৈছে সেইদৰে ভাগৱত-ধৰ্মৰ কৰ্মপৰ অঙ্গৰ আলোচনা হোৱা নাই।

যি শ্ৰীকৃষ্ণক কেন্দ্ৰ কৰি ভাগৱত-ধৰ্মৰ বিৱৰ্তন সংঘটিত হৈছে আৰু যি ধৰ্মক পৰৱৰ্তী কালত মুখ্যভাৱে বৈষ্ণৱ ধৰ্ম বুলি অভিহিত কৰা হৈছে সেই বৈষ্ণৱ বা ভাগৱত-ধৰ্মৰ উপাস্য দেৱতা ভগবান শ্ৰীকৃষ্ণ কোন এই কথা বা প্ৰশ্ন সততে উদয় হয়। "কৃষ্ণ" নামটোৰ ব্যাখ্যা প্ৰসংগত "কৃষ্ণ" শব্দৰ ব্যাখ্যা কৰা হৈছে এইদৰে—

"কৰ্ষতি সৰ্বং কৃষ্ণঃ"। "কৃষ্ বিলেখনে" অৰ্থাৎ কৰ্ষণ কৰা, আকৰ্ষণ কৰা ইত্যাদি বোধক কৃষ্ ধাতুৰ পিছত "নক্" ($\sqrt{}$কৃষ্+নক্) প্ৰত্যয় সংযোগ কৰি

"কৃষ্ণ" শব্দটো নিষ্পন্ন কৰা হৈছে। যি সকলোৰে ভক্তিআকৰ্ষণ কৰে বা ভক্তিৰ উদ্রেক কৰে তেৱেঁই কৃষ্ণ। "বেদান্তৰত্নমঞ্জুষা" গ্রন্থত আছে—কৃষ্ণ নাম এই কাৰণেই যে তেওঁ ভক্তসকলৰ পাপ হৰণ কৰে—পাপং কৰ্ষয়তি নিৰ্মূলয়তি। শঙ্কৰাচাৰ্যই গীত-ভাষ্যত লিখিছে—কৃষতেৰ্ব্বিলেখনাৰ্থস্যৰূপং ভক্তজনপাপাদিদোষ কৰ্ষণাৎ কৃষ্ণঃ।—এই হ'ল কৃষ্ণ পদৰ আধ্যাত্মিক ব্যাখ্যা।

কিন্তু কৃষ্ণ বুলি কোনো ব্যক্তিৰূপী সত্তা আছিল নে নাই সেই কথা সাধন মাৰ্গত বিশেষ প্ৰয়োজনীয় নহলেও লৌকিক দৃষ্টিভঙ্গীৰে তাক বিচাৰ কৰি চোৱাৰ আৱশ্যকতা আছে অৰ্থাৎ শ্ৰীকৃষ্ণৰ ঐতিহাসিক সত্তা বিচাৰ্য।

ঋগ্‌বেদৰপৰা আৰম্ভ কৰি বিভিন্ন গ্ৰন্থত শ্ৰীকৃষ্ণৰ ঐতিহাসিক সত্তাৰ প্ৰমাণ পোৱা যায়। ঋগ্‌বেদৰ ৮।৮৫ মন্ত্ৰত আঙ্গিৰস কৃষ্ণ নামৰ এজন ঋষিৰ উল্লেখ আছে, তেওঁ এটা বিশেষ গোষ্ঠীৰ অধিপতি আছিল, তেওঁৰ বিষয়ে তাতক অধিক কথা ঋগ্‌বেদত নাই। উপনিষদৰ যুগত ছান্দোগ্য উপনিষদত দেৱকীপুত্ৰ কৃষ্ণৰ উল্লেখ আছে—

তদ্ধৈতদ্‌ঘোৰ আঙ্গিৰসঃ কৃষ্ণায় দেৱকীপুত্ৰায়োক্ত্বোবাচাপিপাস এৱ স বভূব সোহন্তবেলায়ামেতৎ ত্ৰয়ং প্ৰতিপদ্যেতাক্ষিতমস্যচ্যুতমসি প্ৰাণসংশিতমসীতি।

ছা উ. ৩ ১৭ ৬

ইয়াৰ সৰলাৰ্থ এই—ঘোৰ আঙ্গিৰস ঋষিয়ে দেৱকীনন্দন কৃষ্ণক এই তত্ত্ব উপদেশ দিছিল। (ইয়াকে শুনি) কৃষ্ণ (সকলো বিষয়ে) নিঃস্পৃহ হৈছিল। (ঘোৰ আঙ্গিৰসে কৈছিল) মৃত্যুকালত মানুহে এই তিনি মন্ত্ৰ উচ্চাৰণ কৰিব—"তুমি অক্ষয়, তুমি অচ্যুত, তুমি প্ৰাণসংশিত" অৰ্থাৎ প্ৰাণদ্বাৰা সঞ্জীবিত। মৃত্যুৰ পিছত দেহৰ বিনাশ হয়, কিন্তু অক্ষয়, অবিনশ্বৰ এটা মাত্ৰ বস্তু বৰ্তমান থাকে- এই বস্তুটোৱে হ'ল আত্মা। উপনিষদৰ এই বাক্যত ভগবান যে অক্ষয় অৰ্থাৎ তেওঁৰ ক্ষৰণ নাই আৰু তেওঁ যে অচ্যুত অৰ্থাৎ তেওঁৰ কোনো চ্যুতি নাই আৰু তেৱেঁই যে পৰমব্ৰহ্ম, পৰমতত্ত্ব তাক উপস্থাপিত কৰা হৈছে। এইখিনিতে ঘোৰ আঙ্গিৰসৰ উপদেশ আৰু গীতাত কৃষ্ণই দিয়া উপদেশৰ মাজত সাদৃশ্য আছে।

ইয়াত কৃষ্ণক ঘোৰ আঙ্গিৰসৰ শিষ্য বোলা হৈছে। "কৌষীতকি ব্ৰাহ্মণ" গ্ৰন্থৰ মতে ঘোৰ আঙ্গিৰস সূৰ্য উপাসক ঋষি আছিল। এইজন কৃষ্ণ আৰু মহাভাৰতৰ কৃষ্ণ হয় নে নহয় সেই বিষয়ে মতভেদ আছে যদিও চেইন্টপিটাৰ্ছবাৰ্গ অভিধানৰ মতে এই আঙ্গিৰস কৃষ্ণ আৰু দেৱকীনন্দন কৃষ্ণ একেই কৃষ্ণ।

আনুমানিক খৃষ্টীয় দ্বিতীয় শতকত আৱিৰ্ভূত মহৰ্ষি পাণিনিৰ অষ্টাধ্যায়ীত বাসুদেৱ আৰু অৰ্জুন উভয়েই পূজ্য বুলি অভিহিত হৈছে।

শ্ৰীকৃষ্ণ যদুবংশৰ প্ৰাচীন বৃষ্ণি বা সাত্বত শাখাত আৱিৰ্ভূত হৈছিল। যদুবংশৰ আদি বাসস্থান মথুৰা নগৰৰ আশে-পাশে আছিল। কৃষ্ণৰ নামৰ লগত মথুৰাৰ নাম বিজড়িত। ইতিহাস, পুৰাণ জনশ্ৰুতি আৰু লৌকিক সাহিত্যত মথুৰা নগৰৰ উল্লেখ পোৱা যায়। শ্ৰীকৃষ্ণই বৈদিক যাগ-যজ্ঞাদিৰ আনুষ্ঠানিকতাৰ সমৰ্থন নকৰি ঘোৰ আঙ্গিৰসৰ ওচৰত যি পৰমতত্ত্বৰ জ্ঞান লাভ কৰিছিল তাৰেই প্ৰচাৰ কৰিছিল। যি বিষ্ণুৱে ইন্দ্ৰৰ সখাৰূপে ইন্দ্ৰক নানা সময়ত সহায় কৰিছিল আৰু যি কৃষ্ণৰূপী বিষ্ণুৱে নৰকাসুৰক বধ কৰি ইন্দ্ৰৰ আধিপত্য ৰক্ষা কৰিছিল সেই শ্ৰীকৃষ্ণই পাৰিজাত হৰণৰ সময়ত ইন্দ্ৰক পৰাস্ত কৰিছিল। গতিকে এই কথা স্পষ্ট হৈ পৰে যে শ্ৰীকৃষ্ণ বা বিষ্ণুৰ অখণ্ড প্ৰতাপ কালক্ৰমত দৃঢ় হৈ পৰিছিল। হৰিবংশত উল্লেখ কৰা হৈছে যে এবাৰ ইন্দ্ৰই পৰাজিত হৈ শ্ৰীকৃষ্ণক কৈছিল--"মই দেবেন্দ্ৰ, কিন্তু তুমি গৰুবিলাকৰ ওপৰত ইন্দ্ৰৰ শক্তি উপাৰ্জন কৰিছা, সেই কাৰণে তুমি জগতত গোবিন্দ নামেৰে খ্যাত হবা।" এই উক্তিৰ পৰাও কৃষ্ণৰ প্ৰতিপত্তিৰ কথা সহজে উপলব্ধি কৰিব পাৰি। যি সময়ত শ্ৰীকৃষ্ণই বৈদিক ক্ৰিয়াকাণ্ড পৰিত্যাগ কৰি কেৱল তেওঁকেই ভজনা কৰিবলৈ উপদেশ দিছিল তেতিয়াও যে তেওঁৰ মহিমা উপলব্ধি কৰিব নোৱৰা লোক আছিল তাৰ উল্লেখ শ্ৰীমদ্ভগৱদ্গীতাতেই পোৱা যায়। অৰ্জুনক নিষ্কাম কৰ্ম কৰিবলৈ উপদেশ দিছিল আৰু যিসকলে তেওঁৰ এই উপদেশ গ্ৰহণ নকৰে তেওঁলোকৰ বিষয়ে কৈছিল এইদৰে—

> যে ত্বেতদভ্যসূয়ন্তো নানুতিষ্ঠন্তি মে মতম্।
> সৰ্বজ্ঞানবিমূঢ়াংস্তান্ বিদ্ধি নষ্টানচেতসঃ॥ গী ৩/৩২

—কিন্তু যিসকল অশ্ৰদ্ধাবান ব্যক্তিয়ে মোৰ এই উপদেশ (অৰ্থাৎ মোতেই সমস্ত কৰ্ম অৰ্পণ কৰা) নিন্দা কৰে আৰু পালন নকৰে সেই বিবেকহীন ব্যক্তিসকলক সৰ্বজ্ঞানমূঢ় (কৰ্মজ্ঞান, সগুণজ্ঞান আৰু নিৰ্গুণজ্ঞান বিষয়ত অযোগ্য) আৰু পৰমাৰ্থভ্ৰষ্ট বুলি জানিবা।

মহাভাৰতত শ্ৰীকৃষ্ণক স্বয়ং ভগবান বুলি ভীষ্মদেৱে স্বীকাৰ কৰিছে যদিও কৃষ্ণৰ প্ৰাধান্য অবিসম্বাদীৰূপে গৃহীত হোৱা নাছিল যে তাৰ উল্লেখ বহুত ঘটনাৰ মাজেৰে প্ৰকাশ কৰা হৈছে। কিন্তু মহাভাৰতত কৃষ্ণক ঐতিহাসিক ব্যক্তি আৰু অৱতাৰৰূপে গ্ৰহণ কৰা হৈছে।

শ্ৰীকৃষ্ণ যি সাত্বত শাখাত জন্ম গ্ৰহণ কৰিছিল সেই সাত্বতকুলৰ লোকসকলক শ্ৰীকৃষ্ণই সূৰ্যৰ উপাসনা শিকাইছিল আৰু সাত্বতসকলে সম্ভৱতঃ সেই কাৰণেই সূৰ্যোপসনাৰ শিক্ষাদাতা গুৰু শ্ৰীকৃষ্ণক সূৰ্যৰ লগত অভিন্ন বুলি কল্পনা কৰিছিল। শ্ৰীমদ্ভাগৱতৰ মতে সাত্বতসকলে পৰমেশ্বৰক ভগবান বা বাসুদেৱ ৰূপে পূজা কৰিছিল—

"ভগৱান্ ৱাসুদেৱেতি যং গৃণন্তি হি সাত্বতাঃ ॥" ভাগৱত ৯।৯।৫০

খ্ৰীষ্টীয় চতুৰ্থ শতাব্দীত বাসুদেৱৰ পূজা সুপ্ৰতিষ্ঠিতভাৱে চলিছিল। পালি ধৰ্মশাস্ত্ৰৰ অন্তৰ্গত "নিদ্দেশ" নামৰ গ্ৰন্থত নানা সম্প্ৰদায়ৰ ভিতৰত বাসুদেৱ আৰু বলদেৱৰ উপাসকসকলৰো নাম উল্লেখ কৰিছে।

খ্ৰীষ্টপূৰ্ব ৩২০ ত চন্দ্ৰগুপ্ত মৌৰ্য্যৰ ৰাজত্বকালত গ্ৰীক পৰিব্ৰাজক মেগাস্থিনিছে উল্লেখ কৰিছে যে সৌৰসেনীসকলৰ মাজত হিৰাক্লিছৰ ( Heracles ) পূজা প্ৰচলিত আছিল। সৌৰসেনীসকল যমুনা নদীৰ তীৰস্থ মথুৰা আৰু কৃষ্ণপুৰ বা বৃন্দাবনৰ অধিবাসী আছিল। মথুৰা আৰু বৃন্দাবন কৃষ্ণৰ জীৱনৰ বহু ঘটনাৰ লগত জড়িত নগৰ।

খ্ৰীষ্টপূৰ্ব দ্বিতীয় শতিকাত বেসনগৰ নামে মধ্য ভাৰতত এখন নগৰ থকাৰ প্ৰমাণ পোৱা যায়। এই নগৰৰ পুৰণি নাম বিদিশা। এই বিদিশাত এটা গৰুড়ধ্বজ আছিল, যিটো এতিয়াও আছে। এই গৰুড়ধ্বজ সাধাৰণতে বিষ্ণু বা কৃষ্ণ মন্দিৰৰ সন্মুখত থাকে। যিটো গৰুড়ধ্বজ তাত আছে তাত লিখা আছে "দেৱদেৱস্য ৱাসুদেৱস্য"— দেৱদেৱ যি বাসুদেৱ তেওঁৰ সন্মানাৰ্থে এইটো নিৰ্মিত হ'ল। কাৰ দ্বাৰা নিৰ্মিত হ'ল ? Helidorous the Bhagavataৰ দ্বাৰা —হেলিওডোৰাছ যি ভাগৱত-ধৰ্মত পৰমবিশ্বাসী তেওঁৰদ্বাৰা। এই হেলিওডোৰাছ আছিল এজন গ্ৰীক। গতিকে এইটো নিশ্চিত যে ভাৰতৰ বাহিৰৰপৰা যিবোৰ জাতি ভাৰতলৈ আহিছিল তেওঁলোকৰ মাজতো ভাগৱত-ধৰ্মই প্ৰতিষ্ঠা লাভ কৰিছিল।

খ্ৰীষ্টপূৰ্ব প্ৰথম শতিকাত উৎকীৰ্ণ নানাঘাট প্ৰস্তৰলিপিৰ প্ৰথম শ্লোকতেই অন্যান্য দেৱতাৰ লগতো বাসুদেৱৰো উল্লেখ আছে। পতঞ্জলিয়ে পাণিনিৰ অষ্টাধ্যায়ীৰ মহাভাষ্যত বাসুদেৱক ভগৱৎ বুলি অভিহিত কৰিছে।

বৌদ্ধ জাতক গ্ৰন্থতো বাসুদেৱ নন্দ, দেৱকী যশোদা, ৰাধা আদিৰ বিবৰণ পোৱা যায়।

খৃষ্টীয় তৃতীয়-চতুৰ্থ শতিকাত গুপ্ত সম্ৰাটসকলে নিজকে পৰম ভট্টাৰক, পৰম ভাগৱত বুলি পৰিচয় দিয়াৰ প্ৰমাণ পোৱা যায়। তেওঁলোক ভাগৱত-ধৰ্মৰ পৰম উপাসক আছিল। গুপ্ত সম্ৰাটসকলৰ ৰাজত্ব কালতেই ভাগৱত-ধৰ্মৰ প্ৰভূত প্ৰসাৰ

আৰু প্ৰচাৰ ঘটিছিল আৰু বিষ্ণুৰ অৱতাৰবাদৰ প্ৰচাৰ এই যুগতে বিস্তৃতভাৱে হোৱাৰ প্ৰমাণ পোৱা যায়। ভাগৱত-ধৰ্ম এই যুগতে বৈষ্ণৱ ধৰ্মৰ সমাৰ্থক হৈ পৰিছিল অৰ্থাৎ ভাগৱত-ধৰ্মই বৈষ্ণৱ ধৰ্মৰ লগত অভিন্ন হৈ স্বীকৃত হৈছিল। ঐতিহাসিক সাক্ষ্যবপৰা এই কথা স্পষ্ট যে ভাগৱত-ধৰ্ম বহু কাল ব্যাপি প্ৰসাৰিত হৈছিল। অগ্নি, মৎস্য, কূৰ্ম, বিষ্ণু প্ৰভৃতি পুৰাণত আৰু বিশেষকৈ শ্ৰীমদ্‌ভাগৱত পুৰাণত ভাগৱত-ধৰ্ম অৰ্থাৎ বিষ্ণু বা শ্ৰীকৃষ্ণ প্ৰধান উপাস্য দেৱতা ৰূপে বহুলভাৱে আলোচিত আৰু প্ৰসাৰিত হৈছে থূলমূলভাৱে শ্ৰীকৃষ্ণ যে ঐতিহাসিক ব্যক্তি এই বিষয়ে কোনো সন্দেহ নাই আৰু তেওঁই যে ভাগৱত-ধৰ্ম বা বৈষ্ণৱ ধৰ্মৰ "একান্তিক" তত্ত্ব প্ৰচাৰ কৰিছিল তাতো কোনো সংশয় নাই—"সৰ্ব্বধৰ্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ।" গী. ১৮।৬৬

কিন্তু কোনোৱে হয়তো প্ৰশ্ন উত্থাপন কৰিব পাৰে এইদৰে—ঐতিহাসিক ব্যক্তিক পৰমেশ্বৰৰ লগত অভিন্ন বুলি কল্পনা কি দৰে কৰিব পাৰি? এই প্ৰসঙ্গত ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণণৰ ব্যাখ্যাৰে উক্ত প্ৰশ্নৰ সমাধান দাঙি ধৰা হ'ল—

> জীৱাত্মা আৰু বিশ্বাত্মাক অভিন্ন বুলি স্বীকাৰ কৰাটো হিন্দু চিন্তাৰ সুপৰিচিত ধাৰা। উপনিষদত কোৱা হৈছে যে পূৰ্ণ জাগৰিত আত্মাই যেতিয়া 'পৰম'ৰ লগত তাৰ প্ৰকৃত সম্পৰ্ক বুজিব পাৰে তেতিয়াই উপলব্ধি কৰে যে সি আচলতে পৰমৰেই অংশ আৰু সেই কথা সি ব্যক্ত কৰে। ঋগ্বেদৰ চতুৰ্থ মণ্ডলৰ ২৬ সংখ্যক মন্ত্ৰত বামদেৱে কৈছে, "মই মনু, মই সূৰ্য, মই বিজ্ঞ ঋষি কাক্ষিবান। মই অৰ্জুনিৰ পুত্ৰ কুৎস ঋষিক অলঙ্কৃত কৰিছোঁ। ময়েই প্ৰাজ্ঞ উষণা মোক চোৱা।" কৌষীতকি উপনিষদত (তৃতীয় অধ্যায়) ইন্দ্ৰই প্ৰতৰ্দনক কৈছে, "মই প্ৰাণবায়ু, ময়েই চিদাত্মা, মোক প্ৰাণ বুলি, নিশ্বাস বুলি ভজনা কৰা। যি প্ৰাণৰূপে, অমৃতৰূপে ভজনা কৰিব, তেওঁ এই সংসাৰত পূৰ্ণ জীৱন লাভ কৰিব, স্বৰ্গলোকত অমৰত্ব আৰু অবিনশ্বৰত্ব লাভ কৰিব।" গীতা প্ৰণেতাই কৈছে, "তীব্ৰ আসক্তি, ভয় আৰু ক্ৰোধমুক্ত হৈ মোতেই সমাহিত চিত্ত হৈ আৰু মোকেই আশ্ৰয় কৰি যিসকলে জ্ঞানৰূপ তপস্যাৰদ্বাৰা শুদ্ধ হৈছে তেওঁলোকে মোৰ ভাৱসত্তাত সিদ্ধ হৈছে।" জীৱৰ ভিতৰত তাৰ নিজৰ সত্তাত বাহিৰেও এনে কিবা এটা আছে যাৰ ওচৰত সি নিজকে সমৰ্পণ কৰিব পাৰে। এই সমৰ্পণৰ মাজেৰে তাৰ ৰূপান্তৰ। মুক্ত আত্মাই তাৰ দেহটোকে অসীমৰ প্ৰকাশৰ বাহনৰূপে ব্যৱহাৰ কৰে। কৃষ্ণৰ দেৱত্ব পৰমাৰ্থৰ সকলো অকপট সাধকৰ কাৰণে সাধাৰণ পুৰস্কাৰ। তেওঁ তেনেকুৱা নায়ক নহয় যি পৃথিৱীত বাস কৰি নিজৰ প্ৰিয় বান্ধৱ আৰু শিষ্যসকলক নিজৰ বক্তব্য শুনাই এতিয়া

পৃথিৱী ত্যাগ কৰি গৈছে। পৰন্তু তেওঁ সৰ্বব্যাপী আৰু সকলোতে বাস কৰিছে আৰু অন্তৰোৰক যেতিয়াই যি কৈছে তাকেই আকৌ আমাৰ প্ৰত্যেককে সকলো সময়ত কবলৈ প্ৰস্তুত তেওঁ অন্তৰ্হিত ব্যক্তি নহয়, তেওঁ অন্তৰ্যামী, আমাৰ আধ্যাত্মিক চেতনাৰ এটা বিষয়।

সাধাৰণ অৰ্থত ঈশ্বৰে কেতিয়াও জন্মগ্ৰহণ নকৰে। জন্মগ্ৰহণ আৰু দেহধাৰণৰ অৰ্থই হ'ল সীমাবদ্ধ হোৱা; ঈশ্বৰৰ ক্ষেত্ৰত এই কথা প্ৰযোজ্য নহয়। যেতিয়া কোনো বিশেষ অৱস্থাত আৰু বিশেষ কালত ঈশ্বৰে স্বপ্ৰকাশ কৰে তেতিয়াই তেওঁ কোনো সসীম সত্তাৰ লগত সম্পৰ্ক স্থাপন কৰে। গীতাৰ একাদশ অধ্যায়ত সমস্ত বিশ্বখনকেই ঈশ্বৰৰ মাজতেই প্ৰত্যক্ষ কৰা হৈছে। জগতৰ অধ্যাত্মীয় আৰু বিষয়গত প্ৰক্ৰিয়াবোৰ পৰমেশ্বৰৰ প্ৰকৃস্ট আৰু নিকৃষ্ট ভাবৰ প্ৰকাশ, তথাপিও যিবোৰ মহিমাময়, সুন্দৰ আৰু অতিশয় বলশালী সেইবোৰতেই ঈশ্বৰৰ উপস্থিতি অধিক পৰিমাণে প্ৰকট হৈ উঠে। যেতিয়া কোনো অসাধাৰণ ব্যক্তি সীমিত শক্তিৰ অধিকাৰী হৈও আধ্যাত্মিক গুণৰ বিকাশৰ ফলস্বৰূপে গভীৰ অন্তৰ্দৃষ্টি আৰু কৰুণাৰ অধিকাৰী হৈ উঠে তেতিয়াই তেওঁ জগতৰ সমসাময়িক অৱস্থা বিচাৰ কৰি পাৰমাৰ্থিক আৰু সামাজিক আলোড়নৰ সূত্ৰপাত কৰে তেতিয়াই আমি কওঁ যে সাধুসকলৰ ৰক্ষাৰ কাৰণে অসাধুৰ বিনাশৰ কাৰণে আৰু ন্যায়ৰ আধাৰত প্ৰতিষ্ঠিত সংসাৰ প্ৰতিষ্ঠাৰ অৰ্থে ভগৱানে জন্মগ্ৰহণ কৰিছে। বিশ্বাত্মা ব পৰমাত্মাই যে কোটি কোটি আকাৰে নিজকে প্ৰকট বা প্ৰকাশ কৰে, অসাধাৰণৰূপ কৃষ্ণ তেওঁলোকৰে এজন। গীতা প্ৰ ণেতাইও ঐতিহাসিক কৃষ্ণক আৰু তেওঁৰ শিষ্য অৰ্জুনক এই সমগ্ৰ প্ৰকট আকাৰৰ অন্যতম বুলি বৰ্ণনা কৰিছে। অৱতাৰসমূহেই মানুহৰ আধ্যাত্মিক সম্বল আৰু অন্তৰ্নিহিত দিব্য বিভূতিৰ প্ৰমাণ। ইয়াকেই মানুহৰ সীমাবদ্ধ আকাৰৰ মাজতে দিব্য মহিমাৰ সংক্ষেপিত অৱস্থিতি বুলি ধৰাটো ঠিক নহয় ই বৰং দৈৱ মহিমাৰ সহযোগত মনুষ্যপ্ৰকৃতিৰ ঐশীস্তৰলৈ উন্নয়ন।

ঈশ্বৰবাদীসকলে কিন্তু কৃষ্ণতেই মনুষ্য আকাৰত ঈশ্বৰৰ অৱতৰণ বা আৱিৰ্ভাৱ দেখিবলৈ পায়। যদিও ঈশ্বৰৰ জন্মও নাই, পৰিৱৰ্ত্তনো নাই তথাপি তেওঁ বহুবাৰ জন্মগ্ৰহণ কৰিছে। কৃষ্ণ মানুহৰ ৰূপত বিষ্ণু। তেৱেঁই ব্ৰহ্মা, তেৱেঁই পৃথিৱীত দেহী আৰু জাত ৰূপে আপাত প্ৰতীয়মান। জগৎ সৃষ্টিৰ নিচিনা দিব্য সত্ত্বৰ মনুষ্যপ্ৰকৃতি গ্ৰহণৰদ্বাৰা দিব্য অখণ্ডতাৰ ক্ষয়বৃদ্ধি নহয়। সৃষ্টি আৰু অৱতৰণ দুয়োটাই অভিব্যক্ত জগতৰ ব্যাপাৰ, ই পৰমাত্মাক স্পৰ্শ নকৰে।

—*শ্ৰীমদ্ভগৱদ্গীতা*—ৰাধাকৃষ্ণণ

এতেকে দেখা গ'ল যে শ্ৰীকৃষ্ণ ঐতিহাসিক ব্যক্তি হ'লেও পৰমেশ্বৰ ৰূপে অভিব্যক্ত। গীতাত যি শাশ্বত ভাগৱত-ধৰ্মৰ মৰ্মাৰ্থ প্ৰকটিত কৰা হৈছে সি কালান্তৰত বৈষ্ণৱ ধৰ্ম নামেৰে অভিহিত হোৱা কথা ইতিপূৰ্বে উল্লেখ কৰা হৈছে।

এতিয়া প্ৰশ্ন হ'ল— এই বৈষ্ণৱ ধৰ্মৰ সাধনাৰ পদ্ধতি কি? ভগৱানক আৰাধনা কৰাৰ উপায় কি? ভাগৱত-ধৰ্মই কি উপদেশ নিৰ্দিষ্ট কৰিছে? এনে ধৰণৰ অসংখ্য প্ৰশ্ন উত্থাপিত হব পাৰে। ভাগৱত-ধৰ্মৰ মূল গ্ৰন্থ শ্ৰীমদ্ভগৱদ্‌গীতাৰ ওঠৰটা অধ্যায়ত সন্নিৱিষ্ট শ্ৰী ভগৱান আৰু তেওঁৰ সখা শিষ্য নৰোত্তম অৰ্জুনৰ মাজত হোৱা কথোপকথনৰ বিবিধ ব্যাখ্যা মহাজনসকলে উপস্থাপিত কৰি সাধনাৰ বা ভগৱদ্ ভজনাৰ উপায় নিৰ্দিষ্ট কৰিছে।

এই প্ৰসঙ্গত এই কথা উল্লেখ কৰা উচিত হব যে বৈদিক ধৰ্মৰ গূঢ়তত্ত্বসমূহ উপনিষদৰ যুগত পুঙ্খানুপুঙ্খভাৱে আলোচনা কৰা হৈছে; কিন্তু উপনিষদসমূহ ভিন ভিন ঋষিৰদ্বাৰা বিভিন্ন সময়ত প্ৰণীত হোৱা হেতুকে তেওঁলোকৰ বিচাৰ ধাৰাৰ বিভিন্নতা হোৱাটো স্বাভাৱিক। এই বিচাৰ ধাৰাৰ পাৰস্পৰিক বিৰোধ দূৰীকৰণাৰ্থে মহৰ্ষি বাদৰায়ণে 'ব্ৰহ্মসূত্ৰ' বা 'বেদান্তসূত্ৰ' বা 'শাৰীৰক সূত্ৰ' নামৰ গ্ৰন্থ প্ৰণয়ন কৰি সকলো উপনিষদৰ একবাক্যতা প্ৰতিপাদন কৰি গৈছে। উপনিষদৰ নিবৃত্তিমাৰ্গাশ্ৰিত ধৰ্মমতৰ প্ৰভাৱত প্ৰণীত বেদান্তসূত্ৰ গ্ৰন্থতো প্ৰবৃত্তি মাৰ্গৰ প্ৰাধান্য গভীৰভাৱে স্বীকৃত হোৱা নাছিল; কিন্তু প্ৰবৃত্তিমাৰ্গ প্ৰতিপাদক ভগৱদ্‌গীতাই বৈদিক ধৰ্মৰ এই প্ৰবৃত্তিপৰ মাৰ্গৰ সুবিস্তৃত তত্ত্ব আলোকিত কৰিলে আৰু ভগৱদ্‌গীতাক ব্ৰহ্মসূত্ৰ আৰু উপনিষদৰ অন্তৰ্নিহিত তত্ত্বজ্ঞানৰ পূৰ্ণতাসম্পাদক গ্ৰন্থৰূপে স্বীকৃতি দিয়া হ'ল। অৱশেষত উপনিষদ, ব্ৰহ্মসূত্ৰ আৰু ভগৱদ্‌গীতা এই তিনি গ্ৰন্থ "প্ৰস্থানত্ৰয়ী" নামেৰে অভিহিত হ'ল। "প্ৰস্থানত্ৰয়ী"ৰ অৰ্থ এই যে ইয়াত বৈদিক ধৰ্মৰ আধাৰভূত তিনিখন গ্ৰন্থৰ সমাৱেশ ঘটিছে, য'ত নিবৃত্তি আৰু প্ৰবৃত্তি এই দুয়োটা মাৰ্গৰ যথাৰীতি তাত্ত্বিক বিচাৰ কৰা হৈছে। এইদৰে "প্ৰস্থানত্ৰয়ী"ৰ ভিতৰত ভগৱদ্‌গীতা অন্তৰ্ভুক্ত হোৱাত আৰু "প্ৰস্থানত্ৰয়ী"ৰ প্ৰভাৱ আৰু আধিপত্য বিস্তৃত হৈ পৰাত যিসকলে উপনিষদ ব্ৰহ্মসূত্ৰ আৰু ভগৱদ্‌গীতাৰ মত অৱলম্বন কৰা নাছিল সেইসকলক বা সেই সেই সম্প্ৰদায়ক বৈদিক ধৰ্মপন্থীসকলে গৌণ বুলি অগ্ৰাহ্য কৰিছিল। ইয়াৰ ফলস্বৰূপে অদ্বৈত, বিশিষ্টাদ্বৈত, দ্বৈত, শুদ্ধাদ্বৈত আদি আৰু সেইবোৰৰ অনুগামী ভক্তিমূলক বৈদিক ধৰ্মৰ যি যি সম্প্ৰদায় বৌদ্ধ ধৰ্মৰ পতনৰ পিছৰ ভাৰতত প্ৰচলিত হৈছিল সেই সেই সম্প্ৰদায়ৰ প্ৰৱৰ্তক আচাৰ্যসকলে 'প্ৰস্থানত্ৰয়ী'ৰ বিষয়ে স্বস্ব ভাষ্য প্ৰণয়ন কৰিবলৈ ধৰিলে। তেওঁলোকে এনে ধৰণৰ ভাষ্য লিখিবলৈ প্ৰবৃত্ত হোৱাৰ কাৰণ আছিল এই যে

তেওঁলোকে দেখুৱাব খুজিছিল যে তেওঁলোকৰ সম্প্ৰদায় উদ্ভৱ হোৱাৰ পূৰ্বেই—উপনিষদ ব্ৰহ্মসূত্ৰ আৰু ভাগৱদ্‌গীতা— এই তিনিগ্ৰন্থ প্ৰামাণিক গ্ৰন্থ বুলি স্বীকৃত হৈছিল আৰু সেই 'প্ৰস্থানত্ৰয়া'ৰ আধাৰতে তেওঁলোকৰ নিজৰ নিজৰ সম্প্ৰদায় প্ৰতিষ্ঠিত আৰু তেওঁলোকে কৰ বিচাৰিছিল যে তেওঁলোকৰ বাহিৰে আন সম্প্ৰদায়বোৰে এই "প্ৰস্থানত্ৰয়ী" মানি নচলে। এনেদৰে ভাষ্য লিখাৰ কাৰণ এই যে যদি কোনো ধৰ্মপ্ৰৱৰ্তকে ঘোষণা কৰে যে অন্য সম্প্ৰদায়ো প্ৰামাণিক ধৰ্মগ্ৰন্থৰ ওপৰত প্ৰতিষ্ঠিত, তেনেহলে তেওঁৰ নিজ সম্প্ৰদায়ৰ মাহাত্ম্যৰ কিছু হানি হয়; পৰন্তু এইদৰে মাহাত্ম্যৰ লাঘৱ কৰা কোনো সম্প্ৰদায়ৰ অভীষ্ট নহয়। সাম্প্ৰদায়িক দৃষ্টিত 'প্ৰস্থানত্ৰয়ী'ৰ ভাষ্য প্ৰণয়নৰ আৰম্ভ হোৱাত বিভিন্ন পণ্ডিতে নিজা নিজা টীকাটিপ্পনীৰে নিজৰ নিজৰ মত সমৰ্থন কৰিব ধৰিলে।

বিভিন্ন সম্প্ৰদায়ৰ আচাৰ্যসকলৰ ভিতৰত শংকৰাচাৰ্য প্ৰাচীনতম। তেওঁ অদ্বৈত-ৱাদৰ প্ৰবৰ্তক। তেওঁৰ মতে একমাত্ৰ শুদ্ধ, বুদ্ধ, নিত্য আৰু মুক্ত পৰব্ৰহ্ম ব্যতীত আন কোনো স্বতন্ত্ৰ আৰু সত্য বস্তু নাই, বিশ্বজগতৰ যি নানাত্ব চকুৰে দেখা যায় সি মানৱী দৃষ্টিৰ ভ্ৰম মাত্ৰ—যাক বোলা হয় মায়িক উপাধিমূলক অৱভাস বা আৰোপ; মায়াও স্বতন্ত্ৰ বা সত্য বস্তু নহয়, ইও মিছা। শংকৰাচাৰ্যই জ্ঞানৰদ্বাৰাহে মুক্তি লাভ হয় বুলি অভিমত দাঙি ধৰিছে, কাৰণ অজ্ঞানৰপৰাই দ্বৈতজ্ঞান আৰু তাৰপৰাই ক্ৰমে ভেদজ্ঞান-প্ৰসূত কৰ্মপ্ৰবৃত্তিৰ উদ্ভৱ হয়। কেৱল তত্ত্বজ্ঞান লাভৰদ্বাৰাহে এই অজ্ঞানৰ বিনাশ সম্ভৱ-পৰ "জ্ঞানাগ্নিঃ সৰ্বকৰ্মাণি ভস্মসাৎ কুৰুতে"—জ্ঞানৰূপ অগ্নিত সকলো কৰ্ম ভস্ম হৈ যায়।

সৰ্বকৰ্মাখিলং পাৰ্থ জ্ঞানে পৰিসমাপ্যতে—গী ৪।৩৩
—জ্ঞানতেই সকলো কৰ্মৰ পৰিসমাপ্তি হয়।

শঙ্কৰাচাৰ্যৰ মতে সমস্ত বাসনা আৰু কৰ্ম পৰিত্যাগ অবিহনে ব্ৰহ্মজ্ঞানৰ পূৰ্ণতা লাভ হব নোৱাৰে। যদিও স্মৃতিগ্ৰন্থাদিৰ বিধান অনুসৰি গৃহস্থাশ্ৰমৰ কৰ্মবোৰ কৰাটো আৱশ্যকীয়, তথাপিও এই কৰ্মবোৰ চিৰকাল কৰিব নালাগে, কাৰণ অৱশেষত সকলো কৰ্ম পৰিত্যাগ কৰি সন্ন্যাস গ্ৰহণ কৰিব নোৱাৰিলে মোক্ষ লাভ অসম্ভৱ। সেইকাৰণে শাঙ্কৰ সম্প্ৰদায়ৰ মতে সকলো কৰ্ম পৰিত্যাগ কৰি জ্ঞানতেই মগ্ন থকা আৱশ্যক। শঙ্কৰাচাৰ্যই নিৰ্দ্দিষ্ট কৰা এই মাৰ্গক নিবৃত্তিমাৰ্গ, সন্ন্যাসনিষ্ঠ বা জ্ঞাননিষ্ঠ মাৰ্গ বোলা হয়।

মায়াৱাদ, অদ্বৈত আৰু সন্ন্যাস প্ৰতিপাদনকাৰী শঙ্কৰাচাৰ্যৰ প্ৰায় আঢ়ৈশ বছৰ পিছত একাদশ শতিকাত শ্ৰীৰামানুজাচাৰ্যই 'প্ৰস্থানত্ৰয়ীৰ' বিষয়ে স্বতন্ত্ৰ ভাষ্য প্ৰণয়ন

কৰি বিশিষ্টাদ্বৈতবাদ প্ৰতিষ্ঠা কৰি ভক্তিকেই মুক্তি লাভৰ একমাত্ৰ উপায় বুলি প্ৰতিপন্ন কৰে। তেওঁৰ মতে শঙ্কৰাচাৰ্য প্ৰৱৰ্তিত মায়ামিথ্যাত্ববাদ আৰু অদ্বৈত সিদ্ধান্ত সত্য নহয় : জীৱ, জগৎ আৰু ঈশ্বৰ এই তিনি তত্ত্ব পৃথক হলেও, জীৱ ( চিৎ ) আৰু জগৎ ( অচিৎ )—এই দুটা এক ঈশ্বৰৰ শৰীৰ, এতেকে চিৎ-অচিৎ বিশিষ্ট ঈশ্বৰ একেজনেই আৰু ঈশ্বৰ-শৰীৰান্তৰ্ভূক্ত এই সূক্ষ্ম চিৎ-অচিতৰ পৰাই পিছত স্থূলচিৎ আৰু স্থূল অচিৎ বা অনেক জীৱ আৰু জগৎ উৎপন্ন হয়।

ৰামানুজাচাৰ্যৰ প্ৰতিপাদিত বিশিষ্টাদ্বৈতবাদ ভাগৱত ধৰ্মত স্বীকৃত হবলৈ ধৰে। তেওঁৰ মতে বৰ্ণাশ্ৰমবিহিত কৰ্মসমূহ যথাযথভাৱে আৰু ফলকামনা ত্যাগ কৰি অনুষ্ঠিত কৰিব পাৰিলেই তাৰপৰা যথাকালত চিত্তশুদ্ধি হয় আৰু তেতিয়া তত্ত্বজ্ঞান লাভৰ পথ উন্মুক্ত হয়। ৰামানুজাচাৰ্যৰ প্ৰায় সমসাময়িক শ্ৰীমৎ আনন্দতীৰ্থ বা শ্ৰীমধ্বাচাৰ্যই দ্বৈতী সম্প্ৰদায় নামেৰে এটি মাৰ্গ প্ৰৱৰ্তন কৰে। মাত্ৰ ৩৯ বছৰ বয়সত মৃত্যু বৰণ কৰা মধ্বাচাৰ্যই 'প্ৰস্থানত্ৰয়ী'ৰ বিষয়ে লিখা ভাষ্যত বিশেষতঃ গীতাভাষ্যত এইদৰে কৈছে যে নিষ্কাম কৰ্মৰ মাহাত্ম্য যদিও গীতাত বৰ্ণনা কৰা হৈছে তথাপি সেই নিষ্কাম কৰ্ম সাধন-মাত্ৰ, ভক্তিয়েই চৰম নিষ্ঠা, ভক্তি সিদ্ধ হলে, কিবা কৰ্ম কৰা হ'ল বা নহ'ল সি বিচাৰ্য নহয়।

চতুৰ্থ সম্প্ৰদায় এটিৰ উদ্ভৱ হয় শ্ৰীবল্লভাচাৰ্যৰ নেতৃত্বত। বল্লভাচাৰ্যৰ জন্ম হয় ১৪৭৯ খ্ৰীষ্টাব্দত। ৰামানুজ আৰু মধ্বাচাৰ্যৰ সম্প্ৰদায়ৰ নিচিনা এই সম্প্ৰদায়ো বিশিষ্টাদ্বৈত বা দ্বৈতবাদৰ পৰা ভিন্ন। এওঁলোকৰ মতে মায়াবিৰহিত অৰ্থাৎ শুদ্ধ জীৱ আৰু পৰব্ৰহ্ম একেই, দুটা পৃথক ৰূপ নহয়। এই কাৰণে এই মতক "শুদ্ধাদ্বৈত" বোলে। এওঁলোকৰ মতে অগ্নিস্ফুলিঙ্গৰ নিচিনা জীৱ ঈশ্বৰৰ অংশ মাত্ৰ, মায়াত্মক জগৎ মিথ্যা নহয়, মায়াও ঈশ্বৰৰ ইচ্ছাতে ঈশ্বৰৰপৰা বিভক্ত এক শক্তি ; মায়াৰ অধীন জীৱৰ মোক্ষজ্ঞান ঈশ্বৰৰ অনুগ্ৰহ ব্যতিৰেকে হব নোৱাৰে ; এতেকে ভগৱদ্ভক্তিয়েই মোক্ষ লাভৰ মুখ্য উপায়।

উক্ত চাৰিসম্প্ৰদায়ৰ উপৰিও আনুমানিক ১১৬২ খ্ৰীষ্টাব্দত আবিৰ্ভূত নিম্বাৰ্কাচাৰ্যই এটা নতুন সম্প্ৰদায় প্ৰৱৰ্তিত কৰিছিল। তেওঁৰ মতে জীৱ, জগৎ আৰু ঈশ্বৰ ভিন্ন হলেও জীৱ আৰু জগতৰ ব্যাপাৰ আৰু অস্তিত্ব স্বতন্ত্ৰ নহৈ ঈশ্বৰৰ ইচ্ছাকেই অৱলম্বন কৰি থাকে। মূলতঃ পৰমেশ্বৰতেই জীৱ আৰু জগতৰ সূক্ষ্ম তত্ত্ব নিহিত হৈ আছে। ৰামানুজাচাৰ্যৰ বিশিষ্টাদ্বৈতবাদৰ লগত এই সম্প্ৰদায়ৰ ভেদ প্ৰদৰ্শনাৰ্থে এই সম্প্ৰদায়ৰ মতক দ্বৈতাদ্বৈতী সম্প্ৰদায় বুলি অভিহিত কৰা হয়।

শঙ্কৰাচাৰ্যৰ বাহিৰে অন্যান্য সম্প্ৰদায়ে শঙ্কৰাচাৰ্য প্ৰৱৰ্তিত মায়াবাদ গ্ৰহণ নকৰি স্ব-স্ব মতবাদ প্ৰচাৰ কৰিছিল, কাৰণ চক্ষুগ্ৰাহ্য প্ৰত্যক্ষ বস্তুক সত্য বুলি স্বীকাৰ নকৰিলে

ব্যক্তৰ উপাসনা অৰ্থাৎ ভক্তি নিৰাধাৰ হৈ যায় আৰু কিছুপৰিমাণে মিছাও হয় বুলি তেওঁলোকে বিশ্বাস কৰিছিল। কিন্তু ভক্তিৱাদ স্থাপন কৰিবলৈ হলে অদ্বৈত বা মায়াৱাদ পৰিত্যাগ কৰিব লাগিব বুলি কোনো যুক্তি নাই। মায়াৱাদ বা অদ্বৈতৱাদ স্বীকাৰ কৰিও বহুতো তত্ত্বদৰ্শী ভক্তই ভগৱদ্ উপাসনা কৰাৰ নিদৰ্শন আছে। শ্ৰীমদভগৱদ্‌গীতাতেই ভগবান শ্ৰীকৃষ্ণই নিজমুখে ব্যক্ত কৰিছে—

"ক্লেশোঽধিকতৰস্তেষামব্যক্তাসক্তচেতসাম্" গী. ১২।৫ অৰ্থাৎ অব্যক্ত ব্ৰহ্মৰ প্ৰতি চিত্ত আসক্ত কৰা অধিক কষ্টকৰ। সেইকাৰণেই ভগবানে অৰ্জুনক উপদেশ দিছে—'ভক্তাস্তেঽতীৱ মে প্ৰিয়াঃ।' গী. ১২।২০ অৰ্থাৎ মোৰ ভক্তই মোৰ অতীৱ প্ৰিয়। গতিকে অদ্বৈতপৰ ভক্তিমাৰ্গই শ্ৰীমদভগৱদ্‌গীতাৰ মুখ্য প্ৰতিপাদ্য বিষয় বুলি কব পাৰি; শ্ৰীধৰস্বামীয়ে গীতাৰ টীকাত জ্ঞানমিশ্ৰা ভক্তিৰ প্ৰচাৰ কৰিলেও জ্ঞানতকৈ ভক্তিৰ প্ৰাধান্য স্বীকাৰ কৰিছে আৰু অদ্বৈতৱাদ সমৰ্থন কৰিছে।

এইসকল ভাষ্যকাৰৰ বাহিৰেও মধুসূদন সৰস্বতী, যমুনাচাৰ্য, ৰামানুজৰ গুৰু যামুন, মহাৰাষ্ট্ৰৰ জ্ঞানদেৱ, প্ৰভৃতিয়ে ভক্তিৰদ্বাৰা পৰব্ৰহ্মক যে লাভ কৰিব পাৰি তাকেই দোহাৰিছে।

শ্ৰীমদ্‌ভগৱদ্‌গীতাৰ বিভিন্ন ভাষ্যকাৰে বিভিন্ন মাৰ্গেৰে ভগৱদ্‌প্ৰাপ্তিৰ উপায় নিৰ্দেশ কৰিছে। তাৰ ভিতৰত জ্ঞান, কৰ্ম, যোগ আৰু ভক্তি—এই চাৰিটাকেই সাধনৰ প্ৰধান উপায় বুলি নিৰ্দ্দেশ কৰিছে। কিন্তু মূলতঃ এই চাৰিটা পন্থা আপাতদৃষ্টিত পৃথক হলেও সৰ্বশেষত এই চাৰিও মাৰ্গ এক পৰম তত্ত্বত উপনীত হয়। কিন্তু এই সকলো মাৰ্গ সকলো মানুহৰ কাৰণে উপযোগী নহয়। ইয়াৰ ভিতৰত ভক্তিৰ উপযোগিতা সকলো শ্ৰেণীৰ লোকৰ কাৰণেই আছে।

ভাৰতবৰ্ষত সংস্কৃত ভাষাসাহিত্যৰ চিন্তা-চৰ্চা স্তিমিত হোৱাৰ ফলত যেতিয়া প্ৰান্তীয় ভাষাসাহিত্য অৰ্থাৎ আধুনিক ভাৰতীয় ভাষাসমূহৰ বিকাশ আৰম্ভ হ'ল তেতিয়াৰেপৰা ভক্তিমাৰ্গাশ্ৰয়ী বৈষ্ণৱ ধৰ্মৰ তত্ত্বসমূহ ৰামায়ণ, মহাভাৰত, গীতা, নানা পুৰাণ বিশেষকৈ ভক্তিতত্ত্ব প্ৰধান শ্ৰীমদ্‌ভাগৱত গ্ৰন্থৰ আধাৰত মনস্বী পণ্ডিতসকলে ব্যাখ্যা কৰি বৈষ্ণৱ ধৰ্মৰ বুনিয়াদ দৃঢ় কৰি প্ৰসাৰ আৰু প্ৰৱৰ্তন সুচল কৰি তোলে।

বৈষ্ণৱ ধৰ্মৰ বিস্তৃতি :— এই প্ৰসংগত মনকৰিবলগীয়া কথা এই যে ৰামানুজাচাৰ্যই বিশিষ্টাদ্বৈতৱাদৰ আধাৰত ভক্তিৱাদাশ্ৰয়ী ধৰ্মৰ প্ৰচাৰ কৰাৰ পূৰ্বেই দাক্ষিণাত্যত নানা জাত-কুলৰ আলৱাৰসকলে সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ আৰু বিষ্ণুৰ তিৰুবিক্ৰম বা ত্ৰিবিক্ৰম বামন অৱতাৰ আৰু ভগবান শ্ৰীকৃষ্ণৰ অৱতাৰ মাহাত্ম্য কীৰ্ত্তন কৰি বহুতো স্তুতিগীত ৰচনা কৰিছিল। এওঁলোকৰ ধৰ্মমত অতি স্পষ্ট। তেওঁলোকে কৰ্মবহুল সাধন পদ্ধতিৰ পৰিৱৰ্তে ঐকান্তিক শ্ৰদ্ধা, প্ৰেম আৰু ভক্তিকেই

ঈশ্বৰ প্ৰাপ্তিৰ উপায় বুলি অভিহিত কৰিছে। তেওঁলোকে বিষ্ণুৰ শক্তি লক্ষ্মীকো বিষ্ণুৰ লগত অভিন্ন বুলি জ্ঞান কৰিছিল। সাংসাৰিক সুখ, আনকি স্বৰ্গলাভকো ভগৱদ্ ভক্তিৰ তুলনাত হেয় বুলি ভাবিছিল। বহুতো পণ্ডিতে আলৱাৰসকলৰ ভক্তি-ৱাদৰ অনুকৰণত ভাগৱত পুৰাণ ৰচিত হোৱা বুলি অনুমান কৰে—অৱশ্যে ই এটা বিবদমান বিষয়। তেওঁলোকৰ শেষ ভক্ত পুৰুষ নাথমুনি সম্ভৱতঃ একাদশ শতিকাৰ লোক। এওঁৰে নাতি যামুনাচাৰ্য চোল সাম্ৰাজ্যৰ গৌৰৱময় কালত আৱিৰ্ভূত হৈছিল। যামুনাচাৰ্য ৰামানুজাচাৰ্যৰ গুৰু। ৰামানুজৰ পিছত ৰামনুজপন্থী ৰামানন্দই ( জন্ম সম্বৎ ১৩৫৬ ) ভক্তি ধৰ্মৰ তত্ত্ব উত্তৰ ভাৰতত প্ৰচাৰ কৰে। ষোড়শ শতিকাত পাঞ্জাব অঞ্চলত ৰামানন্দৰ মুছলমান শিষ্য কবীৰে ভক্তিধৰ্ম প্ৰচাৰ কৰে। সেই শতিকাৰে আদি ভাগত বল্লভাচাৰ্যই শুদ্ধাদ্বৈতৱাদ প্ৰৱৰ্তন কৰি ভক্তিধৰ্মৰ ধাৰা মথুৰা, বৃন্দাবন আৰু পিছত গুজৰাট অঞ্চলত প্ৰকট কৰে। ৰামানন্দৰ শিষ্যসম্প্ৰদায়ৰ পৰম সাধক ভক্ত গোস্বামী তুলসীদাসে ( সম্বৎ ১৫৮০—১৬৫৪ ) "ৰামচৰিতমানস" প্ৰণয়ন কৰি ভগবান বিষ্ণুৰ অৱতাৰ ৰামৰ মাহাত্ম্য কীৰ্তন কাৰ সমগ্ৰ উত্তৰ ভাৰতত ৰামভক্তিৰ জাগৰণ আনে। তেতিয়াৰ বঙ্গদেশত আনুমানিক ১৪৮৫ খ্ৰীষ্টাব্দত জন্ম গ্ৰহণ কৰা শ্ৰীচৈতন্যদেৱে ৰাধাকৃষ্ণৰ যুগল উপাসনা পদ্ধতি প্ৰৱৰ্তন কৰ ভক্তিধৰ্মৰ ধাৰা প্ৰবাহিত কৰে। অসমত মহাপুৰুষ শঙ্কৰদেৱে ( খ্ৰী. ১৪৪৯—১৫৬৮ ) বৈষ্ণৱ ধৰ্মৰ ভক্তি আন্দোলনৰ গুৰি ধৰি অদ্বৈতৱাদাশ্ৰয়ী বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰে। মহাৰাষ্ট্ৰত ৰামদাস, তুকাৰাম, নামদেৱ, জ্ঞানদেৱ, উত্তৰভাৰতত সুৰদাস, বিদ্যাপতি, উৰিষ্যাত বলদেৱ প্ৰভৃতিয়ে বৈষ্ণৱ ধৰ্মৰ আন্দোলন বিস্তৃত কৰি সামাজিক আৰু সাংস্কৃতিক বিপ্লৱৰ সূচনা কৰিছিল।

ভক্তিমাৰ্গৰ আশ্ৰয়ত গঢ়ি উঠা নৱ বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ আৰু প্ৰসাৰ ভাৰতত কেনেদৰে হৈছিল তাৰ এটা থূলমূল আভাস দাঙি ধৰা হৈছে এই কাৰণে যাতে ভক্তিমূলক বৈষ্ণৱ ধৰ্মৰ জনপ্ৰিয়তাৰ কথা সৰ্বসাধাৰণে সহজে উপলব্ধি কৰিব পাৰে।

## ভক্তিমাৰ্গ

"ভক্তিজ্ঞানায় কল্পতে" অৰ্থাৎ ভক্তিৰপৰা জ্ঞানৰ উদয় হয়। এই জ্ঞান কি? এই জ্ঞান হৈছে পৰমাৰ্থজ্ঞান বা ব্ৰহ্ম জ্ঞান। ব্ৰহ্মক জনাৰ উপায় কি? জ্ঞান-কৰ্ম-যোগ-ভক্তি এই চাৰি মাৰ্গেৰে ব্ৰহ্মজ্ঞান লাভ কৰিব পাৰি বুলি মহাজনসকলে উদাত্ত কণ্ঠে স্বীকাৰ কৰি আহিছে। ভক্তি মাৰ্গই সকলোবোৰতকৈ উৎকৃষ্ট পন্থা, কিয়নো জ্ঞান-কৰ্ম-যোগ মাৰ্গৰ নিৰ্দিষ্ট কাৰ্য কৃচ্ছ্ৰসাধ্য আৰু বুদ্ধিগম্য। তত্ত্বদৰ্শী বা তীক্ষ্ণবুদ্ধিসম্পন্ন-

সকলৰ কাৰণে জ্ঞান-কৰ্ম-যোগ মাৰ্গৰদ্বাৰা ভগৱদ্প্ৰাপ্তি বা ব্ৰহ্ম জ্ঞান লাভ সুসাধ্য হলেও সৰ্বসাধাৰণ মানুহৰ পক্ষে এইবোৰ মাৰ্গৰদ্বাৰা ব্ৰহ্মজ্ঞান বা ভগৱদ্চিন্তা কৰাটো সহজ সাধ্য নহয়। শ্ৰীমদ্ভগৱদ্গীতাত স্বয়ং ভগবানে কৈছে—

আশ্চৰ্যবৎ কশ্চিদেনমাশ্চৰ্যৱদ্ ৱদতি তথৈৱ চান্যঃ।
আশ্চৰ্যৱচ্চৈনমন্যঃ শৃণোতি শ্ৰুত্বাপ্যেনং ৱেদ ন চৈৱ কশ্চিৎ ॥
গী. ২।২৯

— কোনোৱে তেওঁক ( ব্ৰহ্মক ) দেখি আশ্চৰ্য্য হয়, কোনোৱে তেওঁক বিস্ময়কৰ বুলি বৰ্ণনা কৰে, কোনোৱে তেওঁ কেনেকুৱা অপূৰ্ব তাকে শুনে, কিন্তু শুনিও তেওঁক কোনোৱে জানিব নোৱাৰে।

সেই একে কথাকেই কঠোপনিষদত কৈছে—

শ্ৰৱণায়াপি ৱহুভিৰ্যো ন লভ্যঃ
শৃণ্বন্তোঽপি ৱহৱো যং ন বিদ্যুঃ।
আশ্চৰ্যো ৱক্তা কুশলোঽস্য
লব্ধাশ্চৰ্যো জ্ঞাতা কুশলানুশিষ্ট ॥ —কঠ. ১।২।৭

— যি আত্মাৰ বিষয়ে বহুলোকেই শুনিবলৈ নাপায়, শুনিও যাক বহুলোকে জানিব নোৱাৰে, সেই আত্মাৰ ( ব্ৰহ্মৰ ) বিষয়ে বক্তাও সুদুৰ্লভ। এই আত্মাৰ জ্ঞান অতি নিপুণ লোকেহে লাভ কৰিব পাৰে, এনেকি নিপুণ আচাৰ্যৰদ্বাৰা উপদিষ্ট হৈও আত্মাৰ জ্ঞান লাভ কৰিবপৰা ব্যক্তিও সচৰাচৰ দেখা নাযায়।

এতেকে উল্লিখিত শাস্ত্ৰবাক্যৰ তাৎপৰ্য এইয়েই যে আত্মতত্ত্বজ্ঞান মানুহৰ অধিগম্য হলেও অতি কমসংখ্যক লোকেহে সেই জ্ঞান লাভ কৰিবলৈ সমৰ্থ হয় একামাত্ৰ আত্ম-সংযম, ঐকান্তিক নিষ্ঠা আৰু অনাসক্তিৰদ্বাৰা। চেষ্টা কৰিলেই সকলোৱে সেই ব্ৰহ্মজ্ঞান বা সত্যৰ দৰ্শন লাভ কৰিব পাৰে। পিছত সংসাৰৰ প্ৰায়বোৰেই তেনে চেষ্টাৰ প্ৰয়োজন বোধ নকৰে অথবা তেওঁলোকৰ চিত্তত আত্মতত্ত্ব জ্ঞান লাভৰ কোনো আকাংক্ষাই নজন্মে, যদিও বা আকাংক্ষা জন্মে তথাপি আত্মতত্ত্বৰ বিষয়ে জানিবলৈ কোনো সুযোগ নাপায়, কাৰণ আত্মতত্ত্বৰ বিষয়ে জনা ব্যক্তি অতি দুৰ্লভ। আনফালে যিসকলে প্ৰয়োজন অনুভৱ কৰে তেওঁলোকৰো বহুতেই সংশয় আৰু দ্বিধাগ্ৰস্ত হয়। আকৌ দ্বিধা বা সংশয় নাথাকিলেও ব্ৰহ্মজ্ঞানৰ ব্যাপাৰটো কিছু দুৰূহ যেন ভাবি পিচ হুহকে। অতি কম সংখ্যক লোকেহে বাধা বিপত্তি অতিক্ৰম কৰি চৰম লক্ষ্যত অৰ্থাৎ ব্ৰহ্মতত্ত্বৰ জ্ঞান লাভত উপনীত হব পাৰে।

এই প্ৰসঙ্গত সাধাৰণতে আমাৰ মনত এটা প্ৰশ্নৰ উদয় হয় — ব্ৰহ্মৰ স্বৰূপ কি ? এই প্ৰশ্নৰ উত্তৰ যোগী-ঋষি-তত্ত্বদৰ্শী সকলোৱে নানাভাৱে বুজাবলৈ প্ৰয়াস কৰিছে। কোনোৱে কয় ব্ৰহ্ম নিৰ্গুণ, কোনোৱে কয় ব্ৰহ্ম সগুণ, কেনোৱে কয় ব্ৰহ্ম নিৰাকাৰ কোনোৱে কয় ব্ৰহ্ম সাকাৰ।

উপনিষদত এক আৰু অদ্বিতীয়, নিৰ্গুণ আৰু নিৰুপাধিক পৰমব্ৰহ্মৰ অস্তিত্ব দৃঢ়ভাৱে ঘোষণা কৰা হৈছে, সেই ব্ৰহ্ম মানুহৰ অন্তৰতম আত্মাৰ লগত অভিন্ন। বৃহদৰাণ্যক উপনিষদত কোৱা হৈছে যে যেতিয়া সকলোবোৰেই পৰমাত্মাতেই পৰ্যবসিত হৈ আছে, তেতিয়া কাৰ বিষয়ে কিহৰদ্বাৰা বা চিন্তা কৰা যাব ? সৰ্বজ্ঞ অন্তৰ্যামী ব্ৰহ্মক মানুহে কিদৰে জানিব ? শ্ৰীমদ্ভগৱদ্‌গীতাৰ দ্বিতীয় অধ্যায়ত ব্ৰহ্মক 'অব্যক্ত', 'অচিন্ত্য', 'নিৰ্বিকাৰ' বোলা হৈছে আৰু ত্ৰয়োদশ অধ্যায়ত কোৱা হৈছে ব্ৰহ্ম "সৎও নহয় অসৎও নহয়" এনেকুৱা পৰস্পৰ বিৰোধী গুণ আৰোপ কৰাৰ অৰ্থ এই যে ব্যাৱহাৰিক বা প্ৰায়োগিক উপাধি ব্ৰহ্মৰ ক্ষেত্ৰত প্ৰযোজ্য নহয়। এনেকুৱা নিৰ্গুণ ব্ৰহ্মৰ উপাসনা ভক্তিমাৰ্গৰ অভিপ্ৰেত আৰু প্ৰতিপাদ্য বিষয় নহয়। ভক্তিমাৰ্গত সগুণ ব্ৰহ্মৰ বা সাকাৰ ঈশ্বৰৰ উপাসানাহে অভিপ্ৰেত। দৰাচলতে সগুণ ব্ৰহ্মৰ উপাসনাহে সৰ্বসাধাৰণৰ কাৰণে উপযোগী, কিয়নো যি নিৰ্গুণ, নিৰ্বিশেষ, নিষ্ক্ৰিয়, যাক সৃষ্টিকৰ্তা, ঈশ্বৰ আদিৰে বুজাব নোৱাৰি, সাধাৰণলোকে তেনে বস্তুৰ ধাৰণা কৰিব নোৱাৰে ; তেনে নিৰ্গুণময়ৰ লগত কোনো শ্ৰদ্ধা-ভক্তিৰ সংযোগ স্থাপন কৰিব নোৱাৰে। সেই নিৰ্গুণব্ৰহ্ম অচিন্ত্যস্বৰূপ, মনোবাক্যৰ অতীত। বৃহদাৰণ্যক উপনিষদত আছে—"অথাত আদেশো নেতি নেতি" — অৰ্থাৎ তেওঁ এই নহয়, তেওঁ এই নহয়। আকৌ এই উপনিষদতেই আছে—"দ্বে বাব ব্ৰহ্মণো ৰূপে মূৰ্তং চৈৱামূৰ্তং চ মৰ্ত্যং চামৃতং চ স্থিতং চ যচ্চ সচ্চ ত্যচ্চ ॥" ২।৩।২ —ব্ৰহ্মৰ দুটা ৰূপ—মূৰ্ত আৰু অমূৰ্ত, মৰ্ত্য আৰু অমৃত, স্থিতিশীল আৰু গতিশীল, সৎ ( সত্তাশীল ) আৰু ত্যৎ ( অব্যক্ত )। গতিকে মূৰ্ত ব্ৰহ্মৰ উপাসনা কৰিলেও নিৰ্গুণময় ব্ৰহ্মৰেই উপাসনা কৰা হয়। ব্ৰহ্মৰ এই মূৰ্তৰূপতেই ভক্তই ভক্তিৰ সংযোগ স্থাপন কৰিব পাৰে।

শ্ৰীমদ্‌ভগৱদ্‌গীতাতো সগুণ আৰু নিৰ্গুণ উপাসনাৰ কোনটো শ্ৰেয় এই প্ৰশ্ন যেতিয়া নৰোত্তম অৰ্জুনে ভগবান শ্ৰীকৃষ্ণক সুধিছিল তেতিয়া তাৰ উত্তৰত শ্ৰীকৃষ্ণই অৰ্জুনক কৈছিল—

> মৎকৰ্মকৃন্মৎপৰমো মদ্ভক্তঃ সঙ্গৱৰ্জিতঃ।
> নিৰ্বৈৰঃ সৰ্বভূতেষু যঃ স মামেতি পাণ্ডৱ ॥ গীতা. ১১।৫৫

—হে পাণ্ডৱ, যি ব্যক্তি মৎকৰ্মকাৰী, মন্নিষ্ঠ, মদ্ভক্ত আৰু আত্মীয়স্বজনাদিৰ প্ৰতি

আকর্ষণশূন্য আৰু সকলো প্ৰাণীৰ প্ৰতি এনেকি অত্যন্ত অপকাৰীৰ প্ৰতিও বৈৰভাব-বিহীন তেৰেঁই মোক্ষ লাভ কৰে।

ভগবান শ্ৰীকৃষ্ণৰ এই কথা শুনি অৰ্জুনে পুনঃ সুধিলে—

এৱং সততযুক্তা যে ভক্তাস্ত্বাং পৰ্য্যুপাসতে।
যে চাপ্যক্ষৰমব্যক্তং তেষাং কে যোগবিত্তমঃ॥ গী. ১২।১

—অনৱৰতভাৱে তদ্‌গতচিত্ত হৈ যিসকল ভক্তই তোমাক অৰ্থাৎ সগুণ ঈশ্বৰক উপাসনা কৰে আৰু যিসকলে অব্যক্ত অক্ষৰৰ (অবিনশ্বৰৰ) উপাসনা কৰে—এই উভয়ৰ ভিতৰত শ্ৰেয় কোন?

জগতত এনে পুৰুষ আছে যি বিশ্বসম্পৰ্কবৰ্জিত নিৰ্গুণ, অদ্বিতীয় পৰমব্ৰহ্মৰ লগত বিলীন হবলৈ বাঞ্ছা কৰে, আকৌ এনে লোকো আছে যি মানুহ আৰু প্ৰকৃতি জগতত যি সাকাৰ সগুণ ঈশ্বৰ ৰূপে প্ৰকট হয় তেওঁৰ সঙ্গত সাযুজ্য অৰ্থাৎ মিলিত হোৱাৰ আশা পোষণ কৰে। আন কথাত মানুহে কেনেকৈ সকলো ভগবদ্ অভিব্যক্তিকেই পৰিত্যাগ কৰি অব্যয় অব্যক্তক পাবলৈ দুঃসাধ্য চেষ্টা কৰিব?

এই সংশয় দূৰীকৰণৰ কাৰণে শ্ৰীকৃষ্ণই অৰ্জুনক কলে—

ময্যাৱেশ্য মনো যে মাং নিত্যযুক্তা উপাসতে।
শ্ৰদ্ধয়া পৰয়োপেতাস্তে মে যুক্ততমা মতাঃ॥ গী. ১২।২

—যি মোৰ প্ৰতি মন সন্নিবিষ্ট কৰি নিৰৱচ্ছিন ভাৱে আন্তৰিকতাৰে পৰম শ্ৰদ্ধাযুক্ত হৈ মোৰ (সগুণ স্বৰূপৰ) উপাসনা কৰে তেৰেঁই সৰ্বশ্ৰেষ্ঠ যোগী—এই মোৰ মত। আকৌ কৈছে—

তথাপি যিসকলে অব্যক্ত অবিনশ্বৰ ব্ৰহ্মৰ চিন্তা কৰে তেওঁলোকে মোকেই লাভ কৰে, কিন্তু অব্যক্তৰ উপাসনা দেহাভিমানী জীৱৰ পক্ষে সহজ সাধ্য নহয়। এতেকে তুমি মোতেই চিত্ত সমাহিত কৰা।

অৱধূত গীতাত দত্তাত্ৰেয়ই এইদৰে কৈছে—

যেনেদং পূৰিতং সৰ্বমাত্মনৈৱাত্মনাত্মনি।
নিৰাকাৰং কথং ৱন্দে অভিন্নং শিৱমব্যয়ম্॥

—যি নিৰাকাৰ, অবিভেদ্য আনন্দস্বৰূপ আৰু অবিনাশী, যি নিজৰ মাজতে নিজৰদ্বাৰা আৰু নিজেই সকলোতে পৰিব্যাপ্ত, তেওঁক মই কিদৰে বন্দনা কৰিম?

এতেকে দেখা যায় নিৰ্গুণ ব্ৰহ্মৰ উপাসনাৰ পৰিৱৰ্তে সাকাৰ বা সগুণ ব্ৰহ্মৰ উপাসনাহে সহজ সাধ্য। কিন্তু তথাপিও মানৱ মনৰ গঠন এনেকুৱা যে সগুণ বস্তুৰ

মাজতো যি বস্তু অব্যক্ত অৰ্থাৎ যাৰ কোনো ধৰণৰ বিশিষ্ট আকাৰ নাই সি চকু আদি ইন্দ্ৰিয়ৰ অগোচৰ তাৰ লগত প্ৰেম বা শ্ৰদ্ধা বা ভক্তিৰ সম্পৰ্ক স্থাপন অথবা সেই বস্তুৰ নিৰৱচ্ছিন্ন চিন্তনৰদ্বাৰা মনক তাতে নিয়োজিত কৰি ৰখাটো মানুহৰ পক্ষে দুঃসাধ্য ; কাৰণ, মন স্বভাৱতেই চঞ্চল : গতিকে ইন্দ্ৰিয় গোচৰ কোনো স্থিৰ বস্তু মূললক্ষ্যৰূপে বা আধাৰৰূপে মনৰ সন্মুখত নাৰাখিলে, কিহক আশ্ৰয় কৰি মানুহে মনটো স্থিৰে ৰাখিব ? ইন্দ্ৰিয়ৰ অগোচৰ বস্তুটো মনে কল্পনা কৰিব কেনেকৈ ? চিত্তস্থৈৰ্যৰ এই মানসিক প্ৰক্ৰিয়া মহা মহা জ্ঞানী পুৰুষৰো পক্ষে দুঃসাধ্য, সাধাৰণ মানুহৰ পক্ষে সি একেবাৰে অসম্ভৱ। এই দুৰূহ সমস্যাৰ সমাধান কল্পে মহাত্মা বাল গঙ্গাধৰ তিলকে এটা উদাহৰণ দাঙি ধৰিছে এইদৰে—জ্যামিতি শাস্ত্ৰৰ শিক্ষকে ছাত্ৰসকলৰ মনত ৰেখাৰ জ্ঞান স্পষ্ট কৰিবলৈ বৰ্ডত ৰেখাৰ অংশ এটা আঁকি দিয়ে ; কিন্তু এই ৰেখা অনাদি, অনন্ত আৰু বিস্তৃতিহীন অৰ্থাৎ অব্যক্ত, অথচ এই ৰেখা দৈৰ্ঘ্যগুণ থকা বাবে সগুণ ; সেই কাৰণে সেই ৰেখাৰ কল্পনা মনত দৃঢ় কৰিবলৈ সেই ৰেখাৰ এটা অংশ বৰ্ডত আঁকি দেখুৱাবলগীয়া হয়। ৰেখা বস্তুটো যেনেকৈ অব্যক্ত তেনেকৈ নিৰ্গুণ ব্ৰহ্মও অব্যক্ত ; দৈৰ্ঘ্যগুণ বিশিষ্ট হোৱা কাৰণে ৰেখা যেনেকৈ সগুণ হৈ পৰে তেনেকৈ অব্যক্ত ব্ৰহ্মও সৃষ্টিকৰ্তাৰূপে সৰ্বকৰ্তা হৈ সগুণ হৈ পৰে। ৰেখাৰ কল্পনা মনত দৃঢ় কৰিবলৈ যেনেকৈ ৰেখাখণ্ড বৰ্ডত আঁকা হয় সেইদৰে সেই নিৰাকাৰ অৰ্থাৎ অব্যক্ত পৰমেশ্বৰক প্ৰেমৰ আধাৰ কৰি তেওঁতেই নিজৰ চিত্তবৃত্তি লীন কৰিবৰ কাৰণে মনৰ সন্মুখত কোনো ধৰণৰ 'প্ৰত্যক্ষ' নামৰূপাত্মক বস্তু ৰাখিবলগীয়া হয়, যাতে সাধাৰণ মানুহৰ মনত সগুণ ঈশ্বৰৰ ধাৰণা স্পষ্ট হৈ পৰে। এনেকৈয়ে সাকাৰ ব্ৰহ্মৰ কল্পনাৰদ্বাৰা ভক্তিৰ ভেটি দৃঢ় কৰা হয়।

লৌকিক জগতত দেখা যায় যে প্ৰথমতে কোনো ধৰণৰ ব্যক্ত বস্তু নেদেখিলে, সেই বস্তুটোৰ অব্যক্ত ৰূপৰ কল্পনাও মানুহৰ মনত উপস্থিত হব নোৱাৰে। উদাহৰণ স্বৰূপে আকাশৰ ৰামধনু নেদেখাজনৰ মনত ৰামধনুৰ ধাৰণা ওপজাব নোৱাৰি আৰু দেখাজনৰ মনত ৰামধনুৰ ৰূপটো অব্যক্ত অৱস্থাতো মনত প্ৰতিভাত হয়। সেই কাৰণে সৰ্বসাধাৰণৰ কাৰণে সাকাৰ বা সগুণৰ উপাসনাহে সম্ভৱপৰ হয়। যোগবাসিষ্ঠ ৰামায়ণত সাকাৰ ৰূপৰ আৱশ্যকতাৰ বিষয়ে উদাহৰণ দাঙি ধৰা হৈছে এইদৰে—

অক্ষৰাৱগমলব্ধয়ে যথা স্থূলবৰ্ত্তুলদৃষৎ পৰিগ্ৰহঃ।
শুদ্ধবুদ্ধপৰিলব্ধয়ে তথা দাৰুমৃণ্ময়শিলাময়াৰ্চ্চনম্ ॥

—আখৰৰ পৰিচয়ৰ কাৰণে শিশুসকলৰ সন্মুখত যেনেকৈ স্থূল কাষ্ঠবৰ্ত্তুল সজাই আখৰৰ

আকাৰ দেখুওৱা হয় সেইদৰে নিত্য শুদ্ধ পৰব্ৰহ্মৰ জ্ঞান উৎপাদনৰ কাৰণে মাটি বা কাঠ বা শিলৰ মূৰ্ত্তি স্থাপন কৰা হয়।

গতিকে দেৱতাৰ মূৰ্ত্তি সাজি তাকেই মাধ্যমৰূপে লৈ নিগু'ণ ব্ৰহ্মৰ উপাসনা কৰিব পাৰি ; কাৰণ নিগু'ণৰ উপাসনা যে অতি ক্লেশকৰ তাকেই শ্ৰীমদ্ভগৱদ্গীতাত কোৱা হৈছে এইদৰে—

ক্লেশোঽধিকতৰস্তেষাং অব্যক্তাসক্তচেতসাং।
অব্যক্তা হি গতিৰ্দুঃখং দেহৱদ্ভিৰৱাপ্যতে॥ গী. ১২।৫

- অব্যক্তৰ ওপৰতে যি চিত্তৰ একাগ্ৰতা নিবিষ্ট কৰে তেওঁৰ অশেষ কষ্ট হয়, কাৰণ দেহধাৰী মানুহৰ পক্ষে এই অব্যক্তগতি লাভ কৰা স্বভাৱতেই কষ্টকৰ।

সেইকাৰণেই ভক্তিমাৰ্গত উপাসনাকেই প্ৰাধান্য দিয়া হৈছে। ভক্তিবাদীসকলে উপস্থাপিত কৰিছে যে যি নিগু'ণ, তেৱেঁই তেওঁৰ লীলা অৱস্থাত সগুণ বা সাকাৰ। শ্ৰীমদ্ভাগৱতত কৈছে, "লীলয়া ৱাপি যুজ্যেৰন্ নিগু'ণস্য গুণাঃ ক্ৰিয়াঃ" ৩।৭।২—নিগু'ণ ব্ৰহ্মই লীলাৰ হলেও গুণ আৰু ক্ৰিয়াযুক্ত হয়। বিষ্ণুপুৰাণত সাকাৰ ব্ৰহ্মৰ লক্ষণৰ বিষয়ে ব্যাখ্যা কৰিছে এইদৰে—

যদক্ষৰং ব্ৰহ্ম য ঈশ্বৰঃ পুমান্
গুণোৰ্মিসৃষ্টিস্থিতিকালঃ সংলয়ঃ। ১।১।২

—যিজন সৎস্বৰূপ অক্ষৰ ( অবিনাশী ) ব্ৰহ্ম তেৱেঁই প্ৰকৃতিৰ ক্ষোভজনিত সৃষ্টিস্থিতিলয়ৰ হেতুভূত ঈশ্বৰ। অৰ্থাৎ বিশ্ব সৃষ্টিৰ কাৰণেই ব্ৰহ্মই সাকাৰ ৰূপ ধাৰণ কৰে। এতেকে দেখা যায় যে সাকাৰ উপাসনাৰদ্বাৰা নিগু'ণ পৰব্ৰহ্মৰো উপাসনা কৰা হয়।

দাৰ্শনিকপ্ৰবৰ সৰ্বপল্লী ৰাধাকৃষ্ণণে কৈছে যে এক সগুণ ভগবানৰ সৈতে প্ৰেম বা শ্ৰদ্ধা আৰু বিশ্বাসৰ সম্পৰ্কই হৈছে ভক্তি। এই সগুণ ভগবানৰ উপাসনা বা অৰ্চনা দুৰ্বল, অনুন্নত, নিৰক্ষৰ, মূৰ্খ আৰু আন সকলোৰে পক্ষে উৎকৃষ্ট পন্থা। তাকেই অন্য প্ৰকাৰে শ্ৰীমদ্ভগৱদ্গীতাৰ নৱম অধ্যায়ত শ্ৰীকৃষ্ণই কৈছে এইদৰে—

মাং হি পাৰ্থ ব্যপাশ্ৰিত্য যেঽপি স্যুঃ পাপযোনয়ঃ।
স্ত্ৰিয়ো বৈশ্যাস্তথা শূদ্ৰাস্তেঽপি যান্তি পৰাং গতিম্॥ গী. ৯ ৩২

—হে পাৰ্থ, যি মোৰ আশ্ৰয় গ্ৰহণ কৰে সি যদি অন্ত্যজ নাৰী, বৈশ্য বা শূদ্ৰও হয়, তথাপি তেওঁ পৰমগতি লাভ কৰে।

ভক্তিৰ ক্ষেত্ৰত কোনো জাতিবৰ্ণলিঙ্গৰ ভেদ নাই। মানৱমাত্ৰেই ভক্তিৰ পথ গ্ৰহণ কৰিব পাৰে। সেইকাৰণেই তত্ত্ববিদ্ ভগৱদ্ভক্তসকলে সহজভাৱে কৈছে—

ব্যাধস্যাচৰণং ধ্ৰুৱস্য চ ৱয়ো ৱিদ্যা গজেন্দ্ৰস্য কা।
কা জাতি ৰ্ৱিদুৰস্য, যাদৱপতেৰুগ্ৰস্য কিং পৌৰুষম্ ॥
কুব্‌জায়া কমনীয়ৰূপমধিকং কিং তৎ সুদাম্নো ধনম্।
ভক্ত্যা তুষ্যতি কেৱলং ন তু গুণৈঃ ভক্তিপ্ৰিয়ো মাধৱঃ ॥

—ব্যাধৰ সদাচৰণ কি কি আছিল? ধ্ৰুবৰ বয়স কিমান? গজেন্দ্ৰই কি বিদ্যা লাভ কৰিছিল? বিদুৰৰ জাতি কি আছিল? উগ্ৰসেনৰ কি ক্ষমতা আছিল? কুঁজীৰ কি ৰূপ আছিল? সুদামৰ কি ঐশ্বৰ্য আছিল? ভগবানৰ ভক্তেই প্ৰিয়, তেওঁ ভক্তিৰদ্বাৰা তুষ্ট, তেওঁ অন্য গুণ বিচাৰ কৰি নাথাকে।

ভক্তিৰ মাহাত্ম্য কীৰ্তন কৰি অন্য এঠাইত কোৱা হৈছে—

নৰত্বং দেৱত্বং নগৱনমৃগত্বং মশকতা পশুত্বং কীটত্বং
ভৱতু ৱিহগত্বাদিজননম্।
সদা ত্বৎপাদাব্জস্মৰণপৰমানন্দলহৰীৱিহাৰসক্তং
চেদ্ হৃদয়মিহ কিং তেন ৱপুষা ॥

—জন্মত মানুহেই হওক দেৱদূত হওক বা পাহাৰ-পৰ্বতৰ পশু হওক, মহ, পৰু, ম'হ পতঙ্গ, পক্ষী ইত্যাদি যিয়েই নহওক, অন্তৰ যদি ইহ জনমত পৰমানন্দলহৰীৰ উৎস তোমাৰ পাদপদ্মৰ ধ্যানতেই সদায় নিমগ্ন থাকে তেনেহলে কোন যোনিত জন্ম তাৰ বিচাৰৰ প্ৰয়োজন নাই।

যদিও ইয়াত অতিশয়োক্তিৰ আশ্ৰয় লোৱা হৈছে তথাপি ভক্তিৰ পৰম পৰাকাষ্ঠা পৰিস্ফুটভাৱে প্ৰকাশিত হৈছে।

সেই একে কথাকেই অসমীয়া বৈষ্ণৱ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ, ভট্টদেৱ, হৰিদেৱ প্ৰভৃতিয়ে বাৰে বাৰে "কীৰ্তন," "নামঘোষা" "কথাভাগৱত" "কথাগীতা" আদি গ্ৰন্থত দোহাৰিছে।

শ্ৰীশঙ্কৰ মহাপুৰুষে ব্যক্ত কৰিছে—

নলাগে ভক্তিত দেৱ দ্বিজ ঋষি হইবে।
নলাগে সংস্কৃত শাস্ত্ৰ বিস্তৰ জানিবে ॥
তপ জপ যজ্ঞ দান সবে বিড়ম্বন।
কেৱলে ভক্তিত তুষ্ট হোন্ত নাৰায়ণ ॥ কী. ৭।১৫।১৬৫

আকৌ এঠাইত মহাপুৰুষে গাইছে—

নবাঞ্ছোহোঁ সুখ ভোগ নলাগে মুকুতি।
তোমাৰ চৰণে মাত্ৰ থাকোক ভকতি ॥ কী. ৮।২।১২

ভক্তিৰ বীজ ঋগ্‌বেদতেই অঙ্কুৰিত হৈছিল আৰু কালক্ৰমত ব্ৰাহ্মণ, আৰণ্যক, উপনিষদ, ৰামায়ণ মহাভাৰত, গীতা, পুৰাণ আদিত বিভিন্ন প্ৰসঙ্গত ভক্তিৰ আত্যন্তিক প্ৰয়োজনৰ কথা উল্লেখ কৰা হৈছে। শ্বেতাশ্বতৰোপনিষদতেই ভক্তিৰ বিষয়ে প্ৰথমে উল্লেখ কৰা হৈছে আৰু ভক্তিৰ সহায়ত ভগৱদ্‌প্ৰাপ্তিৰ উপায় নিৰ্দেশ কৰা হৈছে এইদৰে—

যস্য দেৱে পৰা ভক্তিৰ্যথা দেৱে তথা গুৰৌ

তস্যৈতে কথিতা হ্যৰ্থাঃ প্ৰকাশন্তে মহাত্মনঃ

প্ৰকাশন্তে মহাত্মনঃ ॥ ৬।২৩

—যাৰ পৰমেশ্বৰত অকৃত্ৰিম ভক্তি আছে আৰু তদনুৰূপ ভক্তি গুৰুৰ প্ৰতিও আছে, উপনিষদত কথিত এই সকলো বিষয় সেই ভক্ত মহাত্মাৰেই উপলব্ধ হয়।

ভক্তিৰ মূল শ্ৰদ্ধা, প্ৰেম আদিৰ কথা উপনিষদৰ বহু ঠাইত উল্লিখিত হৈছে। শ্ৰীমদ্‌ভগৱদ্‌গীতা আৰু শ্ৰীমদ্‌ভাগৱত—এই দুখন ভক্তিৰ প্ৰধান আধিকাৰিক গ্ৰন্থ। এই দুখন মহাগ্ৰন্থত ভক্তিৰ তত্ত্ব আৰু তাৎপৰ্য বিস্তৃত ৰূপত দাঙি ধৰা হৈছে।

মধ্যযুগত ভাৰতৰ প্ৰান্তীয় ভাষাসমূহৰ বিভিন্ন বৈষ্ণৱ গ্ৰন্থত ভক্তিৰ নানা ব্যাখ্যা উপস্থাপন কৰা হৈছে। সনাতন হিন্দু ধৰ্মত ভক্তিৰ স্থান সকলোৰে ওপৰত বুলি কলে অত্যুক্তি কৰা নহব।

ভক্তিমাৰ্গৰ প্ৰয়োজনৰ কথা অৱগত হোৱাৰ পিছত ভক্তিনো কাক বোলে বা ভক্তিৰ অৰ্থ কি তাকে জনাৰ প্ৰয়োজন আছে।

'ভক্তি' শব্দটো সংস্কৃতৰ ভজ্‌ ধাতুৰপৰা নিষ্পন্ন হৈছে—√ভজ্‌+ক্তিন=ভক্তি। ভজ্‌ ধাতুৰ অৰ্থ হৈছে সেৱা কৰা। সেৱা মানে ঈশ্বৰৰ সেৱা। ঈশ্বৰৰ প্ৰতি অনুৰাগপূৰ্ণ আসক্তিযেই ভক্তি। শাণ্ডিল্যসূত্ৰত শাণ্ডিল্যই কৈছে—"সা (ভক্তিঃ) পৰানুৰক্তিৰীশ্বৰে" —২।১ ঈশ্বৰৰ প্ৰতি পৰা অৰ্থাৎ নিৰতিশয় যি অনুৰক্তি তাকেই ভক্তি বোলে। দেৱৰ্ষি নাৰদে ভক্তিৰ সংজ্ঞা নিৰূপণ কৰি কৈছে—সা ( ভক্তিঃ ) তু অস্মিন্ পৰমপ্ৰেমৰূপা' — সেই ভক্তি আন একো নহয়, ঈশ্বৰৰ প্ৰতি গাঢ় প্ৰেম বা হৃদয় বিগলিত মৰম। শ্ৰীমদ্‌-ভাগৱত পুৰাণৰ মতে এই ভক্তি হব লাগে অহৈতুক—"অহৈতুক্যব্যৱহিতা যা ভক্তিঃ পুৰুষোত্তমে"—৩।২৯।১২। ভক্তি অহৈতুক হব লাগে এই কাৰণেই যে যেতিয়া মানুহে প্ৰাৰ্থনা কৰে 'হে পৰমেশ্বৰ মোক অমুক দিয়া" তেতিয়া ভক্তি সহেতুক হৈ পৰে আৰু যাগ-যজ্ঞাদি কাম্য কৰ্মাদিৰ অনুষ্ঠানৰ নিচিনা হৈ পৰে। সেইকাৰণে ভক্তি হব লাগে ঈশ্বৰৰ কৃপা লাভৰ কাৰণে আত্মসমৰ্পণ। ইয়াত কামনা বাসনাৰ কোনো স্থান নাই। ই কেনে হোৱা উচিত তাকেই ভক্তজনে ব্যক্ত কৰিছে এইদৰে—

न धनं न जनं सुन्दरीं करितां बा जगदीश कामये।

मम जन्मनि जन्मनीश्वरे ভৱতাদ্ ভক্তিৰহৈতুকী ত্বয়ি॥ শিক্ষাষ্টক. ৪.

—হে ঈশ্বৰ ধন, জন, সুন্দৰী নাৰী. কবি প্ৰতিভা মোক একোকে নালাগে, জন্মে জন্মে পৰমেশ্বৰত স্বতঃস্ফুৰ্ত ভক্তিয়েই মোৰ কাম্য।

এই একেটা সুৰতে মহা বৈষ্ণৱ কবি মাধবদেৱে গাইছে—

মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময়ী মাগোহো ভকতি।
সমস্ত মস্তকমণি নিজ ভকতৰ বশ্য
ভজো হেন দেৱ যদুপতি॥ নামঘোষা ১

ইয়াৰ তাৎপৰ্য এই যে ভুক্তিমুক্তিস্পৃহাশূন্য হৈ একমাত্ৰ সেৱাৰ ভাৱ মনত লৈ যিজনে ভগবানক ভজনা কৰে তেৱেঁই প্ৰকৃত ভক্ত। প্ৰকৃত ভক্তই সাযুজ্য মুক্তি নিবিচাৰে—কাৰণ সাযুজ্য মুক্তিত ভগৱানৰ লগত ভক্ত বিলীন হৈ যায়, ভগৱানৰ লগত বিলীন হোৱাৰ পিছত ভগৱদ্ভক্তিৰ বা সেৱাৰ মূল ক'ত? সেই কাৰণেই মহাপুৰুষে কীৰ্তন ঘোষাত কৈছে—

নেলাগে লীন মুকুতিক তথা।
নাহি হৰিপদ পঙ্কজ যথা॥
কৰ্ণৰ অমৃত হৰি-চৰিত।
ভকতৰ মুখে শুনিব নিত॥ কী ৩।৩।৪২

লীন মুকুতিত ভগৱানৰ সৈতে ভক্তৰ কোনো ভেদভাৱ নাথাকে। সেৱক-সেৱ্য ভাৱৰ বিলোপ ঘটে। সেই কাৰণে ভক্তসকলে সালোক্য, সামীপ্য, সাৰূপ্য আৰু সাৰ্ষ্টি এই চাৰিপ্ৰকাৰৰ মুক্তি বিচাৰে। ঈশ্বৰৰ পদ সেৱা যাতে জনমে জনমে কৰিব পাৰে তাকেই বিচাৰে।

এই ভক্তিৰ স্বৰূপে নো কি হোৱা উচিত তাকেই মহাত্মা শ্ৰীৰামনুজাচাৰ্যই ব্যক্ত কৰিছে এইদৰে—

ধ্যানং চ তৈলধাৰাৱৎ, অৱিচ্ছিন্নস্মৃতিসন্তানৰূপধ্ৰুৱাস্মৃতিঃ, স্মৃত্যপলম্ভে সৰ্বগ্ৰন্থীনাম ৱিপ্ৰমোক্ষ ইতি ভৱতি চ স্মৃতিভাৱনাপ্ৰকৰ্ষাৎ দৰ্শনৰূপতা। এৱং ৰূপা ধ্ৰুৱানুস্মৃতিৰেৱ ভক্তিশব্দেন অভিধীয়তে।

—*ব্ৰহ্মসূত্ৰভাষ্য* ১।১।১

—এটা পাত্ৰৰপৰা আন এটা পাত্ৰত ধালি থকা নিৰৱচ্ছিন্ন তেলৰ দৰে ধ্যেয় বস্তুৰ নিৰন্তৰ স্মৰণৰ নাম ধ্যান। এনেকুৱাকৈ কৰা ভগৱানৰ স্মৰণৰদ্বাৰা সকলো বন্ধন নাশ হয়।

শাস্ত্ৰত এনেকুৱা নিৰন্তৰ স্মৰণকেই মুক্তিৰ কাৰণ বোলা হৈছে। এনেকুৱা স্মৰণ বা স্মৃতি প্ৰগাঢ় হলেই দৰ্শনৰ (দেখাৰ) তুল্য হৈ পৰে। এনেকুৱা প্ৰগাঢ় স্মৃতিকেই ভক্তি বোলে। সেই কাৰণেই কোৱা হৈছে—

সততং স্মৰ্ত্তব্যো বিষ্ণুঃ বিস্মৰ্ত্তব্যো ন জাতু চিৎ।
সৰ্বে বিধিনিষেধাঃ স্যুৰেতয়োৰেব কিঙ্কৰাঃ॥

—*নাৰদীয় পঞ্চৰাত্ৰ*

—নিৰন্তৰভাৱে বিষ্ণুক স্মৰণ কৰিব লাগে, কেতিয়াও বিস্মৃত হব নালাগে। অন্যান্য যিবোৰ বিধিনিষেধ আছে সেই সকলোবোৰেই এই বিধিনিষেধৰ অনুগত।

পদ্মপুৰাণত বৰ্ণনা কৰা হৈছে যে ভগবান বিষ্ণুৰ নাম স্মৰণৰদ্বাৰা মনৰ সকলো অপবিত্ৰতা দূৰ হয়; ই পবিত্ৰকো অতি পবিত্ৰ কৰে। অপবিত্ৰৰ যিমান অৱস্থা হব পাৰে অৰ্থাৎ পাপকৰ্ম আচৰণৰদ্বাৰা যিমানবোৰ অধঃপতন ঘটে তাৰপৰা উদ্ধাৰ কৰিব পাৰে একমাত্ৰ হৰিনাম স্মৰণে।

কেৱল স্মৰণেই নহয়, ভক্তিৰ আৰু কেবাটাও স্তৰ আছে। শ্ৰীমদ্‌ভাগৱতত প্ৰহ্লাদে হিৰণ্যকশিপুক ভক্তিৰ প্ৰকাৰৰ বিষয়ে কৈছে—

শ্ৰৱণং কীৰ্ত্তনং বিষ্ণোঃ স্মৰণং পাদসেৱনম্
অৰ্চনং বন্দনং দাস্যং সখ্যমাত্মনিৱেদনম্॥ ৭।৫।২৩

—বিষ্ণুৰ নাম শ্ৰৱণ, কীৰ্তন, স্মৰণ আৰু বিষ্ণুৰ পৰিচৰ্যা, পূজা, স্তুতি, দাসত্ব-ভাৱনা, সখ্য অৰ্থাৎ মিত্ৰত্ব-ভাবনা আৰু আত্মনিবেদন অৰ্থাৎ সম্পূৰ্ণ আত্মসমৰ্পণ এই নটা ভক্তিৰ লক্ষণ।

এই নৱ লক্ষণযুক্ত ভক্তি যদি বিষ্ণুৰ প্ৰীতিৰ অৰ্থে কৰে তেন্তে ভক্তই মুক্তি লাভ কৰিব পাৰে।

শ্ৰীকৃষ্ণই পৰমভক্ত নাৰদক কৈছে—

নাহং বসামি বৈকুণ্ঠে যোগিনাং হৃদয়ে ন চ।
মদ্ভক্তা যত্ৰ গায়ন্তি তত্ৰ তিষ্ঠামি নাৰদ॥ বৃহন্নাৰদীয়পুৰাণ ১১।৪

—হে নাৰদ, মই স্বৰ্গত বাস নকৰোঁ, য'ত মোৰ ভক্তসকলে মোৰ মহিমা কীৰ্তন কৰে তাতেই মোৰ বাসস্থান।

শ্ৰৱণ, কীৰ্তন, স্মৰণাদি বিভিন্ন উপায়েৰে চিৰ আনন্দময়, চিৰপ্ৰসন্ন আৰু ভক্তবৎসল পৰমেশ্বৰৰ ওচৰত আত্মসমৰ্পণ কৰিব পাৰিলেই ভক্তসকলে স্বৰ্গীয় আনন্দ লাভ কৰিব পাৰে। ভক্তিৰ সহায়ত ভক্তৰ পৰমাৰ্থিক শান্তি লাভ হয়। ভক্তই সদায় ভগবানৰ

ওচৰত দীন বুলি আত্মসমৰ্পণ কৰিব লাগে, কাৰণ ভগবানে ভক্তৰ দীনতা ভাল পায় ; সেই দীনতাত ঈশ্বৰৰ আনন্দ, তাকেই নাৰদে 'দৈন্যপ্ৰিয়ত্বম্'' বুলি কৈছে। ভক্তই যেতিয়া ঈশ্বৰৰ ওচৰত নিজক সমৰ্পণ কৰে সকলো সাংসাৰিক বাসনা-লালসা ত্যাগ কৰে তেতিয়াই ভগবানে ভক্তৰ সমস্ত ভ্ৰান্তি গ্ৰহণ কৰে, ভক্তৰ সকলো অভাৱ অৰ্থাৎ জ্ঞান পথৰ সকলো বাধা দূৰ কৰে ; ভগবানে তেওঁৰ অপাৰ-অসীম কৰুণাৰে ভক্তৰ জীৱন পবিত্ৰ কৰে। এই ভগৱানত আত্মসমৰ্পণ অৰ্থাৎ ভগবানৰ ওচৰত শৰণ লোৱা কাৰ্যৰদ্বাৰা ভগৱদ্ প্ৰাপ্তি ঘটে। এই প্ৰসঙ্গত ড° সৰ্বপল্লী ৰাধাকৃষ্ণণৰ ভক্তিধাৰাৰ কথাখিনি প্ৰণিধানযোগ্য। তেওঁ কৈছে—

> ঈশ্বৰৰ অনুগ্ৰহ আমি আমাৰ নিজৰ চেষ্টাৰদ্বাৰা অৰ্জন কৰিব নোৱাৰোঁ— এই ধাৰণাৰপৰাই তীব্ৰ ভাবাবেগ বিশিষ্ট ধৰ্মাচৰণৰ উৎপত্তি। ভক্তিৰ কাৰণে মাত্ৰ শ্ৰদ্ধা আৰু প্ৰেমৰ প্ৰয়োজন ; কিন্তু প্ৰপত্তি বা শৰণাগতি বা সেৱাৰ ক্ষেত্ৰত আমি আমাক ঈশ্বৰৰ ওচৰত নিৱেদন কৰোঁ—তেওঁ তেওঁৰ ইচ্ছানুসৰি আমাক যি কৰে কৰক এই মনোভাবলৈ। এই ক্ষেত্ৰত বিশ্বাস বা প্ৰত্যয়ৰ প্ৰত্যক্ষ আৰু দীনভাৱেৰে আত্মসমৰ্পণৰ সবল আৰু নিৰলঙ্কাৰ বিশুদ্ধতাই বিশেষভাৱে প্ৰকাশিত হয়। ভক্তিযোগৰ তীব্ৰতাৰপৰা সমৰ্পণৰ সম্পূৰ্ণতাতেই ধাৰ্মিকতাৰ মূল- এই ধাৰণা প্ৰপত্তিত জন্মে। নিজকে সম্পূৰ্ণৰূপে আত্মবোধ-শূন্য কৰিলেই ভগবানে আমাক অধিকাৰ কৰে । তেতিয়া আমাৰ সকলো দাবী —( অৰ্থাৎ মোক অমুক দিয়া, মোৰ অমুক কৰা আদি সকলো ভাব ) বিসৰ্জন দিব লাগে। ভক্তি আৰু প্ৰপত্তিৰ প্ৰভেদ বুজাবলৈ পশুৰ আচৰণৰ দৃষ্টান্ত উপস্থাপিত কৰা হয়। এটা বানৰপোম ( মৰ্কটকিশোৰন্যায় ) আনটো বিড়ালপোম ( মাৰ্জাৰকিশোৰ ন্যায় )—বান্দৰৰ পোৱালীয়ে মাকক দৃঢ়ভাৱে খামোচ মাৰি ধৰে—নিজকে ৰক্ষা কৰিবলৈ। বান্দৰৰ পোৱালীক প্ৰকৃততে মাকেই ৰক্ষা কৰে, নিজৰ প্ৰয়াস অতি সামান্য। আনফালে মেকুৰীৰ পোৱালীক মাকে মুখেৰে কামুৰি ধৰি লৈ যায়, পোৱালীটোৰ নিজস্ব চেষ্টা একো নাই—নিজৰ নিৰাপত্তাৰ কাৰণে কোনো চেষ্টা নকৰে। ভক্তিত ঈশ্বৰৰ অনুগ্ৰহ লাভৰ কাৰণে সামান্য প্ৰয়াস কৰিব লাগে ; প্ৰপত্তিত কিন্তু ভগবানে উদাৰভাৱে কৰুণা বৰ্ষণ কৰে—আমাৰ নিজৰ যোগ্যতা বা সেৱাৰ পৰিমাণৰ কোনো প্ৰশ্ন নাই। —*শ্ৰীমদ্‌ভগৱদ্‌গীতা*—ৰাধাকৃষ্ণণ

প্ৰপত্তিৰ স্বৰূপ বুজাবলৈ শাস্ত্ৰকাৰে প্ৰপত্তিৰ কেইবাটাও স্তৰৰ উল্লেখ কৰিছে— (১) আনুকূল্যস্য সংকল্পঃ —সকলোৰে প্ৰতি শুভ ইচ্ছা ; (২) প্ৰাতিকূল্যস্য বৰ্জনম্

—অনিষ্টৰ ইচ্ছা বৰ্জন; (৩) ৰক্ষিষ্যতীতি বিশ্বাসঃ—ঈশ্বৰে ৰক্ষা কৰিব; (৪) গোপ্তৃত্বৰৰণং—ত্ৰাণকৰ্তাৰূপে তেওঁৰ আশ্ৰয় লাভ; (৫) কাৰ্পণ্যম্—সম্পূৰ্ণ অসহায়তা-বোধ; (৬) আত্মনিক্ষেপঃ—সম্পূৰ্ণ আত্মসমৰ্পণ।

লোকপৰম্পৰাত সম্পূৰ্ণ আত্ম সমৰ্পণকেই প্ৰপত্তিৰ পৰিণতি আৰু লক্ষ্য বুলি ধৰা হয়। আত্মসমৰ্পণক 'অঙ্গী' আৰু বাকী পাঁচটাক 'অঙ্গ' বোলা হয়। ইয়াকেই "ষড়বিধা শৰণাগতিঃ" বোলা হয়।

এই প্ৰপত্তিৰ কথা গীতাৰ বহু ঠাইত বিস্তৃত হৈ আছে। প্ৰথমে অৰ্জুনে কৈছে, "শিষ্যস্তেঽহং শাধি মাং ত্বাং প্ৰপন্নম্"—"মই তোমাৰ শিষ্য, তোমাৰ প্ৰপন্ন—তোমাৰ শৰণাগত মোক উপদেশ দিয়া।" গীতাৰ শেষত ভগবানে অৰ্জুনক কৈছে, "তমেৱ শৰণং গচ্ছ সৰ্বভাৱেন ভাৰত"—"হে অৰ্জুন, তুমি সৰ্বতোভাৱে তেওঁৰেই সেই ঈশ্বৰেই—শৰণাগত হোৱা।", "সৰ্বধৰ্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ।"—"সকলো ধৰ্মাধৰ্ম ত্যাগ কৰি মাত্ৰ মোতেই শৰণ লোৱা।" আকৌ আছে, "নিৱাসঃ শৰণং সুহৃৎ"—"ভগবান সকলোৰে আশ্ৰয়, সকলোৰে শৰণ্য আৰু মঙ্গলবিধাতা।" আকৌ শৰণাগত ভক্তই ভগবানক কিদৰে প্ৰাৰ্থনা কৰিব লাগে তাকো ভগবান শ্ৰীকৃষ্ণই শিকাইছে,—"তমেৱ চাদ্যং পুৰুষং প্ৰপদ্যে যতঃ প্ৰবৃত্তিঃ প্ৰসৃতা পুৰাণী।"—"মই সেই পুৰুষৰ শৰণ লৈছোঁ, যি এই অনাদি সংসাৰ প্ৰবাহৰ উৎস বা মূল।"

এতেক এই সিদ্ধান্তত উপনীত হব পাৰি যে ভগবানৰ অনুগ্ৰহ লাভৰ কাৰণে ভক্তি আৰু ভক্তিৰ অঙ্গস্বৰূপ প্ৰপত্তিৰদ্বাৰা উপাসনা কৰাটোৱে প্ৰশস্ত পথ।

এই প্ৰসঙ্গত এই কথা মনত ৰাখিব লাগিব যে ভক্তিৰ ভিত্তি শ্ৰদ্ধা। সেইকাৰণে তত্ত্ব-দৰ্শীসকলে বাৰে বাৰে কৈছে যে যিসকলে যি যি দেৱতাক শ্ৰদ্ধা কৰে সেই দেৱতাকেই তেওঁলোকে পূজা কৰে; বিভিন্ন দেৱতাৰ প্ৰতি পৃথকভাৱে মানুহ শ্ৰদ্ধাশীল হৈ সেই সেই দেৱতাক উপাসনা কৰিলেও পৰমেশ্বৰ পৰব্ৰহ্মৰেই উপাসনা কৰা হয়, কিয়নো বিভিন্ন দেৱতাও এক ব্ৰহ্মৰে ৰূপান্তৰ মাথোন। সেই কথা গীতাত স্পষ্টভাৱে কোৱা হৈছে—

> যো যো যাং যাং তনুং ভক্তঃ শ্ৰদ্ধয়াৰ্চ্চিতুমিচ্ছতি।
> তস্য তস্যাচলাং শ্ৰদ্ধাং তামেৱ বিদধাম্যহম্॥ গী. ৭।২১

—যি যি ভক্তই যি যি দেৱতাক বা দেৱমূৰ্তিক শ্ৰদ্ধাসহ অৰ্চনা কৰে, সেই সেই দেৱমূৰ্তি-ৰূপেই মই তেওঁলোকক অচলা ভক্তি প্ৰদান কৰোঁ।

মানৱ মাত্ৰেই ভগবানক নিজৰ নিজৰ বাসনাৰ আকাৰত সাধাৰৰূপ বা আকৃতি প্ৰদান কৰে।

সাধাৰণ মানুহে ভগবানৰ ওচৰত আয়ু, ধন, পুত্ৰ আদি কামনা কৰে, কাৰণ ভগবানক ঐহিক জীৱনৰ অভাৱ, দুখ দুৰ্গতি নাশৰ আহিলা বুলি ভাবে। কিন্তু ভক্তিৰ

পৰত আগবাঢ়ি নিজৰ চিন্তা আৰু মনন শক্তিৰদ্বাৰা ভক্তই লাহে লাহে ভগবানৰ মঙ্গলময় ইচ্ছা আৰু জাগতিক কল্যাণ সাধনৰ উদ্দেশ্যৰ কথা উপলব্ধি কৰিব পাৰে আৰু ভগবানৰ সেই উদ্দেশ্যৰ লগতে নিজকে মিলাই দিব পাৰে। তাকেই মধুসূদন সৰস্বতীয়ে কৈছে– ভক্ত আৰু ভগবানৰ মাজত কোনো ভেদাভেদ নোহোৱা এনে এটা অৱস্থা হয় যত বিগলিত প্ৰেমৰ দিব্য উন্মাদনাৰদ্বাৰা ভক্তৰ মন ঈশ্বৰত বিলীন হৈ যায়। ভক্ত প্ৰহ্লাদেই এই দিব্য উন্মাদনাত ভগবানৰ লগত তদ্গত চিত্ত হৈ পৰিছিল।

সৰ্বশেষত ইয়াকেই কব পাৰি যে ভক্তই যেতিয়াই সম্পূৰ্ণভাৱে আত্মসমৰ্পণ কৰে তেতিয়াই ভক্তি পূৰ্ণতা প্ৰাপ্ত হয়। ভক্তিতে ঈশ্বৰ ভক্তৰ বশ্য হৈ হয় আৰু তেওঁ ভক্তৰ লগ নেৰে।

শ্ৰীভবানীকান্ত শৰ্মা

মুখ্য প্ৰাসংগিক গ্ৰন্থ :


১. বাল গঙ্গাধৰ তিলক – গীতাৰহস্য

২ ৰাধাকৃষ্ণণ— শ্ৰীমদ্ভগৱদ্‌গীতা

৩. তীৰ্থনাথ শৰ্মা— ভক্তিবাদ

৪. জগদীশ চন্দ্ৰ ঘোষ – শ্ৰীকৃষ্ণ ও ভাগবত ধৰ্ম

৫. অতুলচন্দ্ৰ সেন প্ৰভৃতি সম্পাদিত – উপনিষদ ( অখণ্ড সংস্কৰণ )

৬. ৰমেশ চন্দ্ৰ দত্ত— ঋগ্বেদ-সংহিতা

৭ R. G. Bhadarkar— Vaisnavism Saivism and Minor Religious Systems.

৮. Alfred C Geden— Studies in Eastern Religious



মুখবন্ধ

মানুহৰ মন স্বভাৱতে অনুসন্ধিৎসু, গতিকে নজনা বস্তুক জানিবৰ কাৰণে তাৰ এটা নৈসৰ্গিক বাসনা আছে। যদি কিবা জনাও যায় তথাপি তাক নানা কাল্পনিক আকাৰ দি নতুন নতুন ৰূপ খটুৱাই অভিনৱৰূপে জানিবলৈ সৰ্বদাই মানৱৰ মন ব্যস্ত। সেই কাৰণে যদি মানৱৰ আদিম যুগ স্বীকাৰ কৰা হয় তেন্তে কব লাগিব যে সেই অজ্ঞাত আদিম যুগৰপৰাই মানৱৰ চিন্তা অতীন্দ্ৰিয় ৰাজ্যৰ খবৰ লবলৈও ব্যস্ত হৈ পৰিছে। প্ৰশ্ন হব লাগিলে তাৰ এটা এনেকুৱা বিষয় লাগিব যিটো জ্ঞাত হৈও অজ্ঞাত অৰ্থাৎ যিটো বস্তুক আলম লৈ মানুহৰ মনত সেই বিষয়ে নানা প্ৰশ্নৰ উদয় হব সেই বিষয়টো যদি একেবাৰে নাথাকে বা থাকিলেও সেই বিষয়ে কোনো সামান্য জ্ঞান নাথাকে তেন্তে সেই বস্তুৰ বিষয়ে কোনো প্ৰশ্ন হোৱাৰ সম্ভাৱনা নাই : "আকাশ-কুসুম" নাই বুলি আমি জানোঁ। আৰু হিমালয় পৰ্বতৰ ভিতৰত যদি কিবা আচৰিত ধৰণৰ বস্তু আছে সেই বিষয়ে আমাৰ সামান্য জ্ঞানো নাই গতিকে সেই বিষয়ে আমাৰ মনত 'সি কেনেকুৱা? ক'ৰ পৰা হ'ল? কেনেকৈ হ'ল? ইত্যাদি কোনো প্ৰশ্ন বা অনুসন্ধিৎসাৰ উদয় নহয়। ইফালে যি বস্তুটো সৰ্বপ্ৰকাৰে জনা আছে সেই সম্বন্ধেও মানুহৰ মনত প্ৰশ্ন নুঠে। যি বস্তুটো সামান্যভাৱে জনা আছে অথচ বিশেষভাৱে জনা নাই সেই বস্তুটোৰ বিষয়ে জানিবলৈ আমাৰ মন উদ্‌গ্ৰীৱ হৈ উঠে। এই জনা-নজনাৰ লুকালুকিতে মুগ্ধ হৈ আমাৰ মন অজ্ঞাত বস্তুটোৰ পাছে পাছে ঘূৰিব ধৰে তাৰ সম্পূৰ্ণ স্বৰূপ আৱিষ্কাৰৰ অনুসন্ধানত। এই জনা-নাজনাৰ আকৰ্ষণত যে মানৱ মনত এক প্ৰকাৰ ছন্দোবদ্ধ বা নিয়মিত গতি বা অগ্ৰগামিতাৰ উদয় হয়, তাৰেই নাম দাৰ্শনিকতা বা দাৰ্শনিক গৱেষণা।

*দাৰ্শনিকতা কি*

প্ৰথমতে মানৱে সামান্যভাৱে নিজক জ্ঞানে আৰু লগে লগে দেখা পায় এই অনন্ত বৈচিত্ৰ্যময় বিস্তৃত বাহ্য জগদ্‌ৰূপ কাৰ্যৰাশি। ইয়াৰ দৃশ্যমান আৰু বৰ্তমান স্বৰূপ বিষয়ে আমাৰ কোনো সন্দেহ বা প্ৰশ্নৰ উদয় নহয়। ইয়াৰ অতীত ৰূপ বা কাৰণ, ভৱিষ্যৎ ৰূপ বা কাৰ্য, আমি প্ৰত্যক্ষে দেখা নাপাওঁ; কাৰণ, অতীত আৰু ভৱিষ্যৎ কালত নিহিত পদাৰ্থ প্ৰত্যক্ষৰ বিষয় নহয়—সি সৰ্বদাই অতীন্দ্ৰিয়। তাকে জানিবলৈ আমাৰ মন ধাৱিত হয়। এই পৰিদৃশ্যমান বস্তুৰ কাৰণ কি, কাৰ্য কি, সেই কাৰ্য বা কাৰণৰ লগত ইয়াৰ সম্বন্ধ কি? এই কেইটা প্ৰশ্ন প্ৰথমতে উদয় হয়। ফলতঃ আমাৰ প্ৰশ্নটি হ'ল কাৰ্যকাৰণৰ তত্ত্ব সম্বন্ধে; আমি জানিব খোজোঁ বৰ্তমান কাৰ্যৰ লগত অতীত কাৰণৰ সম্বন্ধ আৰু তাৰ স্বৰূপ আৰু আনফালে বৰ্তমান কাৰণৰ লগত ভৱিষ্যৎ কাৰ্যৰ সম্বন্ধ আৰু তাৰ স্বৰূপটি। ইয়াক জানিবৰ কাৰণে এই পৰ্যন্ত মানুহে যত যি ভাবিছে, আলোচনা কৰিছে সেই সমস্তই দৰ্শন; এই ভাৱনাৰ অনুকূল মানসিক যোগ্যতাকে দাৰ্শনিক দৃষ্টি বুলিব পাৰোঁহ'ক। তেন্তে, দৰ্শনশাস্ত্ৰৰ প্ৰতিপাদ্য কি? এইটো এক কথাত কবলৈ হ'লে কব লাগিব যে কাৰ্য কাৰণতত্ত্ব নিৰ্ণয় অৰ্থাৎ কাৰ্যৰ লগত কাৰণৰ সম্বন্ধটি কি বা কেনে, তাকেই দৰ্শনশাস্ত্ৰত প্ৰতিপাদন কৰা হৈছে। এই কাৰ্যকাৰণৰ সম্বন্ধ বিচাৰ নকৰাকৈ মানুহে কেতিয়াও উন্নতিৰ পথত আগবাঢ়ি যাব নোৱাৰে। এই কাৰ্যকাৰণৰ তত্ত্ব আলোচনাৰ ফলতে মানুহে অতীতৰ অন্ধকাৰাচ্ছন্ন গুহাৰ পৰা কত কি নতুন নতুন বিষয়ৰ আৱিষ্কাৰ কৰিছে তাৰ কোনো ইয়ত্তা নাই। পদাৰ্থবিদ্যা, ভূতত্ত্ব, আকাশতত্ত্ব, প্ৰত্নতত্ত্ব, ধৰ্মনীতি, অৰ্থনীতি, ৰাজনীতি, সমাজনীতি আদি মানৱ সভ্যতাৰ গৌৰৱময় আবিষ্কাৰবিলাকৰো মূলতে হৈছে এই কাৰ্যকাৰণতত্ত্বৰ অনুসন্ধান আৰু অনুশীলন। ই আমাৰ অতীতৰ পিনে যিদৰে পোহৰ পেলায় ভৱিষ্যতৰ পিনেও সেইদৰে দৃষ্টি আকৰ্ষণ কৰে। এই কাৰ্যকাৰণৰ ভাৱনাৰূপ পোহৰৰ সাহায্যতে ভৱিষ্যতৰ অন্ধকাৰত থকা তত্ত্ববিলাকৰ সন্ধান পোৱা যায়। ভৱিষ্যতৰ ভাৱনা ব্যতিৰেকে যে মানৱে জীৱনৰ পথত এক পদো অগ্ৰসৰ হব নোৱাৰে এই কথা অতি সহজবোধ্য।

*দাৰ্শনিক দৃষ্টি*

কাৰ্য ভৱিষ্যত, কাৰণ বৰ্তমান, আকৌ কাৰ্য বৰ্তমান, কাৰণ অতীত, গতিকে কাৰ্যকাৰণৰ লগতে আমাৰ ভূত-ভৱিষ্যৎ-বৰ্তমান জড়িত হৈ আছে।

কাৰ্যকাৰণ-তত্ত্ব জানিবলৈ হ'লে বহিৰ্জগৎ আৰু অন্তৰ্জগতৰ প্ৰত্যেকটি পদাৰ্থৰ স্বভাৱ পৰীক্ষাৰ আৱশ্যক হৈ পৰে। 'মই' বা আত্মাৰ বাহিৰে সকলো পদাৰ্থই ভাৰতীয় দৰ্শনৰ মতে জড়। গতিকে দ্ৰষ্টা বা আত্মাক বাদ দি জড় বস্তুবোৰৰ কাৰ্যকাৰণভাৱ নিৰূপণকে আমি জড়বিজ্ঞান বোলোঁহ'ক।

দৰ্শন শব্দৰ ব্যুৎপত্তি অনুসাৰে। দৃশ্যাতে—জ্ঞায়তে তত্ত্বমনেন ইতি) দেখা যায়,—জ্ঞান বা বিজ্ঞান মাত্ৰেই দৰ্শন। গতিকে ব্যাপকভাৱে ব্যুৎপত্তিগত অৰ্থক লৈ বিদ্যা বা তত্ত্বজ্ঞানৰ কাৰণীভূত পৰীক্ষা-সম্বলিত শাস্ত্ৰই দৰ্শনশাস্ত্ৰ। তেতিয়া হ'লে সমস্ত বিদ্যাস্থানেই ইয়াৰ ভিতৰত পৰে।

*দৰ্শন শব্দৰ ব্যাপক অৰ্থ*

শ্ৰুতিত আছে যে "আত্মা ৱাৰে দ্ৰষ্টব্যঃ" (বৃহদাৰণ্যকোপনিষৎ) "আত্মাক (নিজক) উপলব্ধি কৰিব লাগে।" কেনেকৈ আত্মদৰ্শন কৰিব লাগে, তাৰ উপায় কি? এই আশঙ্কাত কৈছে যে "শ্ৰোতব্যো মন্তব্যো নিদিধ্যাসিতব্যঃ" [বৃঃ আঃ উঃ] আত্মাৰ বিষয়ে শুনি লবা (শ্ৰুতিৰ পৰা), উপপত্তি অৰ্থাৎ যুক্তি প্ৰমাণ প্ৰয়োগৰদ্বাৰা উপপাদন কৰিবা; আৰু তাৰ পাছত শ্ৰুত আৰু উপপাদিত আত্মাৰ ধ্যান কৰিবা। আত্মদৰ্শন হ'লেই সকলো পদাৰ্থৰে তত্ত্ব বা কাৰ্যকাৰণভাৱৰ দৰ্শন বা জ্ঞান হব—"আত্মনি খল্বৰে দৃষ্টে শ্ৰুতে মতে ৱিজ্ঞাত ইদং সৰ্ব ৱিদিতম্" [বৃঃ আঃ উঃ]। এই হিচাপে আত্মক দেখা যায় (সাক্ষাদ্ভাৱে জনা যায়) যাৰদ্বাৰা তেনেকুৱা অধ্যাত্মশাস্ত্ৰকে দৰ্শন বোলা হয়। এয়ে দৰ্শন শব্দৰ পাৰিভাষিক অৰ্থ। আত্মাৰ স্বৰূপ, বাহ্য জগতৰ লগত তাৰ সম্বন্ধ, আত্মা আৰু বাহ্য জগতৰ অন্তৰালত কোনোবা আছে নেকি, আছে যদি তেওঁৰ স্বৰূপ কি? আত্মাৰ লগত আৰু বাহ্য জগতৰ লগত তেওঁৰ সম্বন্ধ কেনেকুৱা? এইবিলাকৰ যথাৰ্থ জ্ঞান নহলে আত্মাৰ যথাৰ্থ উপলব্ধি নহয় গতিকেহে এইবিলাকৰ

*দৰ্শন শব্দৰ পাৰিভাষিক অৰ্থ*

পৰীক্ষা আৰু কাৰ্যকাৰণ-ভাৱ আদি নিৰ্ণয় কৰিব লগা হ'ল। গতিকে ইয়াত অৰ্থাৎ দৰ্শনশাস্ত্ৰত আত্মনিৰূপণেই প্ৰধান, বাহ্য জগতৰ পৰীক্ষা আৰু স্বৰূপ-নিৰূপণ প্ৰাসঙ্গিক বা গুণীভূতহে। জড়বিজ্ঞান যাক বোলা হয় তাত বাহ্য জাগতিক-বস্তুৰ স্বৰূপ-পৰীক্ষাহে প্ৰধান।

বস্তুৰ তত্ত্বজ্ঞান

কোনো এটা বস্তুৰ তত্ত্বজ্ঞান সম্পূৰ্ণভাৱে জানিবলৈ হলে পাঁচফালৰ পৰা তাক পৰীক্ষা কৰি জানিব লগা হয়। যেনে, স্বৰূপ, সাধন, ফল, ইহঁতৰ পৰস্পৰ সম্বন্ধঘটক প্ৰক্ৰিয়া, আৰু প্ৰমাণ। এই কেইটা জানিলেহে বস্তুটিৰ সম্পূৰ্ণ তত্ত্বজ্ঞান হয়। পানী বোলা বস্তুটিক জানিবলৈ হলে প্ৰথমতে তাক চিনিব লাগিব; এয়ে তাৰ স্বৰূপজ্ঞান। তাৰ পাছত, কিহৰপৰা পানীৰ জন্ম হয় সেইটো জানিব লাগিব; এয়ে তাৰ সাধন বা কাৰণৰ জ্ঞান। তৃতীয়তে, পানীৰ পৰা কি কি হব পাৰে তাকে জানিব লাগিব; এয়ে তাৰ কাৰ্যজ্ঞান বা ফলজ্ঞান। চতুৰ্থতে, কিবোৰ কাৰণৰপৰা পানী আৰু পানীৰপৰা তাৰ কাৰ্য, কেনেকৈ কি প্ৰক্ৰিয়াত উৎপন্ন হয় সেইটো জানিব লাগিব; এয়ে প্ৰক্ৰিয়াজ্ঞান। পঞ্চমতে, এইবিলাক কি উপায়ে অৰ্থাৎ কি প্ৰমাণৰদ্বাৰা বুজা যায় তাকো জানিব লাগিব; এয়ে তাৰ প্ৰমাণজ্ঞান। তেতিয়াহে পানীৰ তত্ত্বজ্ঞান হোৱা বুলি ধৰা হ'ব। প্ৰক্ৰিয়াজ্ঞানটোক বেলেগে নধৰি সাধন আৰু ফল জ্ঞানৰ ভিতৰুৱা বুলি ধৰিলে বস্তু পৰীক্ষাৰ প্ৰকাৰ চাৰিটা হব।

বৈজ্ঞানিক গৱেষণা

কিন্তু কোনো মানুহৰ পক্ষে উক্ত সমস্ত বস্তুৰ প্ৰত্যেককে এনেকৈ তন্ন তন্নভাৱে পৰীক্ষা কৰি তত্ত্ব-নিৰ্ণয় কৰাটো জীৱন কালত সম্ভৱ হব নোৱাৰে। সেই কাৰণে বিচুমান পৰীক্ষকৰ মন কোনো এটা বা দুটা বিশেষ বস্তুৰ পৰীক্ষাতে একান্তভাৱে ব্যাপৃত থাকে। এনে বিশ্লেষণপৰায়ণ মনৰ উদঘাটনমূলক ভাৱনাই বৈজ্ঞানিক গৱেষণা আৰু সেয়ে গ্ৰন্থাকাৰে পৰিণত হলে হয় বিজ্ঞানশাস্ত্ৰ।

সকলো মানুহৰ মন একে ধৰণৰ ধৈৰ্য্যশীল নহয় গতিকে যিসকলৰ মনৰ গতি তীব্ৰ সেইসকলে কোনো বিষয় বস্তুৰ পৰীক্ষাতে একনিষ্ঠভাৱে লাগি

দাৰ্শনিক চিন্তা

থাকিব নোৱাৰে। সেইসকলৰ মনে জগতৰ সকলো বস্তুৰ তত্ত্ব জানিবলৈ অত্যন্ত ব্যগ্ৰ হৈ উঠে আৰু তাৰ ফলত জগতৰ সমস্ত বস্তুকে গোটাই লৈ সামুদায়িক বা সমষ্টিগত পৰীক্ষাত নিযুক্ত হয়; এনেকুৱা মনৰ স্বভাৱ হ'ল—জগতৰ ভিন ভিন ধৰণৰ বস্তুবোৰৰ ভেদবোৰ উপলব্ধি কৰি সেই ভেদৰ ভিতৰৰপৰা তাৰ ঐক্য বা সমান স্বভাৱটিক বাছি লৈ সেই সামান্য জ্ঞানৰ বলতে বস্তুবোৰৰ তত্ত্ব বুজিবলৈ চেষ্টা কৰা। এনেকুৱা সংহতিপৰায়ণ মনৰ ক্ৰিয়াই দাৰ্শনিক চিন্তা আৰু সেই চিন্তাৰাশি গ্ৰন্থাকাৰে পৰিণত হলেই দৰ্শনশাস্ত্ৰৰূপে পৰিচিত হয়।

দাৰ্শনিক চিন্তাৰ প্ৰয়োজন

মানুহৰ মন এনেকুৱা দাৰ্শনিক চিন্তাত প্ৰবৃত্ত হোৱাৰ কাৰণ বা প্ৰয়োজন কি? সেইটো মনৰ স্বাভাৱিক ধৰ্ম বুলি কলেও তাত দাৰ্শনিক-দৃষ্টিসম্পন্ন জিজ্ঞাসু সন্তুষ্ট হব নোৱাৰে। গতিকে দাৰ্শনিক চিন্তাৰ কাৰণ বা প্ৰয়োজনৰ বিষয়ে অলপ আলোচনা কৰিবলৈ প্ৰযত্ন কৰা হব।

"দুঃখাদুদ্বিজতে লোকঃ সুখং সৰ্বস্য প্ৰোপ্সিতম্"—(মহাভাৰত) দুখৰপৰা প্ৰাণী উদ্বিগ্ন হৈ থাকে, সুখ সকলোৰে কাম্য। গতিকে দুঃখ-নিবৃত্তি আৰু সুখ-ভোগ হ'ল সকলো ক্ৰিয়াৰে মুখ্য প্ৰয়োজন। সমস্ত প্ৰাণীয়ে দুঃখহানি আৰু সুখলাভ ইচ্ছা কৰে। তাৰে আকৌ সাময়িক দুঃখ-নিবৃত্তি আৰু সুখ প্ৰাণীৰ অনায়াসলভ্য বা স্বল্পায়াসলভ্য। গতিকে তাতেই সি সন্তুষ্ট থাকিব নোৱাৰে। এই কাৰণে আত্যন্তিক দুঃখনিবৃত্তি আৰু ঐকান্তিক সুখ-লাভেই হ'ল প্ৰাণীৰ পৰম পুৰুষাৰ্থ বা চৰম কাম্য। হেয়দুঃখ কি, হেয়দুঃখৰ কাৰণ কি, দুঃখৰ হানি কি আৰু দুঃখহানিৰ উপায় কি তাক জানিলেহে দুঃখৰ কাৰণৰপৰা আঁতৰ হৈ (অৰ্থাৎ দুঃখৰ কাৰণীভূত কাৰ্য নকৰাকৈ) থাকি আৰু দুঃখহানিৰ উপায়ভূত ক্ৰিয়াৰ অনুষ্ঠান কৰি দুঃখৰ হাত সাৰিব পৰা হব; সেই কাৰণে প্ৰথমতে হেয়, হেয়োপায়, হান, হানোপায় এই চাৰিটা তত্ত্ব জানিবলগীয়া হ'ল। এই চাৰিটাৰ নিৰূপণ কৰা হৈছে কাৰণে চিকিৎসাশাস্ত্ৰ চতুৰ্ব্যূহ—ইয়াত হেয় বা নষ্ট কৰিবলগীয়া বস্তু—ৰোগ, হেয়োপায় অৰ্থাৎ ৰোগৰ নিদান, হান বা আৰোগ্য, হানোপায়

বা আৰোগ্যৰ উপায়—ঔষধ পথ্য ;—এই চাৰি বিধৰ আলোচনা আছে। এই চাৰি বিধৰ জ্ঞানৰ কাৰণেই চিকিৎসাশাস্ত্ৰ। যোগশাস্ত্ৰকো চিকিৎসা-শাস্ত্ৰৰ দৰে চতুৰ্ব্যূহ বোলা হয়, কাৰণ ইয়াত হেয়—দুঃখ, হেয়োপায়—দুঃখৰ নিদান, হান—দুঃখনিবৃত্তি আৰু হানোপায়—দুঃখনিবৃত্তিৰ হেতু নিৰূপণ কৰা হৈছে। বৌদ্ধশাস্ত্ৰত এই চাৰিটাক সংক্ষেপে "আৰ্যসত্যচতুষ্টয়" বোলা হয়। তাতো প্ৰধানতঃ আৰ্যসত্যচতুষ্টয়ৰে নিৰূপণ কৰা হৈছে।

প্ৰথমতে অত্যন্ত কাম্য দুঃখ-নিবৃত্তি আৰু নিৰবচ্ছিন্ন সুখ-লাভ হোৱাটো সম্ভৱ নে অসম্ভৱ? এই প্ৰশ্নৰ মীমাংসা কৰিবলৈ গৈ চাবলগা হয় যে এই সুখ-দুঃখ প্ৰাণীৰ স্বাভাৱিক নে আগন্তুক অৰ্থাৎ ই জীৱৰ সত্তাৰ লগত ওতপ্ৰোতভাৱে জড়িত হৈ আছে নে আন কাৰোবাৰপৰা আহি জীৱাত্মাৰ লগত সম্বন্ধ হয়? যদি ইহঁত উভয়ে জীৱৰ স্বাভাৱিক গুণ হয় তেন্তে তাৰ ত্যাগ বা লাভ কৰাৰ চেষ্টা বৃথা, কাৰণ যিটো যাৰ স্বভাৱ তাক বাদ দি সি থাকিব নোৱাৰে; সি থাকিলেই তাৰ স্বভাৱ অৱশ্যে থাকিব; শত চেষ্টাৰদ্বাৰাও তাৰ ত্যাগ সম্ভৱপৰ নহয়, আৰু প্ৰাপ্ত বস্তুৰ প্ৰাপ্তিৰ কাৰণেও যত্ন নিৰৰ্থক। এই কাৰণে সুখ-দুঃখৰ সম্বন্ধটি জানিবৰ অৰ্থে জীৱাত্মাৰ স্বৰূপ বুজিব লগা হ'ল। এই হেতুকেই মানুহ আত্ম-দৰ্শনৰূপ দৰ্শনশাস্ত্ৰত প্ৰবৃত্ত হয়, তাৰপৰা আত্যন্তিক দুঃখ-নিবৃত্তি বা ঐকান্তিক সুখ-প্ৰাপ্তি ৰূপ মোক্ষ লাভ হব পাৰে বুলি।

আন পিনে চালে দেখা যায় যে দৰ্শন অৰ্থাৎ কাৰ্যকাৰণতত্ত্বজ্ঞানেই সকলো বিদ্যাৰ মূল ভিত্তি যেতিয়া, ই মনুষ্য-জাতিৰ সকলো প্ৰয়োজন সিদ্ধিৰে অপৰিহাৰ্য কাৰণ, কাৰ্যকাৰণভাৱ নাজানিলে কোনোৱে একো কৰিব নোৱাৰে। সেই কাৰণেই কোৱা হৈছে যে দাৰ্শনিক অনুসন্ধান মানুহৰ স্বাভাৱিক ধৰ্ম।

*অসমত দৰ্শন শাস্ত্ৰৰ চৰ্চা*

ভাৰতবৰ্ষত যিবিলাক ধৰ্মসম্প্ৰদায় গঢ়ি উঠিছে তাৰ প্ৰত্যেকটিৰ পাছতে এটা দাৰ্শনিক মতবাদ বা দাৰ্শনিক দৃষ্টিভংগী আছে। আমাৰ দেশৰ ধৰ্ম বোলা বস্তুটো যুক্তি-প্ৰমাণৰ অতীত বস্তু নহয়। যি বস্তুক কোনো প্ৰমাণে ঢুকি নাপায়, যুক্তিৰে প্ৰতিপাদনৰ পথ উলিয়াব নোৱাৰি তেনে বস্তুৰ

অস্তিত্ব বা পাৰমাৰ্থিক সত্তা স্বীকাৰ কৰা নহয়। গতিকে দাৰ্শনিক দৃষ্টি লৈ প্ৰমাণপ্ৰয়োগ বা পৰীক্ষা কৰিলে যুক্তিৰ ঘাত প্ৰতিঘাত সহ্য কৰি যিটোৱে টিকিব বা আত্মৰক্ষা কৰিব নোৱাৰে তেনে ধৰ্ম-সম্প্ৰদায়ে এই দেশত সেই কালত প্ৰতিষ্ঠা লাভ কৰিব পৰা নাছিল। সেই কাৰণে পুৰণি ভাৰতৰ প্ৰত্যেকটি ধৰ্মসম্প্ৰদায়ৰ সমৰ্থনকল্পে একোখন সুবৃহৎ দৰ্শনশাস্ত্ৰ প্ৰণীত আৰু প্ৰচাৰিত হৈছিল। এই কাৰণে আমাৰ দেশৰ বৈষ্ণৱ, শৈৱ, শাক্ত আদি ধৰ্ম সম্প্ৰদায়ৰ গৃহীত সিদ্ধান্তৰ পাছতো যে কোনো এটা দাৰ্শনিক দৃষ্টি নাছিল এই কথা কল্পনা কৰাটো অনুচিত আৰু অস্বাভাৱিক। পুৰণি অসমত দাৰ্শনিক দৃষ্টি-ভংগীসম্পন্ন বা দৰ্শন বিষয়ত ব্যুৎপন্ন পণ্ডিতলোক নাছিল বুলি কলে ভুল কৰা হব। দাৰ্শনিক-দৃষ্টিসম্পন্ন লোক থাকিলে অৱশ্যে তেওঁৰ নিজৰ অভিমত বা গৃহীত উপাসনা-পদ্ধতিৰ পাছত এটা দাৰ্শনিক সিদ্ধান্তৰ সমৰ্থন বিচাৰিব নাইবা যি কোনো এটা সুসমঞ্জস দাৰ্শনিক মতৱাদৰ লগত নিজৰ গৃহীত ধৰ্ম সম্প্ৰদায়ক যুক্ত কৰি লবই লব।

এতিয়ালৈকে যিবিলাক গ্ৰন্থ আমি আমাৰ দেশত ( পুৰণি কামৰূপত ) প্ৰণীত হৈছিল বুলি নিশ্চয় কৰিব পাৰিছোঁ সেইবিলাকৰ অধিকাংশই ধৰ্মশাস্ত্ৰ, জ্যোতিষ, পুৰাণ, তন্ত্ৰ বা ব্যাকৰণবিষয়ক। খণ্ডকাব্য বা কাব্যৰ টীকা-টিপ্পনী গ্ৰন্থও দুই এখন পোৱা গৈছে।

দৰ্শন বিষয়ৰ পুথি আমি যি দুই চাৰিখন পাইছোঁ তাৰ ভিতৰত এই দেশৰ পণ্ডিতৰদ্বাৰা প্ৰণীত বুলি নিশ্চয় কৰিব পাৰি এনেকুৱা পুথি এখন কি দুখনৰ বেছি নোলায়। সেই বুলি যে পুৰণি কালত কাব্য-গ্ৰন্থ বা দৰ্শনৰ গ্ৰন্থ এই দেশত অধীত আৰু ৰচিত হোৱা নাছিল এই কথা মানিবলৈ আমি টান পাওঁ। এতিয়ালৈকে আৱিষ্কৃত তাম্ৰশাসন আৰু অন্যান্য বিষয়ৰ গ্ৰন্থবিলাকত যেনেকুৱা কবি-প্ৰতিভা আৰু দাৰ্শনিক জ্ঞানৰ পৰিচয় পোৱা যায় সেই প্ৰতিভা আৰু জ্ঞান যে অকল তামৰ ফলিৰ প্ৰশস্তি ৰচনা আৰু দুই এটা প্ৰাসঙ্গিক কথা প্ৰকাশতে পৰিসমাপ্ত হৈ গ'ল, আৰু তাতেই তাৰ সৃজনীশক্তি সকলোখিনি ক্ষয়প্ৰাপ্ত হ'ল

আৰু অলপো অগ্ৰসৰ হ'ব নোৱাৰিলে সেই কথা কোনো প্ৰমাণৰদ্বাৰা উপস্থাপিত নোহোৱালৈকে মানি লোৱাটো সঙ্গত নহ'ব। বৰঞ্চ, আমাৰ দেশৰ জলবায়ু আৰু পাৰিপাৰ্শ্বিক অৱস্থাৰ পিনে চাই আমি এই সিদ্ধান্তত উপনীত হ'ব পাৰোঁ যে হয়তো সেই সেই বিষয়ৰ গ্ৰন্থও আমাৰ দেশত প্ৰণীত হৈছিল; পিছে জুই, পানী, উই, নিগনি, পঁইতাচোৰা, প্ৰাকৃতিক বিপৰ্যয়, ৰাষ্ট্ৰবিপ্লৱ, মূৰ্খ উত্তৰাধিকাৰী, অনুচিত মমতাবোধ আৰু দেশজুৰি হোৱা জ্ঞান-বৈৰাগ্য প্ৰসূত অনাদৰ অৱহেলাৰ মুখত পৰি সেই সকলোবিলাকে ধ্বংসপ্ৰাপ্ত হ'ল। কৰবাত কেনেবাকৈ যদি তাৰ নিদৰ্শন আছেও তাক বিচাৰি উলিওৱাৰ কোনো যত্ন কৰা হোৱা নাই ধৰ্মশাস্ত্ৰ, জ্যোতিষ, তন্ত্ৰ, ব্যাকৰণ বা চিকিৎসাৰ পুথি মানুহৰ দৈনন্দিন প্ৰয়োজনত লাগে গতিকে তাৰ ৰক্ষাৰ কাৰণে অধিক মনোযোগ দিয়া হৈছিল। বহুলোকে নিজৰ ব্যৱহাৰৰ কাৰণে সেইবিলাক বিষয়ৰ গ্ৰন্থৰ প্ৰতিলিপি কৰি নি ঘৰত ৰাখিছিল। গতিকে সেইবিলাক বিষয়ৰ পুথিৰ হেজাৰখনৰ ভিতৰত হয়তো এখন এইবিলাক উপদ্ৰৱৰ মাজেদি ছিন্ন ভিন্ন হৈ আহি আমাৰ হাতত পৰিছেহি। সেইবিলাক বিষয়ৰো অধিক পুৰণি পুথিবিলাকৰ কেৱল উল্লেখ আৰু উদ্ধৃতি হে পাওঁ। তাৰ কাৰণ সম্ভৱতঃ এয়ে যে, নতুনকৈ প্ৰণীত পুথিত বেছি কথা পাঞ্জলভাৱে থাকে, গতিকে তাৰদ্বাৰাই মানুহৰ দৈনন্দিন প্ৰয়োজন সিদ্ধ হৈ যায়; এই গতিকে পুৰণি গ্ৰন্থকাৰৰ পুথি অধিক পাণ্ডিত্যপূৰ্ণ হলেও তাৰ আদৰ কম হৈ পৰিছিল। দৰ্শন, কাব্য আদি বিষয়ৰ পুথি মানুহৰ ব্যৱহাৰত অপৰিহাৰ্য নহয় কাৰণে আমাৰ দেশত তাৰ প্ৰতিলিপি বৰ কম আছিল। ইয়াৰ উপৰিও খৃঃ ১৭শ শতকৰ শেষ চতুৰ্থাংশৰ পৰা ঊনবিংশ শতক পৰ্যন্ত কাল-ছোৱাত জনসাধাৰণৰ ৰুচিৰ লগে লগে দেশৰ পণ্ডিতসকলৰ মনোযোগো অসমীয়া ভাষা সাহিত্যৰ পিনে হে ধাৱিত হৈছিল। সংস্কৃত গীতা, ভাগৱতৰ শ্লোকতকৈ অসমীয়া পদ ভাঙ্গনিৰ আদৰ আৰু প্ৰামাণ্য কোনো কোনো ক্ষেত্ৰত বেছি বুলিয়ে বিবেচিত হৈছিল; ফলতঃ জনসাধাৰণৰ মাজত সংস্কৃত ভাষাৰ আদৰ আৰু পাণ্ডিত্য কমি গ'ল; লগে লগে বুজিবলৈ টান

পুথিবিলাকৰ প্ৰতি বিৰাগ আহি পৰিল, সেইবিলাকৰ ৰক্ষণাবেক্ষণৰ ব্যৱস্থাও শিথিল হৈ পৰিল। সংস্কৃত ভাষাৰ পুথি লিখা বা তাৰ প্ৰতিলিপি কৰাৰ ধাউতিও নোহোৱা হ'ল। তাৰ ঠাই অধিকাৰ কৰিলে অসমীয়া ভাষাই। সেয়ে প্ৰায়শ্চিত্তৰ ব্যৱস্থাৰ পুথিৰো সংস্কৃতৰ ঠাইত ভাষাবন্ধ বা অসমীয়া অনুবাদ চলিব ধৰিলে। সেই সময়ত আমাৰ দেশৰ মানুহ একেবাৰে বিশ্বাসবাদী হৈ উঠিছিল, যুক্তিনিষ্ঠা আৰু দাৰ্শনিকদৃষ্টি ধৰ্মৰ ক্ষেত্ৰত হেয় বুলি হে বিবেচিত হৈছিল। এই কাৰণে এইখিনি সময়ৰ ভিতৰত কোনো বিচাৰ-গম্ভীৰ দাৰ্শনিক গ্ৰন্থ প্ৰণীত নোহোৱাটো আৰু পুৰণি কিবা তেনে গ্ৰন্থ আছিল যদিও সি নষ্ট হৈ যোৱাটো সম্ভৱ। অৱশ্যে আহোম ৰাজদৰবাৰত আৰু ইপিনে কোচ ৰাজ-দৰবাৰত যে কেইজনমান পণ্ডিত সেই সময়তো সৰ্বদা আছিল তাৰ সম্বাদ আমি পাওঁ আৰু তেওঁলোকৰ দানো সংস্কৃত ভাষাত একেবাৰে নগণ্য নহয়; পিছে তেওঁলোকৰ পাণ্ডিত্য আৰু আদৰ ৰাজ-সভা, ৰাজ-পৰিয়াল আৰু তাৰ সংশ্ৰৱত থকা ডাঙৰীয়াসকলৰ ভিতৰতে আবদ্ধ আছিল; সাধাৰণ সমাজত তেওঁলোকৰ অধিকমূল্য স্বীকৃত হোৱাৰ কোনো নিদৰ্শন পোৱা নাযায়।

এইবিলাক কাৰণতেই হব পায় শ্ৰীশঙ্কৰকে আদি কৰি বৈষ্ণৱ গুৰুসকলৰ অনুসৃত আৰু প্ৰচাৰিত বিষ্ণু-ভক্তিবাদৰ মূলত কিবা দাৰ্শনিক দৃষ্টিভঙ্গী বা মতবাদ আছে নে নাই, আছে যদি সেই মতবাদটিনো কেনে, এই বিষয়ে সেই কালৰ পণ্ডিতসকলৰ মনত কোনো প্ৰশ্ন বা তাৰ সমাধানৰ কথা উদয় হোৱা নাছিল। সেয়েহে আন প্ৰান্তৰ বৈষ্ণৱ ধৰ্ম আৰু সম্প্ৰদায়ৰ সমৰ্থন আৰু প্ৰতিষ্ঠাৰ অৰ্থে যেনেকৈ এটা দাৰ্শনিক মতবাদৰ আশ্ৰয় গ্ৰহণ কৰি সেই বিষয়ে নানা গ্ৰন্থ ৰচনা কৰা হ'ল, তেনেকৈ অসমত কোনো গ্ৰন্থ ৰচনা কৰা নহ'ল বা তাৰ প্ৰয়োজনো কোনোৱে উপলব্ধি নকৰিলে।

তেনেকুৱা প্ৰণালীবদ্ধ গ্ৰন্থ নথকাৰ কাৰণেই আজি-কালিৰ যুক্তিবাদী

লোকৰ মনত নানা প্ৰকাৰ সন্দেহ উদয় হোৱাৰ পথ মুকলি হৈ আছে। ফলতঃ অসমৰ বৈষ্ণৱ ধৰ্ম আৰু তাৰ দাৰ্শনিক ভিত্তিৰ বিষয়ে সমালোচক সকলৰ মাজত ক্ৰমশঃ মতানৈক্য বাঢ়িব ধৰিছে। কোনোৱে কৈছে— শ্ৰীশঙ্কৰদেৱ আদি মহাপুৰুষসকলৰ দাৰ্শনিক দৃষ্টিভঙ্গী একেবাৰে নাছিল, গতিকে তেৰাৰ প্ৰতিষ্ঠাপিত ভক্তিৱাদৰ পাছত দাৰ্শনিক সমৰ্থন বিচৰাটো "পৰ্বতত ভুৰাৰ ডিমা" বিচৰাৰ দৰে—অনৰ্থক ; কাৰো কাৰো মতে আকৌ শ্ৰীশঙ্কৰৰ দাৰ্শনিক মত ৰামানুজৰ নিচিনা ৱিশিষ্টাদ্বৈতৱাদ ; কোনোৱে কয়, ই এক প্ৰকাৰ অতিৰিক্ত "ভেদাভেদৱাদ-ৱিশেষ" কাৰো দৃষ্টিত আকৌ, এওঁলোকে শ্ৰীশঙ্কৰাচাৰ্যৰ অদ্বৈতৱাদকে অনুসৰণ কৰিছে। কিন্তু এতিয়ালৈকে কোনোৱে সুসমঞ্জসভাৱে স্বমত সমৰ্থন কৰা নাই আৰু প্ৰণালীবদ্ধভাৱে অসমৰ বৈষ্ণৱসকলৰ দাৰ্শনিক মতৰ আলোচনাতো একান্তভাৱে আত্মনিয়োগ কৰা নাই।

গুৰুসকলেও কোনোৱে নিজৰ মতৰ সমৰ্থনৰ অৰ্থে ক'তো দাৰ্শনিক যুক্তিৰ আশ্ৰয় গ্ৰহণ কৰা বা প্ৰণালীবদ্ধভাৱে কোনো এটা দাৰ্শনিক মতৰ অনুসৰণ কৰি গ্ৰন্থ লিখি থৈ যোৱা নাই। তেওঁলোক আছিল ভগৱদ্ভক্ত, ভক্তিৱাদৰ সমৰ্থক কথা য'তেই পাইছে তাৰ পৰাই আহৰণ কৰি আনি নিজৰ ৰচনাৰ পুষ্টিসাধন কৰিছে। পৰৱৰ্ত্তী কালত গৌড়ীয় বৈষ্ণৱসকলৰ পৰাও অনেক কথা অসমীয়া বৈষ্ণৱ সম্প্ৰদায়ৰ ভিতৰত সোমাই যোৱাৰ প্ৰমাণ পোৱা যায়। গতিকে আপাতদৃষ্টিত পৰস্পৰ-বিৰোধী সম্প্ৰদায়ৰ কথাৰ লগত মিলি যোৱা কথাবিলাকৰদ্বাৰা কোনো এটা দাৰ্শনিক মতৰ লগত তেওঁবিলাকৰ মতৰ ঐক্য নোহোৱা যেন দেখা যায়।

কিন্তু প্ৰাচীন ভাৰতীয় দাৰ্শনিকসকলে যি ৰীতিত বাক্যৰ বিচাৰ আৰু পৰস্পৰ-বিৰোধভঞ্জন কৰি মীমাংসা কৰিছিল—আমিও যদি সেই ৰীতিত অসমীয়া সন্তসকলৰ বাক্য বিচাৰ কৰোঁ তেন্তে তাৰদ্বাৰা তেওঁলোকৰ লেখাৰপৰাই তেওঁলোকৰ অভিপ্ৰেত দাৰ্শনিক সিদ্ধান্তত উপনীত হোৱাত কোনো যৌক্তিক অলঙ্ঘ্য বাধা নাই যেন অনুমান হয়। সেই কাৰণে

'নিজৰ যোগ্যতাৰ পিনে লক্ষ্য নকৰি প্ৰাচীনসকলৰ পদাঙ্ক অনুসৰণ কৰি আমাৰ দেশৰ বৈষ্ণৱ গুৰুসকলৰ অভিপ্ৰেত দাৰ্শনিক মতৱাদটোনো কি ভাৱে অনুসন্ধানত প্ৰবৃত্ত হলোঁ। এই গ্ৰন্থত অসমীয়া বৈষ্ণৱসকলৰ দাৰ্শনিক মতৱাদৰ দিগ্-দৰ্শনহে কৰা হৈছে। অন্য দৰ্শনৰ লগত এই মতৰ তুলনামূলক আলোচনা কৰা হোৱা নাই।

গ্ৰন্থৰ কলেৱৰ বৃদ্ধিৰ ভয়ত প্ৰাসঙ্গিক কথাৰ যথাসম্ভৱ চমুকৈহে আলোচনা কৰা হৈছে। যিবিলাক কথা প্ৰাসঙ্গিক হলেও অপৰিহাৰ্য নহয় যেন লাগিছে তেনে কথাৰ আলোচনা কৰা নহ'ল। সজ্জনসকলৰ আদৰেহে মোৰ কৃতকাৰ্যতাৰ প্ৰমাণ হব।

ইয়াত মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ, মাধৱদেৱ আৰু গুৰু দামোদৰদেৱৰ প্ৰপন্ন শিষ্য ভট্টদেৱৰ সৰিসম্বাদী বাক্যত সৰ্বাধিক প্ৰামাণ্য-দান কৰা হৈছে। তেওঁলোকৰ বাণীৰ অবিৰোধে আন সন্তসকলৰ বাক্যও প্ৰমাণৰূপে গ্ৰহণ কৰা হৈছে। তেওঁলোকৰ বাণীৰ আপাত-প্ৰতীত পৰস্পৰ বিৰোধ-ভঞ্জনৰ অৰ্থে বা দাৰ্শনিক সামঞ্জস্য বিধানৰ অৰ্থে তাৰ সম্পূৰকৰূপে শ্ৰীধৰস্বামী আদি পৰম ভাগৱতসকলৰ কথাও ইয়াত গ্ৰহণ কৰা হৈছে।

এই গ্ৰন্থ তিনি বছৰ আগতে যুগুত কৰা হৈছিল। পিছে কোনো প্ৰকাশক নোপোৱাৰ কাৰণে মোৰ বাকী কেইখন গ্ৰন্থৰ পাণ্ডুলিপিৰ লগতে ইও অনাদৃতভাৱে পৰি আছিল। অৱশেষত আলোক প্ৰেছৰ স্বত্বাধিকাৰী সুপণ্ডিত আৰু পৰম বিদ্যোৎসাহী বন্ধুবৰ পণ্ডিত শ্ৰীযুত বাসুদেৱ শৰ্মাদেৱে ইয়াক প্ৰকাশ কৰিবলৈ গাত লয়। এই বাবে তেখেতৰ ওচৰত মই কৃতজ্ঞ। তেখেতে এই কাম হাতত নললে মোৰ বাকীবিলাক গ্ৰন্থৰ দৰে ইও ছিলিঙাতে বিলুপ্তিৰ পথত আগবাঢ়ি থাকিলহেঁতেন। তেখেতৰ প্ৰেছ নানা কামত আৱদ্ধ থকাৰ কাৰণে ই আকৌ প্ৰেছতে দেড় বছৰ কাল কটাব লগাত পৰিল। পুথি প্ৰেছত দিয়াৰ আগতে মোৰ পৰম বন্ধু সুপণ্ডিত অধ্যক্ষ শ্ৰীযুত তীৰ্থনাথ শৰ্মা এম.এ. দেৱে আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক শ্ৰীযুত সত্যেন্দ্ৰনাথ শৰ্মা

এম এ দেৱে চাই দি মোক কৃতজ্ঞতাপাশত আৱদ্ধ কৰিছে। এই গ্ৰন্থ যুগুত কৰোতে যে কামৰূপ সংস্কৃত সঞ্জীৱনী সভা-গ্ৰন্থাগাৰত ৰক্ষিত পুথিবিলাক ব্যৱহাৰ কৰা হৈছে আৰু নলবাৰীস্থ সহৃদয় বিদ্যোৎসাহী সজ্জন সকলৰপৰা নানাপিনদি উৎসাহ, উপদেশ পোৱা হৈছে সেই কথা কৃতজ্ঞতাৰে সৈতে স্মৰণ কৰিলোঁ। মোৰ আশীৰ্বাদভাজন শ্ৰীমান বিদ্যাৰাম শৰ্মা ব্যাকৰণশাস্ত্ৰী বোপাই উল্লিখিত গ্ৰন্থৰ তালিকাখন যুগুত কৰি দিছে। ভগৱানৰ ওচৰত তেওঁৰ সৰ্বাঙ্গীন মঙ্গল প্ৰাৰ্থনা কৰিছোঁ। যথাসাধ্য চেষ্টা কৰা সত্বেও গ্ৰন্থখনত বৰ্ণাশুদ্ধি বহুত ৰৈ গ'ল। গুণ-গ্ৰাহী সজ্জনসকলৰ ওচৰত তাৰ কাৰণে কৰপুটে ক্ষমা প্ৰাৰ্থনা কৰিলোঁ। ইতি*

বিনয়াবনত

শ্ৰীমনোৰঞ্জন শাস্ত্ৰী

---

* প্ৰথম সংস্কৰণৰপৰা উদ্ধৃত

# গ্ৰন্থত উল্লিখিত গ্ৰন্থৰ নামৰ সংক্ষেপ ৰূপ

অঃ পাঃ = অনাদিপাতন
অঃ ভাঃ = অভিনৱ ভাৰতী
১১শ স্কঃ = একাদশ স্কন্ধ
ঋক্ সং = ঋগ্বেদ সংহিতা
কঠঃ উঃ = কঠোপনিষৎ
কঃ ভাঃ = কথা ভাগৱত
কঃ গীঃ = কথাগীতা
কঃ গুঃ চঃ = কথা গুৰুচৰিত
কাঃ শাঃ = কামৰূপ শাসনাৱলী
কাঃ কৌঃ = কালকৌমুদী
কাঃ পুঃ = কালিকাপুৰাণ
কীঃ = কীৰ্ত্তন
কুঃ ক্ষেঃ = কুৰুক্ষেত্ৰ
কেঃ গোঃ নাঃ = কেলিগোপাল নাট
গীঃ = গীতা
৪ৰ্থ স্কঃ = চতুৰ্থ স্কন্ধ
ছাঃ উঃ = ছান্দোগ্যোপনিষৎ
৩য় স্কঃ = তৃতীয় স্কন্ধ
তৈঃ উঃ = তৈত্তিৰীয়োপনিষৎ
১০ম = দশম
১২শ স্কঃ = দ্বাদশ স্কন্ধ

২য় স্কঃ = দ্বিতীয় স্কন্ধ
নাঃ ঘোঃ = নামঘোষা
নাঃ শাঃ = নাট্য শাস্ত্ৰ
নিঃ নঃ = নিমিনৱসিদ্ধসংবাদ
১ম স্কঃ = প্ৰথম স্কন্ধ
৫ম স্কঃ = পঞ্চম স্কন্ধ
বৃঃ আঃ উ = বৃহদাৰণ্যকোপনিষৎ
ভঃ ৰঃ = ভক্তিৰত্নাকৰ
ভঃ ৰঃ পঃ = ভক্তিৰত্নাকৰ পদ
ভঃ বিঃ = ভক্তিবিৱেক
ভঃ প্ৰঃ = ভক্তিপ্ৰদীপ
ভাঃ = ভাগৱত
ভাঃ ভাঃ দীঃ = ভাগৱত-ভাৱাৰ্থদীপিকা
মুণ্ডক উঃ = মুণ্ডকোপনিষৎ
ৰত্নাঃ = ৰত্নাৱলী
ৰুঃ হঃ = ৰুক্মিণীহৰণ
হঃ আঃ = হস্ত্যায়ুৰ্ব্বেদ
হঃ উঃ = হৰিশ্চন্দ্ৰ উপাখ্যান
J. A. R. S = Journal of the Assam Research Society.




## প্ৰথম অধ্যায়

## দ্বিতীয় অধ্যায়



## তৃতীয় অধ্যায়



## চতুৰ্থ অধ্যায়

## পঞ্চম অধ্যায়



## ষষ্ঠ অধ্যায়

## সপ্তম অধ্যায়



## অষ্টম অধ্যায়



# পুৰণি অসমত বৈষ্ণৱ-ধৰ্ম

ভাৰতবৰ্ষৰ ধৰ্মৰূপ মহাসমুদ্ৰৰ পৰিপোষক বৈষ্ণৱ-ধৰ্ম নামৰ পৱিত্ৰ মহানদীখন

*বৈষ্ণৱ-ধৰ্মৰ বেদ-মূলকতা*

অনাদিকালৰপৰাই এই দেশত নিৰৱচ্ছিন্নভাৱে বৈ আছে। ইয়াৰ উৎপত্তি ক'ত, কেতিয়া, কেনেকৈ হ'ল তাক জানিবৰ উপায় নাই।

এই ধৰ্ম বেদমূলক, গতিকে এইটো নিঃসন্দেহে কব পাৰি যে বৈদিকযুগৰপৰাই এই ধৰ্মৰ সোঁত আৰ্যসকলৰ ভিতৰত প্ৰৱাহিত হৈ আছে। ঋগ্‌বেদ সংহিতাৰ কোনো কোনো মন্ত্ৰত বিষ্ণু যে পৰম উপাস্য, বিষ্ণুৰ নাম যে চিন্ময়, মঙ্গলময়, তাৰ কীৰ্তনৰদ্বাৰা যে বিষ্ণু তুষ্ট হয় আৰু ভক্তৰ অভীষ্ট ফল আৰু তত্ত্বজ্ঞান বা মোক্ষলাভ হয়, পৰৰ সুখৰ অৰ্থে যে স্বাৰ্থত্যাগ কৰ্তব্য ইত্যাদি বৈষ্ণৱ-ধৰ্মৰ তত্ত্ব কথাবিলাক কোৱা আছে। যেনে—

তমু স্তোতাৰঃ পূৰ্ব্যং যথাৱিদ ঋতস্য গৰ্ভং জনুষা পিপৰ্তন।
আস্য জানন্তো নাম চিদ্বিৱক্তন মহস্তে ৱিষ্ণো সুমতিং ভজামহে॥

[ ঋগ্‌-সং—১।১৫৬।৩ ]

ইয়াৰ সায়ণাচাৰ্য-ভাষ্যত কথিত অৰ্থ এই—স্তুতিপাঠকগণ, ( ঋত্বিগ্ বিশেষ ) তোমালোকে সেই বিষ্ণুক যিমান দূৰ জানা তদনুসাৰে স্তোত্ৰাদিৰদ্বাৰা তেওঁক সন্তুষ্ট কৰা। তেওঁ সকলোৰে আদি, তেৱেঁই যজ্ঞৰূপে আছে, তেৱেঁই সৰ্বপ্ৰথম জল সৃষ্টি কৰিছিল। তেওঁৰ অনুগ্ৰহ হলে স্তুতিপাঠ কৰিব পৰা যায়। তেওঁৰ নাম চৈতন্যৰূপ আৰু উপাস্য। সেই নামকে সকলো প্ৰকাৰ পুৰুষাৰ্থ সিদ্ধিৰ উপায় বুলি জানি তাৰেই উচ্চাৰণ কৰা। হে বিষ্ণু, ( সৰ্বব্যাপক ) এনেকৈ তোমাৰ নাম লৈ তোমাৰ কৃপাতে আমি তোমাৰ স্বৰূপসাক্ষাৎকাৰৰূপ তত্ত্বজ্ঞান লাভ কৰিব পাৰিম।

ভক্তিবিবেকত ভট্টদেৱেও নামমাহাত্ম্য প্ৰসঙ্গত এই শ্ৰুতি উদ্ধৃত কৰিছে—

ন্ মৰ্তো দয়তে সনিষ্যন্যো ৱিষ্ণৱ উৰুগায়ায় দাশৎ ।
প্ৰ য়ঃ সত্ৰাচা মনসা যজাত এতাৱন্তং নৰ্যমাৱিৱাসাৎ ॥

[ ঋগ্ সং—৭।১০০।১ ]

যিজনে অভীষ্ট ধন লাভ কৰিব খোজে তেওঁ যদি উৰুগায় শ্ৰীবিষ্ণুৰ প্ৰীতিৰ উদ্দেশ্যে দান কৰে, তেন্তে তেওঁৰ অভীষ্ট ধনলাভ অনায়াসে হয় ; মননৰ সহিত তেওঁৰ স্তুতিপাঠ কৰিলে তেওঁ শীঘ্ৰে অভীষ্টফল দান কৰে ।

ত্বং ৱিষ্ণো সুমতিং বিশ্বজন্যাম্ অপ্ৰযুতামেৱযাৱো মতিং দাঃ ।
পৰ্চো যথা নঃ সুৱিতস্য ভূৰেৰশ্বাৱতঃ পুৰুশ্চন্দ্ৰস্য ৰায়ঃ ॥

[ ঋগ্ সং—৭।১০০।২ ]

হে স্তুতিপাঠকসকলৰ কামনাপূৰক বিষ্ণু, আমাক সেই সুমতি (জ্ঞান) দিয়া—যাৰদ্বাৰা আমি সকলো প্ৰাণীৰে হিত সাধন কৰিব পাৰোঁ । হে বিষ্ণু, বহু লোকৰ প্ৰীতিপ্ৰদ প্ৰচুৰ অশ্বাদিযুক্ত, এনেকুৱা ধন-সম্পদ যেন আমাৰ হয়—যাৰদ্বাৰা আমি বহুলোকক সেৱা কৰিব পাৰোঁ ।

ত্ৰিৰ্দেৱঃ পৃথিৱীমেষ এতাং ৱিচক্ৰমে শতৰ্চসং মহিত্বা ।
প্ৰ ৱিষ্ণুৰস্তু তৱসস্তৱীয়ান্ ত্বেষং হ্যস্য স্থৱিৰস্য নাম ॥

[ ঋগ্ সং—৭।১০০।৩ ]

শতজ্যোতিঃসম্পন্ন তিনি লোকক যিজনে মহিমাৰে আক্ৰমণ কৰি বিয়পি আছে, সেই প্ৰাচীনবিলাকৰ ভিতৰত প্ৰাচীনতম (অনাদি) বিষ্ণু আমাৰ প্ৰভু (উপাস্য) হ'ক । তেওঁৰ নাম জ্যোতিৰ্ময়, তেওঁ আমাৰ সকলোৰে প্ৰভু হোৱাৰ যোগ্য ।

এনেকুৱা বহুতো মন্ত্ৰ ঋগ্‌বেদত আছে । যি কেইটা মন্ত্ৰ ইয়াত উদ্ধৃত কৰা হ'ল, তাতেই বৈষ্ণৱ-ধৰ্মৰ অন্তৰ্নিহিত অপৰিবৰ্তনীয় সৰ্বানুগত স্বৰূপটি সুস্পষ্ট হৈ উঠিছে ।

শ্ৰীবিষ্ণুৰ নাম দীপ্তিময় চৈতন্যস্বৰূপ, তাকে জানি যদি কোনোবাই তেওঁৰ নাম কীৰ্তন কৰে তেন্তে তেওঁ সেই নামৰ বাচ্য ভগৱান বিষ্ণুৰ সাক্ষাৎকাৰ লাভ কৰি কৃতাৰ্থ হয় । যিহেৰে বিশ্বজনীন মঙ্গল সাধিত হয়, তোমাৰ (বিষ্ণুৰ) অনুগ্ৰহত আমাৰ তেনে সুমতি, ধন আৰু সামৰ্থ্য হওক । শ্ৰীবিষ্ণুৰ নামগানৰদ্বাৰা তেওঁ প্ৰীত হয় । এইবিলাকেইতো বৈষ্ণৱ-ধৰ্মৰ অবিসম্বাদী কথা ।

বেদৰ অন্যান্য সংহিতা গ্ৰন্থত আৰু "ঐতৰেয়ব্ৰাহ্মণ", "শতপথব্ৰাহ্মণ" আদি ব্ৰাহ্মণ গ্ৰন্থত, "ছান্দোগ্যোপনিষদ", "তৈত্তিৰীয় আৰণ্যক" আদি নানা উপনিষদত বিষ্ণুক ভজনীয় পৰম দেৱতাৰূপে বৰ্ণনা কৰা হৈছে।

*পুৰাণাদিত বৈষ্ণৱ ধৰ্ম*

শ্ৰুতিত যিটো সংক্ষিপ্তভাৱে কোৱা হৈছে—তাকেই স্মৃতি আৰু পুৰাণ আদি গ্ৰন্থত বিস্তৃতভাৱে বৰ্ণনা কৰা হৈছে। ঋগ্‌বেদৰপৰা উদ্ধৃত মন্ত্ৰত আমি যি কেইটা কথা পাইছোঁ, সেইবিলাকেই ব্ৰাহ্মণ, উপনিষদ, মহাভাৰতৰ গীতা, নাৰায়ণীয় অধ্যায় আদিৰ মাজেদি আহি মৎস্য, কূৰ্ম্ম, ভাগৱত, বিষ্ণু, পদ্ম, স্কন্দ আদি পুৰাণত নানা ইতিহাস উপাখ্যানৰ সহযোগত বিস্তৃতভাৱে বৰ্ণিত হৈছে।

নাম-কীৰ্তনৰ মাহাত্ম্য বৰ্ণনা প্ৰসঙ্গত স্কন্দপুৰাণত বেদোক্ত নাম-মাহাত্ম্যকে ব্যাখ্যা কৰা হৈছে।

মধুৰমধুৰমেতন্মঙ্গলং মঙ্গলানাম্
সকলনিগমৱল্লী-সৎফলং চিৎস্বৰূপম্।
সকৃদপি পৰিগীতং শ্ৰদ্ধয়া হেলয়া ৱা
ভৃগুৱৰ নৰমাত্ৰং তাৰয়েৎ কৃষ্ণনাম॥

মাধৱদেৱে ইয়াৰ অনুবাদ কৰিছে—

সকল নিগমলতা তাৰ অবিনাশী ফল
কৃষ্ণনাম চৈতন্যস্বৰূপ।
সুমধুৰ সুমঙ্গল শ্ৰদ্ধায়ে হেলায়ে লৈয়া
নৰমাত্ৰ তৰে ভৱকূপ॥

[ নামঘোষা—৭ ]

শ্ৰুতিত যে পৰৰ দুখ নিবাৰণ কৰি সুখ সম্পাদনৰ ইচ্ছাৰ কথা কোৱা হৈছে, এইটি বৈষ্ণৱধৰ্মৰ প্ৰধান বস্তু, পৰক সুখী কৰিবৰ কাৰণে স্বাৰ্থত্যাগ কৰাটোৱে বৈষ্ণৱৰ বিশেষ লক্ষণ। ইয়াকে ভাগৱত পুৰাণত পৰম ভাগৱত প্ৰহ্লাদৰ উক্তিৰ ভিতৰত প্ৰকাশ কৰা হৈছে—

ন কাময়েঽহং গতিমীশ্বৰাৎ পৰাং নৈৰেষ্টসিদ্ধিমপুনৰ্ভৱং ৱা।
আৰ্তীঃ প্ৰপদ্যেঽখিল দেহভাজামন্তঃস্থিতো যেন ভৱন্ত্যদুঃখাঃ॥

আঠ বিধ ঐশ্বৰ্য্যযুক্ত পৰমপদ বা নিৰ্বাণ পাবৰ কাৰণে মই ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা নকৰোঁ, মই খোজোঁ, যাতে মই সমস্ত প্ৰাণীতে অন্তঃপ্ৰবিষ্ট হৈ (অন্তৰত

সোমাই) তেওঁবিলাকৰ সকলো প্ৰকাৰৰ আৰ্তি বা ক্লেশ-বেদনাৰ বোজা নিজে লব পাৰোঁ আৰু তাতে তেওঁবিলাকৰ সৰ্বপ্ৰকাৰৰ দুঃখ দৈন্য নোহোৱা হয়।

আমি দেখিছোঁ বিষ্ণুক পৰম উপাস্যৰূপে গ্ৰহণ, তেওঁৰ নামৰ শ্ৰৱণ-কীৰ্তন, সাৰ্বজনীন কৰুণা, পৰাৰ্থে স্বাৰ্থত্যাগৰ বাসনা, এই কেইটা কথা শ্ৰৌত বৈষ্ণৱ-ধৰ্মৰ ভিতৰত যিদৰে আছে, পৰৱৰ্তী স্মাৰ্ত, পৌৰাণিক, তান্ত্ৰিক বা পাঞ্চৰাত্ৰ, তৎপৰৱৰ্তী ৰামানুজীয়, মাধ্ব, নিম্বাৰ্ক, বল্লভী, চৈতন্যীয়া, শঙ্কৰীয়া, দামোদৰীয়া আদি নামেৰে প্ৰচলিত সকলো বৈষ্ণৱ-সম্প্ৰদায়ৰ ভিতৰতে অপৰিৱৰ্তিতভাৱে আছে। কোনো কালত, দেশত বা অৱস্থাত ইয়াৰ পৰিৱৰ্তন ঘটা নাই।

অসমতো বৈদিক-ধৰ্ম আৰু সংস্কৃতিৰ লগে লগে বিষ্ণুকথা বা বৈষ্ণৱধৰ্মৰ প্ৰৱেশ ঘটিছিল। গতিকে যেতিয়াৰেপৰা এই দেশত বেদাধ্যয়ন আৰু বৈদিক সংস্কৃতি চলি আছে বুলি নিৰূপণ কৰিব পাৰোঁ, বৈষ্ণৱ-ধৰ্মও তেতিয়াৰপৰাই ইয়াত অবিচ্ছিন্নভাৱে চলি আছে বুলি কব পাৰিমহঁক। যিবিলাক প্ৰমাণৰ বলত পুৰণি কালৰ অসমত আৰ্য-সভ্যতা আৰু সংস্কৃতিৰ অস্তিত্ব প্ৰমাণিত কৰিব পাৰি, সেইবিলাক প্ৰমাণৰ বলতে বৈষ্ণৱ-ধৰ্মও যে ইয়াত যি কোনোৰূপে চলি আছিল তাকো প্ৰমাণিত কৰিব পাৰি। যি সময়ত বৈষ্ণৱ-ধৰ্ম বা বৈষ্ণৱ-সম্প্ৰদায় নোহোৱাকৈ বৈদিক-ধৰ্ম নাইবা শৈৱ, শাক্ত আদি আন সৰ্বভাৰতীয় ধৰ্মসম্প্ৰদায় ইয়াত আছিল অথবা সেইদৰে শৈৱ, শাক্ত আদি সম্প্ৰদায়ান্তৰ নোহোৱাকৈ কেৱল বৈষ্ণৱ-ধৰ্মহে চলি আছিল, তেনে সময় এটা যে এই দেশত আছিল তাক ইতিহাস বা ঐতিহাসিক প্ৰমাণৰদ্বাৰা ধৰিব পৰা নাযায়।

*অসমত বৈদিক সংস্কৃতি*

অসমৰ ইতিহাসৰ এতিয়ালৈকে আবিষ্কৃত হোৱা উপাদানবিলাকৰ ভিতৰত যিদৰে ইয়াত আৰ্য-সভ্যতা বা বৈদিক সংস্কৃতি থকাৰ সম্বাদ পাওঁ, শৈৱধৰ্ম আৰু শাক্তসম্প্ৰদায় থকাৰ সম্বাদ পাওঁ, সেইদৰে তাৰ ভিতৰতে বৈষ্ণৱ-ধৰ্ম আৰু সম্প্ৰদায় থকাৰো সম্বাদ পাওঁহক।

বেদ, ৰামায়ণ, মহাভাৰত আদি সুপ্ৰাচীন-সম্বাদবাহী গ্ৰন্থবিলাকৰপৰা বিশেষকৈ আমাৰ এই দেশত সেই সময়ত কি কি সম্প্ৰদায়, কোন ধৰ্ম বা কোন আচাৰ-পদ্ধতি প্ৰচলিত আছিল তাৰ সবিশেষ সম্বাদ একো পোৱা নাযায়। নৰক, ভগদত্ত, ভীষ্মক, বাণ, বভ্ৰুবাহনক যদি এই দেশৰে ৰজা আছিল বুলি ধৰি লব পৰা যায়, মহামুনি পালকাপ্য, সামগায়ন, ভাৰ্গৱ, বশিষ্ঠ আদি মুনিগণৰ আশ্ৰম যদি এসময়ত এই দেশৰ ভিতৰতে আছিল বুলি মানি লোৱা যায়, ভগৱান্ পৰশুৰামৰ ব্ৰহ্মপুত্ৰ আনয়ন আদি পৌৰাণিক আখ্যানবোৰক যদি সত্য বুলি ধৰা হয়, তেন্তে সেই কালতে ইয়াত

আৰ্য-সভ্যতা, বৈদিকসংস্কৃতি আৰু সনাতনধৰ্মৰ প্ৰচাৰ আৰু প্ৰসাৰ হৈছিল বুলি অৱশ্যে মানি লব লাগিব ।

"শতপথব্ৰাহ্মণ"ত কোৱা আছে—মথুপুত্ৰ বিদেঘ নামৰ ৰজাই বৈশ্বানৰ অগ্নিক মুখত লৈ আছিল । ৰহুগণপুত্ৰ গোতম তেওঁৰ পুৰোহিত আছিল । পুৰোহিতে মতা সত্ত্বেও অগ্নি বাহিৰ হৈ যোৱাৰ ভয়ত ৰজাই মুখেৰে মাতি উত্তৰ নিদিলে । পুৰোহিতে তেতিয়া নানা মন্ত্ৰেৰে অগ্নিক আৱাহন কৰিব ধৰিলে । অৱশেষত পুৰোহিতৰ মন্ত্ৰ শুনি অগ্নি ৰজাৰ মুখৰপৰা প্ৰজ্বলিত হৈ ওলাই আহিল । বিদেঘ (বিদেহ) মাথৱ তেতিয়া সৰস্বতী নদীৰ তীৰত আছিল । অগ্নিয়ে তাৰ পূবৰ পিনে পৃথিৱীখন পুৰি আহিব ধৰিলে । ৰজা বিদেঘ আৰু পুৰোহিত গোতম উভয়ে অগ্নিৰ পাছে পাছে পূবৰ পিনে আহি থাকিল । অগ্নিয়ে সকলো নদীবিলাকক পুৰি আহি, উত্তৰৰ পৰ্বতৰপৰা বৈ অহা 'সদানীৰা' (কৰতোয়া) নদী পালেহি । অগ্নিয়ে এই নদীক দহিব নোৱাৰিলে । বৈশ্বানৰ অগ্নিৰদ্বাৰা দগ্ধ নোহোৱাৰ কাৰণে কৰতোয়া নদীৰ পূৰ্বভাগ অপবিত্ৰ বুলি, তালৈ আগেয়ে ব্ৰাহ্মণসকল নদী পাৰ হৈ নগৈছিল । তাৰ পাছতহে বহুত ব্ৰাহ্মণে তাত নদীৰ পূবপাৰে বাস কৰিছে গৈ । এই স্থান খেতিৰ অযোগ্য, জলাতক আছিল ; কাৰণ, বৈশ্বানৰাগ্নিয়ে ইয়াৰ স্বাদ গ্ৰহণ কৰা নাই । এতিয়া অৱশ্যে ব্ৰাহ্মণসকলে যজ্ঞৰদ্বাৰা অগ্নিক ইয়াৰ স্বাদ গ্ৰহণ কৰাইছে ; গতিকে ই ভাল ক্ষেত্ৰযোগ্য হৈছে । এই নদী (কৰতোয়া) গ্ৰীষ্মকালৰ শেষতো ক্ষুব্ধ হৈ থাকে । অগ্নিয়ে দাহ নকৰাৰ কাৰণেই ই ইমান শীতল । তেতিয়া বিদেঘ মাথৱে অগ্নিক সুধিলে, "মই এতিয়া ক'ত বাস কৰোঁ ?" তেওঁ (অগ্নি) উত্তৰ দিলে, "এই নদীৰ পূব পিনে তোমাৰ বাসস্থান হব ।" এতিয়াও এই নদী কোশল আৰু বিদেহৰ সীমা হৈ আছে আৰু এই দেশ তথনক মাথৱ বোলে[১] । ইয়াৰদ্বাৰা, "শতপথ-ব্ৰাহ্মণ"ৰ সময়তে কৰতোয়া

*এই বিষয়ে শতপথ শ্ৰুতি প্ৰমাণ*

---

১. "বিদেঘো হ মাথৱোঽগ্নিং বৈশ্বানৰং মুখে বভাৰ । তস্য গোতমো ৰাহুগণ-ঋষিপুৰোহিত আস । তস্মৈ হস্মামন্ত্ৰ্যমাণো ন প্ৰতি শৃণোতি, নেন্মেঽগ্নিৰ্বৈশ্বানৰো মুখান্নিষ্পদ্যাতা ইতি । তমৃগ্‌ভিৰ্হ্বয়িতুং দধ্ৰে । + + + অথাস্য ঘৃতকীৰ্ত্তাৱেৱাগ্নিৰ্বৈশ্বানৰো মুখাদুজ্জজ্বাল । তং ন শশাক ধাৰয়িতুম্ । সোঽস্য মুখান্নিষ্পেদে । স ইমাং পৃথিৱীং প্ৰাপাদঃ । তৰ্হি বিদেঘোমাথৱ আস সৰস্বত্যাম্ । স তত এৱ প্ৰাঙ্‌দহন্ন ভীয়ায়েমাং পৃথিৱীম্ । তং গোতমশ্চ ৰাহুগণো বিদেঘশ্চ মাথৱঃ

নদীৰ পূবপিনে অৰ্থাৎ পুবণি কামৰূপত ব্ৰাহ্মণ ক্ষত্ৰিয়াদি আৰ্যসকল বাস কৰিছিল বুলি বুজা যায়।

মহাভাৰতত ভগদত্ত আৰু বভ্ৰুবাহনক পবিত্ৰ ক্ষত্ৰিয় ৰজাৰূপে উপস্থাপিত

---

পশ্চাদ্দহন্তমন্বীয়তুঃ। স ইমাঃ সৰ্ব্বা নদীৰতিদদাহ। সদানীৰেত্যুত্তৰাদ্ গিৰে নিৰ্দ্ধাৱতি। তাং হৈৱ নাতিদদাহ। তাং হস্ম তাং পুৰা ব্ৰাহ্মণা ন তৰন্তি অনতিদগ্ধোঽগ্নিনা বৈশ্বানৰেণেতি। তত এতৰ্হি প্ৰাচীনং বহবো ব্ৰাহ্মণাঃ। তদ্ধাক্ষেত্ৰতৰমিৱাস, স্ৰাৱিতৰমিৱাস্বদিতমগ্নিনা বৈশ্বানৰেণেতি। তদুহৈতৰ্হি ক্ষেত্ৰতৰমিৱ। ব্ৰাহ্মণা উ হি নুনমেনদ্যজ্ঞৈৰসিষ্বদং। সাপি জঘন্যে নৈদাঘে সমিৱৈৱ কোপয়তি তাৱং। শীতা নাতিদগ্ধাহ্যগ্নিনা বৈশ্বানৰেণ। সহোৱাচ বিদেঘো মাথৱঃ ক্বাহং ৱসানীতি। অতএৱ তে প্ৰাচীনং ভূৱনমিতি হোৱাচ। সৈষাপ্যেতৰ্হি কোসল ৱিদেহানাং মৰ্যাদা। তে হি মাথৱাঃ"। [ শতপথব্ৰাহ্মণ, কাঃ ১ প্ৰঃ ৩ ব্ৰাঃ ৩ ]

সায়ণভাষ্যত "সদানীৰা" মানে "কৰতোয়া" বুলি কোৱা হৈছে। "অমৰকোষ"তো সেয়ে আছে। বিদেহ আৰু কোশল নামৰ জনপদ, বোধহয় সেই সময়ত এজন ৰজাৰ শাসনত আছিল; আৰু সমুদায় ৰাজ্যখন পূবপিনে "কৰতোয়া" পৰ্যন্ত বিস্তৃত আছিল। নহলে কৰতোয়াৰ লগত কোশলৰ সম্পৰ্ক নিৰ্ণয় কৰা দুৰূহ হৈ পৰে।

আধুনিক পণ্ডিতসকলৰ কোনো কোনোৱে শতপথব্ৰাহ্মণত প্ৰযুক্ত "সদানীৰা" শব্দৰদ্বাৰা আধুনিক গণ্ডকী নদীকহে কোৱা হৈছে বুলি ধাৰণা কৰে। সম্ভৱতঃ এগেলিঙ্ (Eggeling) চাহাবৰ উক্তিয়ে এই ধাৰণাৰ মূল উৎস। কিন্তু পুৰণি ভাৰতীয় গ্ৰন্থ যিবিলাক আমাৰ দৃষ্টি গোচৰ হৈছে সেই সকলোতে "সদানীৰা" মানে কৰতোয়া নদী বুলি অবিসম্বাদিভাৱে ব্যাখ্যা কৰা আছে, তেনে কোনো গ্ৰন্থতে "সদানীৰা" মানে গণ্ডকী নদী বুলি ব্যাখ্যা কৰা দেখা নাযায়।

গণ্ডকীনদী শালগ্ৰাম শিলাৰ আকৰ বা উৎপত্তিস্থান বুলি বিভিন্ন পুৰাণত বৰ্ণিত আছে, অথচ "সদানীৰা" বা কৰতোয়া নদীৰ লগত শালগ্ৰাম শিলাৰ তেনে সম্পৰ্ক থকাৰ কোনো প্ৰমাণ পোৱা নাযায়। গতিকে 'সদানীৰা' বা কৰতোয়া আৰু গণ্ডকী একেখন নদীৰ নাম বুলি প্ৰতিপন্ন নহয়। সেইকাৰণে এইক্ষেত্ৰত ভাৰতীয় শাস্ত্ৰ আৰু লোকপৰম্পৰাৰ ওপৰত নিৰ্ভৰ কৰাটো অধিক যুক্তিসঙ্গত বুলি ভাবি আমি শতপথব্ৰাহ্মণত প্ৰযুক্ত "সদানীৰা" শব্দৰদ্বাৰা গণ্ডকী নদীক কোৱা নাই—কৰতোয়া নদীকহে কোৱা হৈছে বুলি ধৰি লৈছোঁ।

কৰা হৈছে; আৰু তেওঁবিলাকৰ ৰাজ্যত বৰ্ণাশ্ৰম ধৰ্ম থকাৰো উল্লেখ আছে।[২] ৰুক্মিণীৰ বিয়াৰ প্ৰসঙ্গত যে ব্ৰাহ্মণ সকলৰদ্বাৰা চাৰি বেদৰ মন্ত্ৰ উচ্চাৰিত হৈছিল, এই কথা ভাগৱত পুৰাণত কোৱা হৈছে।[৩]

"হস্ত্যায়ুৰ্বেদ" নামৰ সুবৃহৎ গ্ৰন্থৰ প্ৰণেতা মহৰ্ষি পালকাপ্যৰ পৈতৃক আশ্ৰম হিমালয়ৰ দাঁতিত লৌহিত্য নদৰ ওচৰত আছিল।[৪] মহৰ্ষিৰ জন্ম, শিক্ষা-দীক্ষা, সাধনা-সিদ্ধি সকলো ইয়াতেই হৈছিল। এই কথা উক্ত গ্ৰন্থৰ পাতনিতে স্পষ্টকৈ কোৱা আছে। এই গ্ৰন্থ খৃষ্টপূৰ্ব পঞ্চম বা ষষ্ঠ শতকৰ বুলি স্বৰ্গীয় মহামহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰীদেৱে মত-প্ৰকাশ কৰিছে।[৫] হাতীবিলাকক পালন কৰা গতিকে "পাল," কাপ্য গোত্ৰত জন্ম হোৱা গতিকে "কাপ্য," উভয়ে মিলি তেওঁৰ নাম হ'ল "পালকাপ্য"।[৬] নিৰ্ভৰ যোগ্য বৈদিক গ্ৰন্থত "কাপ্য" নামৰ উল্লেখ নাই কাৰণে পালকাপ্য মুনি আৰ্যসকলৰ ভিতৰত চলিত গোত্ৰৰ লোক নহয় বুলি স্বৰ্গত শাস্ত্ৰীদেৱে সিদ্ধান্ত কৰি দিছে বৈদিক গ্ৰন্থত 'কাপ্য' নামৰ উল্লেখ নোহোৱা নহয়।

*হস্ত্যায়ুৰ্বেদৰ কথা*

---

২ ভগদত্ত, বজ্ৰদত্ত আৰু বভ্ৰুবাহনক 'ৰাজা' বুলি উল্লেখ কৰা হৈছে। ৰাজন্ শব্দ ক্ষত্ৰিয়জাতিবাচক [ মীমাংসাদৰ্শন অঃ ২, পাঃ ৩. অধি ২ ] "এষশৈলালয়ো ৰাজা ভগদত্তঃ প্ৰতাপৱান্" [ মঃ ভাঃ, স্ত্ৰীপঃ ] "ৰাজা প্ৰাগ্‌জ্যোতিষাধিপঃ" [ অশ্বপঃ ৭৬।১৬ ] "নিৰ্যযৌ বিনয়েনাথ ব্ৰাহ্মণাৰ্থং পুৰঃসৰঃ" [ অশ্বপঃ ০৯।১ ]

৩. চক্ৰুঃ সামৰ্গ্‌যজুৰ্মন্ত্ৰৈৰ্ৱধ্বাঃ ৰক্ষাং দ্বিজোত্তমাঃ।
পুৰোহিতাথৰ্ববিদ্ বৈ জুহাৱ গ্ৰহশান্তয়ে॥ [ ভাঃ ১০।৫৩।১২ ]

৪. "শৈলৰাজসানুদেশে লৌহিত্যসাগৰং প্ৰতি" [ হঃ আঃ ১।১।৩৯ ] শৈলৰাজ বুলিলে হিমালয়কে বুজা যায়, "হিমালয়ো নাম নগাধিৰাজঃ" [ কুমাৰসম্ভৱ ১।১ ] গতিকে, এই স্থান গাৰো পাহাৰৰ দাঁতিত আছিল বুলি কি যুক্তিত কোৱা হয়, বুজি নাপাওঁ।

৫. সভাপতিৰ সম্বোধন, বঙ্গীয় সাহিত্য পৰিষৎ পত্ৰিকা ৪ৰ্থ সংখ্যা, সন ১৩২১।

৬. পালনাদ্ গজযূথস্য কাপ্যো গোত্ৰেণ এৱ চ।
+ + + +
পালকাপ্য ইতি শ্ৰীমান্ নামধেয়ং চকাৰ সঃ॥
[ হঃ আঃ ১।১।১৫৬ ]

"বৃহদাৰণ্যক উপনিষদ"ৰ বংশব্ৰাহ্মণৰ ভিতৰত "কাপ্য" বুলি দুবাৰ আৰু "কাপী পুত্ৰ" বুলি এবাৰ উল্লেখ আছে।[৭] "কাপ্য" মানে যি "কাপী পুত্ৰ" বুলিলেও সেই একে কথা হব পাৰে। মহৰ্ষি পালকাপ্য যে কেৱল হস্তিবিদ্যাতে পাৰ্গত আছিল এনে নহয়; সমগ্ৰ বেদ-বেদাঙ্গতে তেওঁ পাৰদৰ্শী আৰু মহাতপস্বী আছিল।[৮] মহৰ্ষিৰ পিতাক মহৰ্ষি সামগায়নো পৰম ৱেদজ্ঞ আছিল। এই গ্ৰন্থৰপৰাই আমি সম্বাদ পাওঁ যে মহামুনি ভাৰ্গৱৰ আশ্ৰমো এই দেশতে সামগায়নৰ আশ্ৰমৰ কিছু নিকটৱৰ্তী ঠাইতে আছিল। সেই আশ্ৰম মহা মহা মুনিসকলৰ বেদধ্বনিৰদ্বাৰা মুখৰিত হৈ আছিল।[৯] ইয়াত বৰ্ণাশ্ৰম ধৰ্মৰ অস্তিত্বৰ বিষয়ে এই গ্ৰন্থত প্ৰচুৰ প্ৰমাণ আছে। বিষ্ণু পূজাৰো উল্লেখ ইয়াত পোৱা যায়।

২৪৩ গুপ্তাব্দৰ (খৃঃ ৫৫৪) নগাওঁৰ বৰগঙ্গাত আৱিষ্কৃত, কামৰূপৰ খৃষ্টীয় সপ্তম শতকৰ ৰজা ভাস্কৰবৰ্মাৰ পঞ্চম পূৰ্বপুৰুষ মহাৰাজ মহাভূতিবৰ্মাৰ শিলালিপিত তেওঁক "অশ্বমেধযাজী" আৰু "পৰমভাগৱত" বুলি উল্লেখ কৰা হৈছে।[১০] অশ্বমেধ যজ্ঞৰ অনুষ্ঠানৰদ্বাৰা সেই কালত এই দেশত বৈদিক সংস্কৃতিৰ কেনে পয়োভৰ আছিল সেইটো অনুমান কৰিব পাৰি। বৈষ্ণৱ ৰজাক "পৰমভাগৱত" আৰু শৈৱ ৰজাক "পৰমমাহেশ্বৰ" বুলি উল্লেখ কৰা দেখা যায়। ইয়াত "পৰমভাগৱত" এই কথাৰদ্বাৰা মহাৰাজ ভূতিবৰ্মা বিষ্ণুভক্ত আছিল বুলি প্ৰতিপন্ন হোৱাৰ লগে লগে সেই কালত যে এই দেশত বিষ্ণু উপাসনাৰ বহুল প্ৰচাৰ আছিল সেইটো বুজা যায়।

*শিলালিপিৰ প্ৰমাণ, খৃঃ ৫ম শতকত বিষ্ণুকথা*

বাণভট্টৰ "হৰ্ষচৰিত" আৰু ভিন্ ভিন্ তাম্ৰশাসনবোৰত য'ত য'ত কামৰূপৰ

---

৭. 'কৈশোৰ্যাৎ কাপ্যাৎ কৌশোৰ্যঃ কাপ্যঃ' [ বৃঃ আঃ উঃ, অঃ ২, ব্ৰাঃ ৬+অঃ ৪, ব্ৰাঃ ৬ , "কাপীপুত্ৰাৎ কাপীপুত্ৰঃ"—তথা, অঃ ৬, ব্ৰাঃ ৫।

৮. শ্ৰীমন্তং ব্ৰাহ্মণং কঞ্চিজ্জটিলং সাধুসম্মতম্।
উগ্ৰেণ তপসা যুক্তং ৱেদৱেদাঙ্গপাৰগম্॥
[ হঃ আঃ ১।১।৭১ ]

৯. মহৰ্ষেৰ্ভাৰ্গৱস্যাথ মৃগব্যালনিষেৱিতম্।
আশ্ৰমং মুনিভিঃ শ্ৰেষ্ঠৈঃ শোভিতং ব্ৰহ্মনিস্বনৈঃ॥
ব্ৰহ্মসদ্মনিভং চিত্ৰং সিদ্ধগন্ধৰ্বসেৱিতম্।
শৈলৰাজস্য পাৰ্শ্বস্থং মণিৰাজিৱিৰাজিতম্॥
[ হঃআঃ ১।১।১২১--১২২ ]

১০. স্বস্তি শ্ৰী পৰমদৈৱতপৰমভাগৱতমহাৰাজাধিৰাজাশ্বমেধযাজিন ( ?ং )।

ৰজাৰ সবিশেষ উল্লেখ আছে তাতেই এই দেশৰ বৰ্মবংশৰ আৰু পালবংশৰ ৰজা-সকলক বৰাহৰূপী বিষ্ণুৰ বংশধৰ বুলি উল্লেখ কৰা হৈছে ; আৰু তাত তেওঁলোকৰ উপাস্য দেৱতা হিচাপে যিদৰে মহেশ্বৰ শিৱৰ উল্লেখ হৈছে সেইদৰে এই বংশৰ আদি পুৰুষৰূপে নাইবা আন যি কোনো ৰূপে ভগৱান্ বিষ্ণুৰ নামটিও তাত জড়িত কৰা হৈছে।

*তাম্ৰশাসনৰ প্ৰমাণ, খৃঃ ৭ম শতকত বিষ্ণুকথা*

ভাস্কৰবৰ্মাৰ শাসনতো বৰ্মবংশৰ অনেক ৰজাই অশ্বমেধ আদি নানা যজ্ঞ কৰিছিল বুলি[১১] কৈ বৈদিক ধৰ্মৰ জয় জয়কাৰ ঘোষণা কৰা হৈছে। নিধানপুৰ তাম্ৰশাসনত বৰ্মবংশৰ প্ৰতিষ্ঠাতৃৰূপে চক্ৰপাণি (চক্ৰভৃতঃ) বিষ্ণুৰ উল্লেখ আছে।

ডুবি তাম্ৰশাসনত ৰজা পুষ্যবৰ্মাক উপমানৰূপে লক্ষ্মীপতি বিষ্ণুৰ কথা কোৱা আছে।[১২] নাৰায়ণবৰ্মাক নাৰায়ণৰ অৱতাৰ বুলি কোৱা হৈছে আৰু লগে লগে, "নাৰায়ণ" নামে যে কলিকালত সমস্ত পাপ নাশ কৰে, এনেকুৱা নামমাহাত্ম্যৰো উল্লেখ আছে।[১৩] বিষ্ণু দৈত্যাৰি ভগৱান তেওঁ যে দৈৱকীৰ গৰ্ভত কৃষ্ণৰূপে অৱতীৰ্ণ হৈছিল, এই কথাও দৃষ্টান্তচ্ছলে কোৱা আছে।[১৪] ইয়াৰদ্বাৰা সেই কালত (খৃঃ ৪ৰ্থৰ পৰা ৮ম শতকলৈ) যে বিষ্ণু লক্ষ্মীপতি, উপাস্য, ভগৱান দৈত্যদাৰণ, তেওঁৰ নাম যে অশেষ পাপ নাশক—এইবিলাক কথা আৰু বিষ্ণুৰ অৱতাৰবাদ এইদেশত বহুলভাৱে স্বীকৃত আৰু প্ৰসাৰিত আছিল বুলি বুজা যায়।

উপাসক সম্প্ৰদায় এটা নাথাকিলে এই ধাৰণা এনে জীৱন্তভাৱে থাকিব নোৱাৰে ; গতিকে ভেতিয়া যে দেশত বৈষ্ণৱ সম্প্ৰদায় নাছিল নাইবা থাকিলেও নগণ্যভাৱে হে আছিল এইকথা কব নোৱাৰি।

---

১১. "স (বজ্ৰদত্তঃ) ৰাজিমেধৈৰযজন্মহৰ্দ্ধিভিঃ"। "যাগেষ্বভূদ্ ভূপাতবিস্ৰকল্পঃ"। "বলবৰ্ম্ম সংজ্ঞকঃ + + + ইষ্ট্বাচানেকৈঃ ক্ৰতুভিঃ সদক্ষিণৈঃ"। মহেন্দ্ৰ বৰ্ম্মা + + + ঈজে স ৰাজা ক্ৰতুভিৰ্ম্মহেন্দ্ৰৱৎ"। "ইষ্ট্বাসৌ ৰাজিমেধং নৰপতিৰগমচ্ছক্ৰবাসম্"। "ইষ্ট্বা চ যজ্ঞৈৰ্ম্মখৈঃ"।

১২. চঞ্চলাপি যমাসাদ্য পতিং বিষ্ণুমিৱাপৰম্।
লক্ষ্মীঃ পাণিগৃহীতেৱ সাধ্বী জাতা নিৰাকুলা॥

১৩. তস্যামদিত্যামিৱ চক্ৰপাণিৰ্ন্নাৰায়ণো মানুষতাং প্ৰপদ্য।
তেনৈৱ নাম্না কলিজান্ নিহন্তুং দোষান্ প্ৰজায়া ইৱ পাৰ্থিৱোঽভূৎ"॥

১৪. "কৃষ্ণেনৈৱ চ দেৱকী ভগৱতা দৈত্যাৰিণা শ্ৰীমতা"।
[ *J. A. R. S. Voll. XII, No. I. and 2. P.P. 16—32* ]

হৰ্জৰবৰ্মাদেৱৰ তাম্ৰশাসনখন খণ্ডিত ; তাত বৈষ্ণৱ সম্প্ৰদায়ৰ বিষয়ে আন কোনো সম্বাদ নাথাকিলেও জনাৰ্দন, গোবিন্দ. মধুসূদন, এই নামবিলাকে বিষ্ণুকথাৰ অনুবৃত্তিৰ সূচনা কৰে।

*খৃঃ ৮ম শতকত বিষ্ণুকথা*

বনমালদেৱৰ তাম্ৰশাসনত (আনুমানিক সময় খৃঃ ৯ ম শতক) লক্ষ্মীপতি, গোপীবল্লভ শ্ৰীকৃষ্ণক ৰজা হৰ্জৰবৰ্মাৰ উপমান ৰূপে উপস্থাপিত কৰা হৈছে।[১৫]

*খৃঃ ৯ম শতকত বিষ্ণু কথা*

ৰজা ৰত্নপালৰ (খৃঃ ১০ ম শতক) প্ৰথম তাম্ৰশাসনত বিষ্ণু যে পুৰুষোত্তম আৰু জনাৰ্দন এই কথাৰ উল্লেখ আছে।[১৬] তেওঁৰ দ্বিতীয় তাম্ৰশাসনত যাক ব্ৰহ্মোত্তৰ দিয়া হৈছে তেওঁৰ নাম কামদেৱ, পিতাকৰ নাম বাসুদেৱ আৰু পিতামহৰ নাম বলদেৱ। এই পুৰুষানুক্ৰমিক নাম তিনিটাই এই ব্ৰাহ্মণ পৰিয়ালটোৰ বৈষ্ণৱত্ব সূচনা কৰে।[১৭]

*খৃঃ ১০ম-১১শ শতকত বিষ্ণু কথা*

ইন্দ্ৰপালৰ তাম্ৰশাশনত মহামহিমদেহধাৰী মহাৱৰাহৰো জয় ঘোষণা কৰি অলৌকিক মহিমা কীৰ্তন কৰা হৈছে।[১৮] ৰজা ৰত্নপালক ৰাম-কৃষ্ণৰ লগত তুলনা কৰা হৈছে।[১৯] দ্বিতীয়খন তাম্ৰশাসনত দেৱকীপুত্ৰ যশোদানন্দন গোপসুহৃদ্ হৰিৰ উল্লেখ আছে।[২০]

মহাৰাজ ধৰ্মপালৰ প্ৰথম তাম্ৰশাসনত অৰ্দ্ধনাৰীশ্বৰ মহেশ্বৰক বন্দনা কৰা হৈছে। কিন্তু দ্বিতীয়খন তাম্ৰশাসনত (পুষ্পভদ্ৰা শাসন) বৰাহৰূপী বিষ্ণুৰহে জয়ধ্বনি কৰি শাসন আৰম্ভ কৰা হৈছে।[২১] একমাত্ৰ এই প্ৰমাণৰ-দ্বাৰাই মহাৰাজৰ ধৰ্মমতৰ পৰিৱৰ্তন হোৱা বুলি অনুমান কৰিব নোৱাৰি। সেই কালত যে হৰিহৰৰ অভেদ ভাৱনা এই দেশত বিশেষভাৱে প্ৰতিষ্ঠিত হৈ উঠিছিল তাৰ একাধিক প্ৰমাণান্তৰ পোৱা গৈছে ; গতিকে ইয়াতো মহাৰাজে সেইকাৰণতে হয়তো একমাত্ৰ বৰাহ বিষ্ণুৰ

*খৃঃ ১২শ শতকত বিষ্ণু কথা*

---

১৫. গোপীজনানন্দিত-মানসস্য দ্বেষ্যের ৱক্ষঃ পৰিহৃত্য ৱিষ্ণোঃ।
নিঃশেষৰামাজনদেহসংস্থমাদায় সৌন্দৰ্যমিহাজগাম ॥ ইত্যাদি
[ কাঃ শাঃ—পৃঃ ৬০ ]

১৬. পুৰুষোত্তমোঽপ্যজনাৰ্দ্দনঃ (বিৰোধাভাস অলঙ্কাৰ) [ কাঃশাঃ পৃঃ ৯৮ ]

১৭. কাঃ শাঃ—পৃঃ ১১২ দ্ৰষ্টব্য।

১৮. জয়তি ·াত্তপতিঃ প্ৰজাধিনাথো মহিতৱপুৰ্মহিমা মহাৱৰাহঃ। [কাঃ শাঃ – পৃঃ ১১৭]

১৯. যঃ শ্লাঘ্যৰতিদিশ্যতে সুচৰিতৈঃ ৰামস্য কৃষ্ণস্য ৱা। [কাঃ শাঃ—পৃঃ ১১৯]

২০. হৰিৰিৱ গোপহিতৈষী যশোদয়া স্বীকৃতঃ শ্ৰীমান্। [কাঃ শাঃ—পৃঃ ১৩৮]

২১. কাঃ শাঃ—পৃঃ ১৭১ দ্ৰষ্টব্য।

জয়ধ্বনি কৰিয়ে ক্ষান্ত থাকিব পাৰে। এই তাম্ৰশাসনেৰে যাক ব্ৰহ্মোত্তৰ দিয়া হৈছে সেই মধুসূদন নামৰ ব্ৰাহ্মণজন পৰম বৈষ্ণৱ আছিল বুলি ভাভেই কোৱা আছে।[২২]

খৃঃ ১৩শ শতকত বিষ্ণু কথা

আনুমানিক খৃঃ ১৩ শ শতকৰ ভিতৰত প্ৰণীত "স্মৃতিৰত্নাকৰ" আৰু "মথপ্ৰদীপ" গ্ৰন্থৰ মঙ্গলাচৰণত দুয়োজন গ্ৰন্থকাৰেই হৰিহৰৰ অভিন্ন মূৰ্তিক বন্দনা কৰিছে।[২৩] গ্ৰন্থৰ ভিতৰৰ প্ৰমাণৰপৰা তেওঁলোক দুয়োজন যে বৈষ্ণৱ আছিল সেইটো নিশ্চিতভাৱে বুজা যায়।

খৃঃ ১৪শ শতকত বিষ্ণু কথা

উত্তৰ লক্ষ্মীমপুৰত আৱিষ্কৃত সুবৰ্ণপুৰবংশৰ সধয়াপুৰীশ্বৰ শ্ৰীসত্যনাৰায়ণ ৰজাৰ তাম্ৰশাসনত, কাশ্যপগোত্ৰীয় ব্ৰাহ্মণ নাৰায়ণক ধৰলীৰ তীৰত "লদুমি মাৰি" নামে ব্ৰহ্মোত্তৰ দিয়ে ১৩১৪ শকত (ৱেদে চন্দ্ৰে চ বিতিহোত্ৰে সন্ধপকে)। এই ফলকৰ খণ্ডিত মঙ্গলাচৰণ শ্লোকত গণপতি, বাসুদেৱ, ঈশান আৰু অম্বা (দুৰ্গা) [সম্ভৱতঃ সূৰ্যৰ নামটো ফলিৰপৰা উঠি গৈছে,] এই পঞ্চদেৱতাক নমস্কাৰ কৰা হৈছে।[২৪]

দ্বিতীয় তাম্ৰশাসনৰদ্বাৰা সত্যনাৰায়ণৰ পুত্ৰ লক্ষ্মীনাৰায়ণে ১৩২৩ শকত (শাকে ৰামে ভুজে বহ্নৌ দ্বিজৰাজযুতে তথা) বিহু উপলক্ষে স্বৰ্ণ নদীৰ (সোৱনশিৰীৰ) পশ্চিমে হৰিদেৱৰ পুত্ৰ ৰতিদেৱ ব্ৰাহ্মণক ব্ৰহ্মোত্তৰ দিয়ে। এই ব্ৰাহ্মণ পৰম বৈষ্ণৱ (বাসুদেৱাৰ্চনে ৰতঃ) আছিল।[২৫]

এতিয়ালৈ আবিষ্কৃত তামৰ ফলিৰপৰা উদ্ধৃত প্ৰমাণৰদ্বাৰা এইটো প্ৰমাণিত হ'ল যে বৰ্ণাশ্ৰম ধৰ্ম আৰু বৈদিক সংস্কৃতিৰ মাজেদিয়ে এই দেশত খৃঃ ৪ৰ্থ শতকৰপৰা

---

২২ "যো বাল্যতঃ প্ৰভৃতি মাধৱপাদপদ্মপূজাপ্ৰপঞ্চৰচনাং সুচিৰং চকাৰ।'
[কাঃ শাঃ—পৃঃ ১০৬]

২৩. ত্ৰিকালোদ্ভৱপাপানাং স্মৰণাদযস্য নোদয়ঃ।
নমস্তস্মৈ জগদ্ধাত্ৰে নাম্না হৰিহৰাত্মনে॥ [স্মৃতিৰত্নাকৰ]
নৃত্যাম্ভোধৰশীতভানুৰুচিৰং বৰ্হেন্দুখণ্ডোজ্জ্বলং
ভাস্বৎকৌস্তুভকালকূটললিতং শ্ৰীৱৎসভস্মাঙ্কিতম্।
ৰাজদ্দীন্দ্ৰৰ্যেন্দ্ৰৱাহনগতং পদ্মাম্বিকালিঙ্গিতং
যত্তন্মাধৱশঙ্কৰাত্মকমিদং দেহং শুভায়াস্তু ৱঃ॥ [মথপ্ৰদীপ]

২৪. নমো গণপতয়ে × হে × দিতিসুতনিৱহং
ৱাসুদেৱমীশানং সম্মতানামভিমত × × তুহিনগিৰিসুতামিত্যাদি
[*J. A. R. S.* Vol iii No. 2 P. 40]

২৫. [*J. A. R. S.* Vol. iii No. 2. P. 42]

১৫ শ শতকলৈ অবিচ্ছিন্নভাৱে বিষ্ণু-পূজা, বৈষ্ণৱ সম্প্ৰদায় আৰু শৈৱ আদি সম্প্ৰদায়ো চলি আছিল। ইয়াৰ ভিতৰত বিষ্ণুকথা বা বৈষ্ণৱ সম্প্ৰদায় যে কেতিয়াবা নাছিল বা থাকিলেও যে তাৰ গতি আন সম্প্ৰদায়তকৈ মন্দীভূত হৈছিল, ইয়াৰ কোনো ইংগিত পোৱা নাযায়।

গোলাঘাটৰ দেওপানীৰ ওচৰত এখন শিলৰ বিষ্ণুমূৰ্তি পোৱা গৈছে। তাৰ পিঠিৰ ফালে "ভগৱন্ত নাৰায়ণৰ শিলামূৰ্তি।"[২৬] বুলি লিখা আছে। এই মূৰ্তি খৃঃ নৱম শতকৰ বুলি পুৰাতত্ত্বৰ বিশেষজ্ঞসকলে নিৰ্ণয় কৰিছে।

*পুৰণি বিষ্ণু মূৰ্তি*

ডিব্ৰুগড়ৰ ওচৰৰ পুৰণি মন্দিৰ এটাত আনুমানিক খৃঃ ১১শ বা ১২শ শতকত নিৰ্মিত পিতলৰ বিষ্ণু-মূৰ্তি এখন পোৱা গৈছে।

অশ্বক্ৰান্তৰ অনন্তশয়ন বিষ্ণু-মূৰ্তিটি খৃঃ ১০ম শতকৰ বুলি পণ্ডিতসকলে অনুমান কৰে। ইয়াৰ বাহিৰেও অনেক বিষ্ণু-মূৰ্তি আৰু বিষ্ণুৰ ভিন ভিন অৱতাৰৰ মূৰ্তি পোৱা গৈছে।[২৭] এই দেশৰ কোনো কোনো ঠাইত থকা মন্দিৰৰ ভগ্নাৱশেষ দেখিও দশম বা একাদশ শতকত বিষ্ণু-মন্দিৰ আছিল বুলি পুৰাতত্ত্ববিদ্‌সকলৰ ধাৰণা।[২৮]

বৰদোৱাৰ কীৰ্তন ঘৰৰ ভেটি বান্ধোতে শ্ৰীশঙ্কৰদেৱে চতুৰ্ভুজ বিষ্ণু বা বাসুদেৱৰ মূৰ্তি এখন পোৱাৰ কথা চৰিতপুথিবোৰত আছে।

যিবিলাক গ্ৰন্থ পুৰণি কামৰূপত ৰচিত হৈছিল বুলি আমি ধৰিব পাৰোঁ—তাৰে ভিতৰত 'স্বল্পমৎস্যপুৰাণ' নামৰ গ্ৰন্থ এখনৰ খণ্ডিত পুথি তিনিখন আমি পাইছোঁ। [এই পুথি "কামৰূপ সংস্কৃত সঞ্জীৱনী সভা"ৰ পক্ষৰ-পৰা সংগ্ৰহ কৰি আনি "নলবাৰী সংস্কৃত কলেজ"ত ৰখা হৈছে।] খৃঃ ১১শ শতকৰ বঙ্গীয় স্মৃতি নিবন্ধকাৰ অনিৰুদ্ধ ভট্টই এই

*গ্ৰন্থ-প্ৰমাণ ঃ স্বল্প মৎস্যপুৰাণ.*

---

২৬. "ভগৱতো নাৰায়ণস্য শৈলী প্ৰতিমা ভক্তয়ন্তং (ভক্তানাম্)"

২৭. *Early Vai·navism in Kamrupa* by Dr B K. Barua.
[*J. A. R. S.* Vol. V. No. 4]

২৮. [বৰ্তমান গুৱাহাটী মহানগৰৰ মধ্যস্থল আমবাৰী নামৰ অঞ্চলটোত প্ৰত্ন-তাত্ত্বিক পণ্ডিতসকলে ১৯৭০ খৃষ্টব্দত আৰু পুনঃ ১৯৮৭-৮৮ খৃষ্টাব্দত আৰম্ভ কৰা খনন কাৰ্যই ব্ৰহ্মপুত্ৰ উপত্যকাত বিৰাজ কৰা প্ৰাচীন সভ্যতাৰ সাক্ষ্য বহন কৰিছে। খৃষ্টীয় প্ৰথম কেই শতিকাতে এই সভ্যতাৰ আৰম্ভ হয় বুলি পণ্ডিত-সকলে অনুমান কৰে। উক্ত খনন কাৰ্যৰ ফলত বহুতো বিষ্ণু, দুৰ্গা, সূৰ্য মূৰ্তি আৰু শিৱলিঙ্গ আবিষ্কৃত হৈছে। এই মূৰ্তিবোৰৰ নিৰ্মাণ কাল খৃষ্টীয় অষ্টম শতকৰপৰা দশমশতক বুলি স্থিৰ কৰা হৈছে। ইয়াৰদ্বাৰা এই কথা প্ৰমাণিত হয় যে পুৰণি কামৰূপ ৰাজ্যত বিষ্ণু প্ৰমুখ্যে দেৱদেৱীৰ পূজা প্ৰচলিত আছিল আৰু বিশেষকৈ আমবাৰীত আৱিষ্কৃত বৃহৎ বিষ্ণুমূৰ্তিবোৰে বিষ্ণু উপসনাৰ প্ৰাধান্যৰ সূচনা কৰে।]

গ্ৰন্থৰ উল্লেখ কৰি বাক্য উদ্ধৃত কৰিছে। এওঁৰ উদ্ধৃত শ্লোক কেইটি বৃষোৎসৰ্গ বিষয়ৰ শ্লোক। আমাৰ পুথি কেইখন অতি জীৰ্ণ আৰু খণ্ডিত। এখনতো বৃষোৎ-সৰ্গ-প্ৰকৰণ সম্পূৰ্ণকৈ নাই। সেই কাৰণেই, বোধহয়, আমাৰ সংগৃহীত পুথিত উক্ত শ্লোক কেইটি পোৱা নগ'ল।

ইয়াৰ পৰৱৰ্তী বঙ্গীয় নিবন্ধকাৰ ৰঘুনন্দন ভট্টাচাৰ্যই (খৃঃ ১৬শ শতক) এই গ্ৰন্থৰ উল্লেখ কৰিছে। ইয়াৰ বাহিৰে আৰু পশ্চিমৰ গ্ৰন্থত এই পুথিৰ উল্লেখ কৰবাত আছে বুলি এতিয়ালৈকে কোনোৱে কোৱা নাই। পুৰণি কামৰূপৰ নিবন্ধকাৰসকলে এই গ্ৰন্থক অতি প্ৰামাণিকৰূপে স্বীকাৰ কৰিছে। এই গ্ৰন্থৰ ভিতৰত বিষ্ণু-পূজাৰ পদ্ধতি বিস্তৃতভাৱে দিয়া আছে। তুলসীৰোপণ, তুলসী-প্ৰতিষ্ঠা, জন্মাষ্টমী আদি নানা বৈষ্ণৱ-ব্ৰতৰ পদ্ধতি আৰু বিষ্ণুস্তোত্ৰ আদি ইয়াত সন্নিবেশিত কৰা হৈছে। তদুপৰি ইয়াৰ মঙ্গলাচৰণশ্লোকত মৎস্যাদি দশাৱতাৰৰ কাৰণ পুৰুষোত্তমক বন্দনা কৰা হৈছে।[২৯] ইয়াৰদ্বাৰাই সেই কালত এই দেশত বিষ্ণুধৰ্মৰ প্ৰভাৱৰ কথা বুজা যায়।

ঐতিহাসিকসকলে "কালিকাপুৰাণ"ৰ ৰচনা কাল খৃষ্টীয় ১২ শতক বুলি অনুমান কৰে। ইয়াত হয়গ্ৰীৱ মাধৱৰ কথা, মণিকূটৰ মৎস্যধ্বজ, কুলাচলত মৎস্যৰূপী বিষ্ণুৰ স্থান, ৰত্নকূট পৰ্বতৰ কাষত পাণ্ডুনাথ নামৰ ভৈৰৱৰূপী বিষ্ণুৰ অৱস্থান,

*কালিকা পুৰাণ*

চিত্ৰহৰ পৰ্বতত বৰাহৰূপী বিষ্ণুৰ অৱস্থিতি, সন্ধ্যাচলৰ ললিতা নদীৰ পূব পাৰত ভগৱান্ পৰ্বতত লিঙ্গৰূপী ভগৱান্ বিষ্ণুৰ স্থিতি ইত্যাদি নানা কথা কোৱা আছে; নানা প্ৰকাৰৰ বিষ্ণু-পূজাৰ পদ্ধতিও বিস্তৃতভাৱে দিয়া আছে। এই গ্ৰন্থৰ মঙ্গলাচৰণৰ আৰম্ভতে বিষ্ণু তাৰ পাছত পুনঃ পুৰুষোত্তম বিষ্ণু আৰু ঈশ্বৰ শিৱক প্ৰাৰ্থনা কৰা হৈছে। গ্ৰন্থৰ মাজে মাজেও নানা ঠাইত বিষ্ণু-মাহাত্ম্য কীৰ্তন কৰা হৈছে, ভাগৱত আদি বৈষ্ণৱ-পুৰাণবিলাকৰ দৰেই পুৰুষোত্তম মহাবিষ্ণুৰপৰা জগৎ সৃষ্টি বৰ্ণনা কৰা হৈছে; হৰি-হৰ-ব্ৰহ্মাৰ অভেদ, দুৰ্গাৰ বিষ্ণুমায়াৰূপতা আৰু লক্ষ্মী, সাৱিত্ৰী, দুৰ্গাৰ ঐক্য

---

২৯. যস্মিন্ সৰ্বমিদং × × পোতায়িতং নিত্যশঃ

যস্মিন্ ৱিশ্বমিদং ৱিৱেকৱিৰহাদ্ৰজ্জৌ ভুজঙ্গায়িতম্।

যো জাতো দশধা ৱিশেষৱিভৱৈৰ্মৎস্যাদিভিৰ্লীলয়া

তস্মৈ শ্ৰীপুৰুষোত্তমায় সততং মৎস্যায় নিত্যং নমঃ॥

[স্বল্প মৎস্যপুৰাণ]

প্ৰতিপাদন কৰা হৈছে। কোৱা বাহুল্য যে ভাগৱত আদি অন্যান্য পুৰাণতো এই কথাৰ অবিকল্প সমৰ্থন পোৱা যায়।

উপসংহাৰত সৃষ্টি-স্থিতি-লয়কৰ্তা, প্ৰকৃতি-পুৰুষৰ কাৰণ বিষ্ণুক স্তুতি কৰি তাৰ পাছত বিষ্ণুমায়াৰূপিণী শক্তিৰ স্তুতিৰে গ্ৰন্থ সমাপন কৰা হৈছে। গতিকে উপক্ৰম, উপসংহাৰ আদি আলোচনা কৰিলে দেখা যায় ই এখন বৈষ্ণৱগ্ৰন্থহে। ইয়াক যদি শৈৱ বা শাক্তসকলৰ গ্ৰন্থ বুলিও স্বীকাৰ কৰা হয় তথাপি তাৰদ্বাৰা ইয়াত তেতিয়া বৈষ্ণৱ-ধৰ্মৰ অধিক পয়োভৰ থকাটোহে প্ৰতিপাদিত হয়। যদি তেতিয়া বৈষ্ণৱ সম্প্ৰদায় হীনপ্ৰভ হ'লহেঁতেন তেন্তে তাত বিষ্ণুৰ ইমান প্ৰাধান্য কীৰ্তিত নহ'লহেঁতেন। "কালিকাপুৰাণ"ত প্ৰতিপাদিত হৰি, হৰ আৰু শক্তিৰ অবিচ্ছেদ্য সম্বন্ধ, আৰ্য-সংস্কৃতি আৰু অনাৰ্য-সংস্কৃতি (শৱৰোৎসৱ আদি)ৰ মিলন তথা আৰ্য-অনাৰ্য নানা দেৱদেৱী আৰু ধৰ্মানুষ্ঠানৰ ঐক্য সম্পাদনৰদ্বাৰা সেই কালৰ সমাজৰ সাম্প্ৰদায়িক সদ্ভাৱ, পৰধৰ্ম-সহিষ্ণুতা আৰু নানা জাতিৰ নানা প্ৰকাৰ সংস্কৃতি তথা সভ্যতাৰ অৱদান আৰু সংমিশ্ৰণত ওপজা বৃহত্তৰ কামৰূপীয় জাতীয় সংস্কৃতিৰ সন্ধান পাব পাৰোঁহ'ক।

প্ৰায় ৪০০০ শ্লোক সম্বলিত অথচ খণ্ডিত "আঙ্গিৰস ধৰ্ম্ম-শাস্ত্ৰ" বা "অঙ্গিৰস্-সংহিতা" নামৰ সাঁচিপতীয়া পুথি এখন পোৱা গৈছে। গ্ৰন্থৰ আৰম্ভতে যি যি বিষয় তাত সন্নিবেশিত কৰা হব বুলি কৈছে সেই সমুদায় বিষয় গ্ৰন্থখনত পোৱা নাযায়। গ্ৰন্থসমাপ্তি হোৱা বুলিও বুজা নাযায়। গতিকে সম্পূৰ্ণ পুথি এখন নাপালে গ্ৰন্থখনৰ স্বৰূপ নিৰ্ণয় কৰা টান। ই এখন "মনুসংহিতা"তকৈও ডাঙৰ ধৰ্ম-শাস্ত্ৰ। বেদাচাৰ্যকে আদি কৰি (খৃঃ ১৩ শ শতক) অসমীয়া নিবন্ধকাৰসকলে ইয়াৰপৰাই অধিক বচন উদ্ধৃত কৰা যেন পাওঁ। ইয়াত অসমত প্ৰচলিত ধৰ্মাচৰণ-পদ্ধতিৰ সমৰ্থক শ্লোকবিলাক পোৱা যায়। আন দেশৰ গ্ৰন্থকাৰসকলে ইয়াৰপৰা ইমান শ্লোক উদ্ধৃত কৰা নাই, অসমীয়াসকলে যিমান কৰিছে। পুথিখন খণ্ডিত হোৱাৰ কাৰণে প্ৰাচীনসকলৰ উদ্ধৃত সমস্ত শ্লোক ইয়াত পোৱা নাযায়। আন দেশত "অঙ্গিৰঃ সংহিতা"ৰ যিবোৰ পুথি পোৱা হৈছে তাৰ কোনোখনতে ১৫১ তকৈ অধিক শ্লোক নাই [দ্ৰষ্টব্য— History of Dharmasastra by M M. P.V. Kane, Section 39]। আন এখন "আঙ্গিৰস্ ধৰ্মশাস্ত্ৰ" অডিয়াৰ লাইব্ৰেৰীৰ মুখপত্ৰ "ব্ৰহ্মবিদ্যা"ত সম্প্ৰতি প্ৰকাশ হৈ ওলাইছে। এই গ্ৰন্থৰ "পূৰ্বাঙ্গিৰস্" আৰু "উত্তৰাঙ্গিৰস্" নামৰ দুটা ভাগত মুঠ ১২৭৭ টা শ্লোক আছে। ইও আমাৰ উল্লিখিত "অঙ্গিৰস্ সংহিতা"ৰ লগত একে গ্ৰন্থ নহয়।

*অঙ্গিৰস্ সংহিতা*

সম্ভৱতঃ নানা শাস্ত্ৰৰপৰা বিশেষকৈ "মৎস্যপুৰাণ"ৰপৰা বচন সংগ্ৰহ কৰি পৌৰাণিক মাৰ্গৰ সমৰ্থনৰ কাৰণে "স্বল্প মৎস্যপুৰাণ" আৰু "কালিকাপুৰাণ", প্ৰধানতঃ তান্ত্ৰিক মাৰ্গৰ সমৰ্থনৰ কাৰণে "যোগিনীতন্ত্ৰ" আৰু শ্ৰৌত বা স্মাৰ্ত্ত মাৰ্গৰ সমৰ্থনৰ অৰ্থে এই "আঙ্গিৰস ধৰ্ম-শাস্ত্ৰ" এই দেশতে সঙ্কলন কৰা হৈছিল। ইয়াত যিবিলাক শ্লোক পোৱা যায় সেইবিলাক বা তাৰ সমাৰ্থক শ্লোক আন নানা গ্ৰন্থত আমি দেখিবলৈ পাওঁহক।

"যাজ্ঞবল্ক্যসংহিতা"ৰ টীকা 'মিতাক্ষৰা''ত ( খৃঃ ১০ম শতক ) অঙ্গিৰাৰ শ্লোক উদ্ধৃত কৰা হৈছে। পিছে সেই শ্লোক যে এইখন "অঙ্গিৰস্ সংহিতাৰ"পৰাই তোলা হৈছিল তাৰ প্ৰমাণ নাই। কিন্তু অসমীয়া গ্ৰন্থকাৰসকলৰ উদ্ধৃত অঙ্গিৰাৰ বচনবিলাক ইয়াত পোৱা যায় আৰু যিখিনি পোৱা নাযায় সেইখিনিও পুথিৰ বিনষ্ট অংশত আছিল বুলি ভাবিব পাৰি; গতিকে এইখন গ্ৰন্থৰপৰাই তেওঁবিলাকে বচন উদ্ধৃত কৰিছে বুলি নিশ্চয়কৈ কব পাৰি।

বেদাচাৰ্য আনুমানিক খৃঃ ১৩ শ শতকৰ লোক। এই গ্ৰন্থ অন্ততঃ তেওঁৰ এশ বছৰ পূৰ্বৱৰ্তী বুলি ধৰি, আমি গ্ৰন্থৰ সময় খৃঃ ১২ শ শতকৰ আদি বা ১১ শ শতকৰ পৰাৰ্দ্ধ বুলি বুজি লঁাহ'ক।

ইয়াত নাৰায়ণৰপৰা জগৎ সৃষ্টি বৰ্ণনা কৰা হৈছে।[৩০] বিষ্ণু-পূজাৰ নিত্যতা, কৃষ্ণ যজুৰ্বেদৰ তৈত্তিৰীয়াৰণ্যকোক্ত বিষ্ণু-গায়ত্ৰী আৰু তাৰ জপৰ বিধান, শ্ৰাদ্ধাদি কৰ্মৰ আদ্যন্তত যজ্ঞেশ্বৰ বিষ্ণুৰ পূজা, কালৰ বিষ্ণুৰূপতা, চাতুৰ্মাস্য, জন্মাষ্টমী, একাদশী, হৰিশয়নাদি নানা বৈষ্ণৱ ব্ৰত আৰু তদঙ্গ বিষ্ণু-পূজা বিষ্ণু-স্তোত্ৰ আদি বিস্তৃতভাৱে দিয়া হৈছে। প্ৰবলভাৱে বৈষ্ণৱ সম্প্ৰদায় তেতিয়া নাথাকিলে, এই গ্ৰন্থত বিষ্ণুৰ এনে প্ৰাধান্যৰ বৰ্ণনা নাথাকিলহেঁতেন।

"যোগিনীতন্ত্ৰ"ৰ কোনো কোনো শ্লোক খৃঃ ১৬ শ শতকত প্ৰক্ষিপ্ত হলেও সমগ্ৰ তন্ত্ৰখন যে খৃঃ ১৪ শ শতকৰ পূৰ্বেই ৰচিত হৈছিল এই কথা অস্বীকাৰ কৰিব নোৱাৰি। কাৰণ খৃঃ ষোড়শ শতকৰ বঙ্গীয় নিবন্ধকাৰ ৰঘুনন্দন ভট্টাচাৰ্য আৰু পুৰণি কামৰূপৰ স্মৃতিনিবন্ধকাৰ পীতাম্বৰ সিদ্ধান্তবাগীশ আদিয়ে এই গ্ৰন্থৰ উল্লেখ কৰি প্ৰমাণ উদ্ধৃত কৰিছে। আমি যদি গ্ৰন্থখনক

*যোগিনীতন্ত্ৰ*

---

৩০ জাতায়াস্তু সিসৃক্ষায়াং প্ৰাদুৰাসীত্ততঃ পুমান্।
নাৰায়ণঃ সহস্ৰাংশুঃ সিসৃক্ষুঃ স্বয়মুদ্‌ৱভৌ ॥
[ অঙ্গিৰস্ সংহিতা ১ম অধ্যায় ]

আন প্ৰামাণিক গ্ৰন্থৰ লগত সমকক্ষ প্ৰামাণ্য লাভৰ কাৰণে এশ বছৰো ধৰিলেও ইয়াৰ ৰচনাকাল খৃঃ ১৫ শ শতকৰ আদিভাগত পৰে।

সৰ্বানন্দনাথৰ প্ৰণীত "সৰ্বোল্লাসতন্ত্ৰ" কুমিল্লাৰ ৰামমালা গ্ৰন্থাগাৰৰপৰা প্ৰকাশ হৈ ওলাইছে। ইয়াৰ ইংৰাজী ভূমিকাত সুপণ্ডিত অধ্যাপক শ্ৰীদিনেশ চন্দ্ৰ ভট্টাচাৰ্য এম. এ. মহাশয়ে এই গ্ৰন্থৰ সময় খৃঃ ১৫শ শতকৰ মাজভাগ বুলি সযুক্তিক নিৰূপণ কৰিছে। এই গ্ৰন্থত "যোগিনীতন্ত্ৰ"ৰ নামোল্লেখ-পূৰ্বক বচন উদ্ধৃত কৰা হৈছে। আৰু এটা কথা এই যে "সৰ্বোল্লাসতন্ত্ৰ"ৰ আৰম্ভণিতে চৌষষ্ঠিখন তন্ত্ৰৰ নামৰ তালিকা এটা দিবলৈ গৈ "তোড়লতন্ত্ৰ"ৰপৰা যি বচন উদ্ধৃত কৰা হৈছে সেই "তোড়লতন্ত্ৰ"ৰ বাক্যত "যোগিনীতন্ত্ৰ"ৰ নামো উল্লিখিত আছে। আমি যদি "তোড়লতন্ত্ৰ"ৰ প্ৰামাণিক গ্ৰন্থান্তৰৰ লগত সম প্ৰামাণ্য প্ৰতিষ্ঠাৰ অৰ্থে এশ বছৰ আৰু "যোগিনীতন্ত্ৰ"ৰ প্ৰামাণিক গ্ৰন্থান্তৰৰ লগত সমান ভাৱে গণ্য হবৰ যোগ্যতা লাভৰ কাৰণে এশ বছৰ ধৰোঁ, তেতিয়া এই 'যোগিনীতন্ত্ৰ" "সৰ্বোল্লাসতন্ত্ৰ"তকৈ অন্ততঃ দুশ বছৰ পুৰণি হব লগা হয় আৰু সেয়ে হলে ইয়াক খৃঃ চতুৰ্দ্দশ শতকৰ পূৰ্ববৰ্তী বুলি অৱশ্যে ধৰিব লাগিব।

"যোগিনীতন্ত্ৰ"ত কামৰূপৰ বৈষ্ণৱতীৰ্থৰ প্ৰসঙ্গত কোৱা বিষ্ণু-পূজা, বিষ্ণু-মাহাত্ম্য, গীতা-পাঠৰ বিধান আদিৰপৰা সেই কালত বৈষ্ণৱ সম্প্ৰদায় আৰু বিষ্ণুৰ প্ৰতিপত্তি যে শৈৱাদি সম্প্ৰদায়ান্তৰ বা শিৱ, দুৰ্গা আদি দেৱতান্তৰকৈ অলপো কম নাছিল, সেইটো সহজে বুজা যায়।

ৱেদনিধি হলায়ুধৰ অধস্তন পঞ্চম পুৰুষ কবিভাৰতীৰ প্ৰণীত যাগ-যজ্ঞ-বিষয়ক গ্ৰন্থ "মখপ্ৰদীপ"ত প্ৰসঙ্গ থকা সত্ত্বেও "যোগিনীতন্ত্ৰ"ৰপৰা কোনো বচন উদ্ধৃত কৰা নাই ; "কালিকাপুৰাণ"ৰপৰা হলে কৰিছে, গতিকে এওঁ যে যোগিনীতন্ত্ৰৰ প্ৰামাণ্য প্ৰতিষ্ঠাৰ পূৰ্বে আৰু কালিকাপুৰাণৰ প্ৰামাণ্য প্ৰতিষ্ঠাৰ পাছত এই গ্ৰন্থ প্ৰণয়ন কৰিছিল সেইটো বুজা যায়। এই গ্ৰন্থকাৰ যে মৌদ্‌গল্য গোত্ৰৰ বেদজ্ঞ হলায়ুধ মিশ্ৰৰ অধস্তন পঞ্চম পুৰুষৰ লোক আছিল আৰু এই হলায়ুধ যে কান্যকুব্জত অঙ্গৰাজৰ শাসন প্ৰৱৰ্তন হোৱাত তাৰপৰা আহি কামৰূপত বাস কৰিছিল, এই কথা গ্ৰন্থকাৰে নিজে কৈছে।[৩২]

*মখপ্ৰদীপ*

গ্ৰন্থকাৰৰ পূৰ্ববৰ্তী হলায়ুধ নামৰ বিখ্যাত বেদজ্ঞ পণ্ডিত তিনিজনৰ খবৰ

---

৩২ মৌদ্‌গল্যসন্তানপয়োধিসম্ভৱো মিশ্ৰোঽভৱদ্‌বেদনিধিৰ্হলায়ুধঃ।
যঃ কান্যকুব্জে স্ফুৰদঙ্গশাসনে শ্ৰীকামৰূপং স গতো ৱ্যভূষয়ৎ ॥
তস্যাত্মজঃ শাস্ত্ৰ-নদীষু পাৰগঃ তাৰাপতিৰ্মিশ্ৰ উদাৰমানসঃ।

আমি পাওঁ ; এজন হলায়ুধ আছিল প্ৰাড্‌বিপাক ( ন্যায়াধীশ ) যাৰ কথা "মৎস্যসূক্ত" আদি গ্ৰন্থত উল্লেখ কৰা হৈছে। মহাপণ্ডিত মহামহোপাধ্যায় কাণেৰ মতে এওঁৰ সম্ভাৱিত সময় খৃঃ ১১শ শতক। দ্বিতীয় আৰু এজন হলায়ুধ হ'ল বাৎস্য গোত্ৰৰ, "ব্ৰাহ্মণসৰ্বস্ব" আদিৰ গ্ৰন্থকাৰ ; গৌৰৰাজ লক্ষ্মণসেনৰ ধৰ্মাধ্যক্ষ (ন্যায়াধীশ)। গতিকে এওঁ লক্ষ্মণসেনৰ সমসাময়িক অৰ্থাৎ খৃঃ ১১শ শতকৰ শেষ বা ১২শ শতকৰ আদি ভাগত আছিল।

তৃতীয় আন এজন হলায়ুধ হৈছে "পিঙ্গলছন্দঃসূত্ৰ"ৰ মৃতসঞ্জীৱনী-টীকাকাৰ, "কৱিৰহস্য" আদি গ্ৰন্থৰ প্ৰণেতা। কাণে মহাশয়ে সযুক্তিক কৈছে যে এই হলায়ুধ দাক্ষিণাত্যৰ ৰাষ্ট্ৰকূট ৰজা কৃষ্ণৰাজৰ ৰাজ্যত হয়তো আগেয়ে আছিল পাছত অৱন্তীলৈ আহি ৰজা মুঞ্জৰ অধীনত বাস কৰে। গতিকে এওঁ খৃঃ ১০ম শতকৰ পাছৰ হব নোৱাৰে। [ History of Dharmasastra P. 298 ]

আমি ভাবিছোঁ যে আমাৰ গ্ৰন্থকাৰৰ পূৰ্বপুৰুষ হলায়ুধ "ব্ৰাহ্মণসৰ্বস্ব"কাৰ হলায়ুধৰ লগত এক হব নোৱাৰে ; কাৰণ এজনৰ গোত্ৰ মৌদ্‌গল্য, আনজনৰ হ'ল বাৎস্য। তৃতীয়জনৰ লগতো এক বুলি কব নোৱাৰি ; কাৰণ তেতিয়া হ'লে ৫ পুৰুষত প্ৰায় ১০০ বছৰতকৈও বেছি সময় ধৰি লব লগা হয় আৰু তেওঁ যে কান্যকুব্জৰ ব্ৰাহ্মণ আছিল এই কথা কব নোৱাৰি।

প্ৰথম উল্লিখিত ন্যায়াধীশ হলায়ুধ মিথিলা বা বঙ্গৰ আছিল আৰু এওঁৰ সময় খৃঃ ১১শ শতক বুলি কাণে মহাশয়ে কৈছে। গতিকে আমি যদি তেওঁকে এই হলায়ুধ বুলি ধৰোঁ তেন্তে কোনো বিৰোধ নঘটে। কান্যকুব্জত অজৰাজৰ শাসন কোন সময়ত প্ৰৱৰ্তিত হৈছিল সেইটো জানিব পাৰিলে এই কাল-নিৰ্ণয়ত সুবিধা হ'লহেঁতেন। পিছে এই বিষয়ে অধিক অনুসন্ধানলৈ নগৈ দেশৰ ঐতিহাসিক-সকলৰ দৃষ্টি আকৰ্ষণ কৰা হ'ল। এই হলায়ুধ ১১শ শতকৰ শেষ ভাগৰ হলে প্ৰতিপুৰুষত যদি আমি ৩০ বছৰকৈ ধৰোঁ তেন্তে গ্ৰন্থকাৰ কবিভাৰতীৰ সময় ১৩শ শতকৰ মধ্যভাগ বুলি ধৰাটো অসঙ্গত নহব।

---

যঃ সাধুভাবাগণমৎ...স্যাপি সুনুহৰিমিশ্ৰ ঈপ্সিতঃ ॥
তস্যাপি পুত্ৰো গুণবত্নসজ্জনিঃ ৰত্নাকৰাচাৰ্য উদীৰ্ণকীৰ্তিভূঃ।
যৎসম্ভবদ্বংশমণিপ্ৰকাশনৈস্তৎকামৰূপং শুশুভে শুভৈহিতম্ ॥
তজ্জন্মাখিলশিষ্টকৈৰৱস্ৰিধুৰ্বিদ্যাবিনোদোল্লসদ্।
ভট্টাচাৰ্যসমাহ্বয়ঃ শ্ৰিভৱপুত্ৰাস্মাণ্যমেৱাস সঃ ॥
তজ্জঃ শ্ৰীকবিভাৰতীকসুকৃতিঃ কৃষ্ণাঙ্ঘ্ৰিপদ্মাশ্ৰিতঃ।
সংসজ্জেন মখপ্ৰদীপকমিদং সম্যক্ ততানাত্ত সঃ ॥

এই গ্ৰন্থৰ মঙ্গলাচৰণত গ্ৰন্থকাৰে ভগৱান্ কৃষ্ণৰ কিশোৰ মূৰ্তিৰ লগতে মহেশ্বৰ শিৱৰ মূৰ্তিক মিহলাই হৰি হৰাত্মক দেহৰ উপাসনা কৰিছে আৰু গ্ৰন্থত সাম্যাপিসেঁশি বিষ্ণুক প্ৰাধান্য দিয়া হৈছে। গ্ৰন্থৰ শেষত গ্ৰন্থকাৰে নিজক বৈষ্ণৱ বুলি (কৃষ্ণাঙ্ঘ্ৰিপদ্মাশ্ৰিতঃ) স্পষ্টভাৱে কৈছে। প্ৰবল বৈষ্ণৱ সম্প্ৰদায় এটা থাকিলেহে এনে কথাটো সম্ভৱ।

স্মৃতি-ৰত্নাকৰ

বেদাচাৰ্য প্ৰণীত কামৰূপীয় স্মৃতিনিবন্ধ "স্মৃতিৰত্নাকৰ" গ্ৰন্থখনো খৃঃ ১৩শ শতকৰ বুলি অনুমান কৰা হৈছে। তাৰ কাৰণ পঞ্চদশ শতকৰ দামোদৰ মিশ্ৰকে আদি কৰি অসমীয়া নিবন্ধকাৰসকলে আৰু বঙ্গীয় নিবন্ধকাৰ ৰঘুনন্দন ভট্টাচাৰ্যই (খৃঃ ১৬শ শতক) এই গ্ৰন্থৰ নামোল্লেখ কৰিছে।

"স্মৃতিৰত্নাকৰ"ৰ শেষত গ্ৰন্থকাৰে নিজৰ বংশ পৰিচয় দিবলৈ গৈ কৈছে যে "আগৰ দিনত কামৰূপত বৃহস্পতিতুল্য এজন ব্ৰাহ্মণ আছিল। তেওঁ ৰজা পুৰন্দৰ-পালক দেখা কৰি ভূমি প্ৰাৰ্থনা কৰিলে। ৰজাই হাঁহি কলে, 'মোৰ জীৱনটো মৰ বিৰূপ (অসুখীয়া) হৈছে, তুমি নিজৰ শক্তিৰে ইয়াক সঞ্জীৱিত কৰা।' ৰজা পুৰন্দৰপালৰ পৰিহাস বাক্য শুনি তেওঁ তেওঁক মন্ত্ৰ-বলেৰে সঞ্জীৱিত কৰিলে। তেনে আচৰিত কৰ্ম দেখি ৰজাই তুষ্ট হৈ ব্ৰাহ্মণক ইচ্ছামতে ভূমি, ৰত্ন আৰু বস্ত্ৰ দান কৰিলে। দিগ্‌বাসা নামৰ পৰ্বতীয়া নদী (?) তেওঁৰ শাপত জললৈ গৈছিল। আজিও সো গামাৰী গছজোপাই তেওঁৰ সেই তপোবলৰ কথা সোঁৱৰাই দিয়ে। যেনেকৈ পুখুৰীৰ পাৰত সিদ্ধধ্বজৰ দৰে দি (গছজোপা) আজিও আছে। তওঁ জন্মা মাত্ৰে বিমাতাৰ কথামতে ধাত্ৰীয়ে বনত পেলাই দিছিল। পিছে বিধিৰ বিধানত নমৰাকৈ জীয়াই থাকিল। এবছৰৰ পিছত পিতাক তীৰ্থৰপৰা ঘূৰি আহি জ্ঞানদৃষ্টিৰে পুত্ৰক চিনি পালে। এবছৰ বনত বন্য-জন্তুৰ লগত খেলি আছিল কাৰণে তেওঁৰ নাম থলে সম্বৎসৰ। 'সেই সমুদ্ৰতুল্য শুদ্ধ বংশত চন্দ্ৰৰ দৰে, বেদ-শাস্ত্ৰত নিপুণ, নানা গুণশালী, শ্ৰীসম্পন্ন, শুদ্ধ চৰিত্ৰ, কৃপালু, নানা প্ৰকাৰ মহৎ কৰ্মৰ অনুষ্ঠাতা বিষ্ণুপাধ্যায় দেৱ উপজিল, যাৰ মুখপদ্মৰপৰা জ্ঞান লাভ কৰি ব্ৰাহ্মণসকল বেদৰ তত্ত্বজ্ঞ হৈছিল। তেওঁৰ পুত্ৰ সৰ্বজনপ্ৰিয়, বেদাধ্যয়নশীল, যাগ-ৰত আৰু বেদাদি শাস্ত্ৰৰ অখণ্ড আধাৰ স্বৰূপ হ'ল। সেই বেদাচাৰ্যই শিষ্যসকলৰ কৌতূহল বশতঃ বহু শাস্ত্ৰৰ সংক্ষেপ কৰি এই গ্ৰন্থ ৰচনা কৰে।[৩৩]

ইয়াৰ পাছত এই গ্ৰন্থত যে বেদ-স্মৃতি বিৰুদ্ধ কথা নাই এই কথা কৈ গ্ৰন্থ সমাপ্তি কৰা হৈছে।[৩৪]

---

৩৩. আমাৰ দেশত প্ৰসিদ্ধ "শিয়ালা-বৈষ্ণৱৰ চৰিত"ৰ কিছু অংশত এই কথাৰ মিল হোৱা দেখা গৈছে।

৩৪. আসীৎ পূৰ্বং সুৱৰ্ণকসমঃ কামৰূপেঽগ্ৰজন্মা
দৃষ্ট্বা ভূপং প্ৰমুদিতমনাঃ প্ৰাৰ্থয়ামাস পৃথ্বীম্।
হাস্যং কৃত্বা তমনু নৃপতিৰ্বাক্যমুচ্চৈৰ্বভাষে
আত্মানং মে বিৰক্ষমভিতো জীৱয়াম্যগ্ৰজন্মা॥
তং পুৰন্দৰপালস্য পৰিহাসং দ্বিজোত্তমঃ।
শ্ৰুত্বা সঞ্জীৱয়ামাস তঞ্চ মন্ত্ৰবলাত্ততঃ॥
পৰিতুষ্টস্ততো ৰাজা তস্যেপ্সিতৰসুন্ধৰাম্।
দদৌ ৰত্নানি ৱাসাংসি দৃষ্ট্বা কৰ্মাতিমানুষম্॥
দিগ্ৱাসাধ্যাম্নিদুহিতা যস্য শাপাদধোগতা।
গাম্ভাৰীতৰুবদ্যাপি সূচয়ত্যস্য তদ্বলম্॥
ধেয়ৰা পদ্মিনীতটে আস্তে সিদ্ধো যথা ধ্ৰুৱঃ।
মাতুঃ সপত্ন্যা ৱাক্যেন ধাত্ৰ্যক্ষিপদ্ ৱনে পুৰা॥
জাত এৱ ৱনে সোঽপি জীৱিতো ব্ৰহ্মশাসনাৎ।
ততঃ সম্বৎসৰে পূৰ্ণে তীৰ্থাদাগত্য তৎপিতা॥
জ্ঞানদৃষ্ট্যা সুতং লব্ধ্বা নাম তস্যাকৰোন্মুদা।
যতঃ সম্বৎসৰং পূৰ্ণং ৰক্ষিতো ৱনজৈঃ সহ।
সম্বৎসৰেতি নাম্না ত্বং লোকে খ্যাতিং গমিষ্যসি॥
ৱংশে তস্যৈৱ শুদ্ধে জলনিধিসদৃশেঽভিগ্ন্যৰশ্মিৰ্যথাভূৎ
ৱেদে শাস্ত্ৰে চ নিষ্ঠঃ ৱিৱিধগুণযুতঃ শ্ৰীযুতঃ শুদ্ধভাৱঃ।
যস্যাস্যাজ্ঞাদ্ ৱিদিত্বা শ্ৰুতিৰসকুশলা ভূমিদেৱা বভূৱুঃ
ৱিষ্ণুপাধ্যায়দেৱো ৱিৱিধৱিধগুৰুকৰ্মবাদী কৃপালুঃ॥
তস্যাত্মজঃ সৰ্বজনানুৰক্তঃ স্বাধ্যায়যুক্তেঽস্বজনে চ সক্তঃ।
অখণ্ডৰূপাণি ৱসন্তি যস্মিন্ ৱেদাদিশাস্ত্ৰাণি ৱৰাণি কিঞ্চিৎ (?)॥
ৱেদাচাৰ্যেণ তেনৈৱ শিষ্যাদীনাং কুতূহলাৎ।
সংক্ষিপ্য ৱিস্তৰং শাস্ত্ৰং গ্ৰন্থঃ সংগ্ৰথিতোঽধুনা॥
বিৰুধ্যন্তে যেন ন ৱেদভাষিতম্
স্মৃতিপ্ৰণীতঞ্চ ন চান্যথা ভৱেৎ।
তথৈৱ সংগৃহ্য চ শিষ্যসম্মতং
নিৰূপিতো ধৰ্মময়ঃ সুগ্ৰন্থকঃ॥

পুৰন্দৰপাল ৰজাৰ সময় খৃঃ ১১ শ শতক বুলি পণ্ডিতসকলে অনুমান কৰিছে। ইয়াত তেওঁৰ সময়ৰপৰা গ্ৰন্থকাৰৰ সময়লৈ পামাৰী পঙ্জোপা জীয়াই আছে বুলি কোৱা হৈছে। আমি পামাৰী গছজোপাৰ বয়স হ্ৰস্বকৈ বেছি নধৰি পূৰ্বোক্ত প্ৰমাণৰ সহায়ত গ্ৰন্থকাৰৰ সময় খৃঃ ১৩ শ শতক বুলি বুজিলো"। এই গ্ৰন্থৰ এখন পুথি লণ্ডনৰ "ইণ্ডিয়া অফিচ" গ্ৰন্থাগাৰতো হেনো আছে। কাণে মহাশয়ে তাৰেই উল্লেখ কৰি কৈছে যে এই গ্ৰন্থ কামৰূপৰ ৰজাৰ পৃষ্ঠপোষকতাত ৰচিত হৈছিল। সম্ভৱতঃ সেই পুথিত পৃষ্ঠপোষক ৰজাজনৰ নাম উল্লেখ কৰা আছে। আমি যিখন পুথি পাইছোঁ সি অতিশয় অশুদ্ধ আৰু আউল লগা। গতিকে ইয়াতকৈ অধিক সম্বাদ ইয়াত পোৱা নগ'ল।

এই গ্ৰন্থৰ গ্ৰন্থকাৰে মঙ্গলাচৰণত,—যাৰ নাম স্মৰণ কৰিলে ভূত—ভৱিষ্যৎ বৰ্তমান পাপ নষ্ট হয়, সেই জগতৰ আধাৰ হৰি-হৰাত্মক তত্ত্বক প্ৰণাম কৰিছে।৩৫ ইয়াত বিষ্ণুপূজাৰ কথা বিশেষকৈ কোৱা আছে, কোন দেৱতাক কি ফুল দিব লাগে এই বিষয়ে কবলৈ গৈ বিষ্ণুৰ প্ৰিয় ফুলৰ কথাকে অধিককৈ কৈছে। বিষ্ণুৰ জাগৰণ অনুষ্ঠানৰ বিধান ইয়াত বৰ্ণনা কৰা হৈছে। এই প্ৰসঙ্গতে, নানা বাদ্য সহকাৰে বিষ্ণুৰ গুণ-নাম গাই সাধুসকলৰে সৈতে লগ লাগি নৃত্য কৰাটো অৱশ্য কৰ্তব্য বুলি বিধান দিয়া হৈছে।৩৬ তুলসী-ৰোপণ আৰু তুলসী-প্ৰতিষ্ঠাৰ

---

৩৫. ত্ৰিকালোদ্ভৱপাপানাং স্মৰণাদ্ যস্য নোদয়ঃ।
নমস্তস্মৈ জগদ্ধাত্ৰে নমো হৰিহৰাত্মনে॥

৩৬. শ্ৰুত্বা জাগৰণং বিষ্ণোঃ যে ন গচ্ছন্তি তত্ৰ বৈ।
যমেন সূচিতং তেষাং নৰকং যাতনাময়ম্॥
যো ন নৃত্যতি মূঢ়াত্মা পুৰতো জাগৰে হৰেঃ।
পঙ্গুত্বং তস্য জানীহি সপ্ত জন্মানি পাৰ্বতি॥
যঃ পুনঃ কুৰুতে গীতং নৃত্যং জাগৰণে হৰেঃ।
ব্ৰাহ্মং পদং তদীয়ঞ্চ মদীয়ন্ত্‌স্য বৈষ্ণৱম্।
পৰাপৰাদসংযুক্তং মনস্তুষ্টিবিৱৰ্জিতম্।
শক্ত্যোপচাৰৰহিতমুদাসীনং সলি × কম্
কলিযুক্তং বিশেষেণ জাগৰং ন চ মাধৱম্॥

কথাও ইয়াত কোৱা আছে আৰু ইয়াত ভাগৱতৰ নাম উল্লেখপূৰ্বক শ্লোক উদ্ধৃত কৰা হৈছে।

আন এজন কামৰূপীয় স্মৃতিনিবন্ধকাৰ নীলাম্বৰাচাৰ্য। তেওঁৰ প্ৰণীত গ্ৰন্থ "কালকৌমুদী" আৰু "কাত্যায়নীয়শ্ৰাদ্ধসূত্ৰ"ৰ "প্ৰকাশ" নামৰ ভাষ্য।[৩৭] এওঁৰ

*নীলাম্বৰাচাৰ্য*

পিতাকৰ নাম সঙ্কৰ্ষণ আছিল। এই গ্ৰন্থকাৰ ১১৯৯ শকত বৰ্তমান আছিল বুলি গ্ৰন্থকাৰৰ কথাৰপৰাই বুজা যায়। জ্যোতিষমতে চ'ললে এই ছমাহত মলমাস লক্ষণগ্ৰস্ত মাহ দুটা সাধাৰণতঃ হব নোৱাৰে। এই বিষয়ে জীমূতবাহনে "কালবিবেক" গ্ৰন্থত কৈছে যে ৯৫৫ শকত এই নিয়মৰ ব্যভিচাৰ ঘটিছিল (অৰ্থাৎ এই ছমাহৰ ভিতৰতে মলমাস লক্ষণগ্ৰস্ত তেনে মাহ দুটা হৈছিল) বুলি অন্ধুক ভট্টই লিখিছে। জীমূতবাহনৰ এই কথা উদ্ধৃত কৰি আমাৰ এই গ্ৰন্থকাৰে কৈছে যে "আমি ১১৯৯ শকত এনে ব্যভিচাৰ হোৱা দেখিছোঁ।"[৩৮] ইয়াৰদ্বাৰা তেওঁ যে সেই সময়ৰ অৰ্থাৎ খৃঃ ১৩ শ শতকৰ পৰাৰ্দ্ধৰ লোক আছিল সেইটো নিঃসন্দেহে বুজা যায়। এই গ্ৰন্থকাৰে বিষ্ণুপুৰাণৰ

---

সশাস্ত্ৰং জাগৰং যস্য নৃত্যগান্ধৰ্ব্বসংযুতম্।
সৱাদ্যং তালসংযুক্তং সদীপং সাধুভিৰ্যুতম্॥
শালগ্ৰামশিলাগ্ৰেতু যঃ কৰোতি প্ৰজাগৰম্।
যামে যামে ফলং প্ৰোক্তং কোটিযজ্ঞসমুদ্ভৱম্॥

[ *স্মৃতিৰত্নাকৰ*—পৃঃ ১০২ ]

এই জাগৰেই আমাৰ ব্যাস-সঙ্গীত, ভাওনা আৰু পালনামৰ পূৰ্ব অৱস্থা বুলি অনুমান কৰিব পাৰি। ইয়াত, গান্ধৰ্ব অৰ্থাৎ নৃত্য-শাস্ত্ৰানুসাৰে অনুষ্ঠিত নৃত্য, গীত, বাদ্যৰ বিধানৰদ্বাৰাই, সেই কালত শাস্ত্ৰানুমোদিত নৃত্য, গীত, বাদ্যৰ প্ৰচলন আছিল বুলি বুজা যায়।

৩৭. কাণে মহাশয়ে বম্বে ব্ৰাঞ্চ ৰয়েল এচিয়াটিক চোচাইটিৰ ক্যাটালগৰপৰা (B. B. R. A S Cat. No 511. P. 170) প্ৰকাশ নামৰ কাত্যায়ন সূত্ৰ ভাষ্যৰ গ্ৰন্থকাৰৰ নাম হলায়ুধ বুলি উল্লেখ কৰিছে। [ *History of Dharmasastra* p. 301 ] আমাৰ দেশত এই গ্ৰন্থ বহুলভাৱে প্ৰচলিত; পুথিও অনেক পোৱা হৈছে। এইবিলাকৰ সকলোতে গ্ৰন্থকাৰৰ নাম নীলাম্বৰাচাৰ্য দিয়া আছে। পণ্ডিতে কাণে মহাশয়ৰ উল্লিখিত পুথিত হলায়ুধ নামটো প্ৰামাদিক বুলিয়ে কব লাগিব।

৩৮. "অস্মাভিস্ত্বেতত্তুল্য এৱ ব্যভিচাৰোঽৱৈকন্যূন দ্বাদশ শতশকাব্দে দৃষ্টঃ।"

[ *শ্ৰাদ্ধভাষ্য*—পৃঃ ৩১ ]

টীকাও এটা কৰিছিল বুলি নিজেই কৈছে।[39] তেওঁৰ বিষ্ণুপুৰাণৰ টীকাগ্ৰন্থখন পোৱা হলে আমাৰ দেশৰ বৈষ্ণৱ-ধৰ্ম আৰু সম্প্ৰদায়ৰ বিষয়ে আৰু অনেক কথাই জানিব পৰা গ'লহেঁতেন। পিছে দুখৰ বিষয় এই যে অনুসন্ধান কৰিও এতিয়া পৰ্যন্ত পুথিখন থকাৰ কোনো সম্বাদ পোৱা নাই। 'বিষ্ণুপুৰাণৰ নিচিনা বিখ্যাত বৈষ্ণৱ-শাস্ত্ৰ এখনৰ টীকা কৰাৰ কাৰণেই গ্ৰন্থকাৰ যে বৈষ্ণৱ আছিল সেইটো বুজিব পাৰি। ইয়াৰদ্বাৰা এইটোও নিঃসন্দেহে বুজা যায় যে সেই কালতো এই দেশত এই গ্ৰন্থৰ বহুল প্ৰচাৰ আৰু জনসমাজত সমাদৰ আছিল, নহলেনো এই বিদগ্ধ পণ্ডিতজনে এই গ্ৰন্থৰ টীকা কৰিবলৈ যাব কিয়? কাত্যায়ন সূত্ৰ ভাষ্যৰ মঙ্গলাচৰণত গ্ৰন্থকাৰে—বৈদিক ধৰ্ম প্ৰকাশৰ কাৰণে যাৰ নিশ্বাসৰূপে ষড়ঙ্গৰ সহিত বেদৰাশিৰ প্ৰকাশ হৈছিল সেই ব্ৰহ্মাৰ উপাসনা কৰি বিঘ্ননাশৰ কাৰণে গণেশক প্ৰাৰ্থনা কৰিছে।[40]

"কালকৌমুদী" গ্ৰন্থতো বিষ্ণু-পূজা, বৈষ্ণৱ-ব্ৰত আদি বৈষ্ণৱাচাৰৰ কথা প্ৰচুৰভাৱে কোৱা হৈছে।

**শ্ৰীধৰ ভট্ট**

আৰু এজন কামৰূপীয় স্মৃতি-নিবন্ধকাৰ শ্ৰীধৰভট্ট: এওঁ খৃঃ ১৪ শ শতকৰ লোক আছিল বুলি অনুমান কৰিব পাৰি। খৃঃ ১৫ শ শতকৰ মধ্যভাগৰ নিবন্ধকাৰ ৰাজগুৰু দামোদৰ মিশ্ৰই এওঁৰ গ্ৰন্থ "বৰ্ষপ্ৰদীপ"ৰ উল্লেখ কৰি বচন উদ্ধৃত কৰিছে। এই গ্ৰন্থকাৰে মঙ্গলাচৰণত পৰমাত্মাক প্ৰণাম কৰি "বৰ্ষপ্ৰদীপ" গ্ৰন্থ আৰম্ভ কৰিছে।[41] গ্ৰন্থত বৈষ্ণৱ-ব্ৰত, বৈষ্ণৱৰ লক্ষণ,[42] বিষ্ণু-পূজা, হৰিনামৰ সৰ্বপাপক্ষয়কাৰকতা, চতুৰ্বৰ্গসাধনতা বিশেষকৈ মোক্ষহেতুতা আদি

---

৩৯. "অস্যাৰ্থোঽস্মৎকৃতায়াং বিষ্ণুপুৰাণটীকায়ামনুসন্ধেয়ঃ।"

[ তথা—পৃঃ ৬৯ ]

৪০. ব্ৰহ্মধৰ্মপ্ৰকাশাৰ্থা যস্যাসী বেদৰাশয়ঃ।
ষড়্‌ভিৰঙ্গৈৰ্যুতাঃ শ্বাসা ব্ৰহ্ম তচ্ছ্ৰেয়সেঽস্তু নঃ॥
গজাননস্যাদিবিসৰ্গকালে স্তোত্ৰং বিধাত্ৰা বিহিতং নিশম্য।
হৰ্ষাৎ প্ৰবৃত্তানি শুভায়হানি নিয়ন্তু বিঘ্নং গুৰুবৃংহিতানি॥

৪১. প্ৰণম্য পৰমাত্মানমালোক্য গ্ৰন্থসংহতিম্।
বৰ্ষপ্ৰদীপঃ ক্ৰিয়তে ভট্ট শ্ৰীশ্ৰীধৰেণ বৈ॥

৪২. তীৰ্থসেবী স্তুতিপৰো হৰেৰ্দেৱান্যনিন্দকঃ।
বিষ্ণুভক্তিযুতো মৰ্ত্ত্যো শ্ৰীমান্ বৈষ্ণৱ উচ্যতে॥ ইত্যাদি।

[ বঃ প্ৰঃ ৪৫ ]

হৰিনাম মাহাত্ম্য[৪৩], গীতা-ভাগৱত পাঠৰ মাহাত্ম্য,[৪৪] নৱবিধ বিষ্ণুভক্তি,[৪৫] হৰিভক্ত চাণ্ডালাদিৰো পূজ্যত্ব, হৰিসেৱা উৎসৱত অস্পৃশ্যতাৰ অভাৱ[৪৬] আদিৰ বিধান বিতংভাৱে দিয়া হৈছে। হৰিনাম-মাহাত্ম্য বৰ্ণনা প্ৰসংগত ভাগৱতপুৰাণৰ পৰাও অনেক শ্লোক উদ্ধৃত কৰা হৈছে। ইয়াৰদ্বাৰাই দেখিয়া যে ইয়াত ভাগৱত পুৰাণৰ প্ৰচাৰ আৰু প্ৰভাৱ আছিল সেইটোও বুজা যায়।

---

শৃণু শুশ্ৰূষয়া ভক্ত্যা সৰ্ব্বলাভাৰ্পণেন চ।
সঙ্গেন সাধুভক্তানামীশ্বৰাৰাধনেন চ॥
শ্ৰদ্ধয়া তৎকথাখ্যায়াং কীৰ্তনৈৰ্গুণকৰ্মণাম্।
তৎপাদাম্বুৰুহধ্যানতল্লিঙ্গেক্ষাৰ্হণাদিভিঃ॥
হৰিঃ সৰ্ব্বেষু ভূতেষু ভগৱানাত্মা ঈশ্বৰঃ।
ইতি ভূতানি মনসা কামস্তান্ [?] সাধু মানয়েৎ॥ ইত্যাদি।

৪৩. ন দেশনিয়মস্তত্ৰ ন কালনিয়মস্তথা।
নোচ্ছিষ্টাদৌ নিষেধোঽস্তি হৰেৰ্নামনি লুব্ধক॥
সাংকেত্যং পাৰিহাস্যং ৱা স্তোভং হেলনমেৱ ৱা
বৈকুণ্ঠনামগ্ৰহণমশেষাঘহৰং ৱিদুঃ॥
দানব্ৰততপস্তীৰ্থক্ষেত্ৰাদীনান্তু যাঃ স্থিতাঃ।
শক্তয়ো দেৱ মহতাং সৰ্ব্বপাপহৰাঃ শুভঃ
ৰাজসূয়াশ্বমেধানাং জ্ঞানস্যাধ্যাত্মৱস্তুনঃ।
আকৃষ্য হৰিণা সৰ্ব্বাঃ স্থাপিতাঃ স্বেষু নামসু॥

× × ×

সংস্মৰন্ সংস্মৰন্ ৱিষ্ণুং নামান্যুচ্চাৰয়ন্ হৰেঃ।
মহাপাতকসংযুক্তো ৱ্ৰজেদ্বিষ্ণোশ্চ মন্দিৰম্॥ ইত্যাদি।

৪৪ গীতাধ্যায়ং পঠেদ্ যস্তু শ্লোকাৰ্দ্ধং শ্লোকমেৱ ৱা।
সৰ্ব্বপাপৱিনিৰ্মুক্তো যাতি ৱিষ্ণোঃ পৰং পদম্॥ ইত্যাদি।
স্তোত্ৰাণাং পৰমং স্তোত্ৰং ৱিষ্ণোৰ্নামসহস্ৰকম্।
হিত্বা স্তোত্ৰসহস্ৰাণি পঠনীয়ং মহামুনে॥ ইত্যাদি।
মহাভাগৱতাখ্যস্য পুৰাণস্যৈকমক্ষৰম্।
যঃ পঠেৎ পৰয়া ভক্ত্যা গোপ্ৰদানফলং লভেৎ॥ ইত্যাদি।

৪৫. ৱিষ্ণুভক্তিশ্চ মহাভাগৱত উক্তা—
শ্ৰৱণং-কীৰ্তনং ৱিষ্ণোঃ স্মৰণং পাদসেৱনম্।
অৰ্চনং-ৱন্দনং দাস্যং সখ্যমাত্মনিৱেদনম্। ইত্যাদি।

৪৫. বৈষ্ণৱালয়সমীপস্থান্ ৱিষ্ণুসেৱাৰ্থমাগতান্।
চাণ্ডালান্ পতিতান্ ৱাপি স্পৃষ্ট্বা ন স্নানমাচৰেৎ॥
উৎসৱে ৱাসুদেৱস্য যো নৰোঽশুচিশঙ্কয়া।
তাদৃশং কল্মষং দৃষ্ট্বা সত্ত্বাসা জলমাৱিশেৎ।

"স্মৃতিপদ্ম" নামৰ আন এখন প্ৰায়শ্চিত্ত বিষয়ক কামৰূপীয় নিবন্ধ আছে। এইখনৰ মাম্মো দামোদৰ মিশ্ৰই ( খৃঃ ১৪ শ শতক ) উল্লেখ কৰিছে। পণ্ডিতে ইও সম্ভৱতঃ ১৪ শ শতকৰ ভিতৰত বা তাৰ আগেয়ে সঙ্কলিত হৈছিল।

*স্মৃতিপদ্ম*

এই গ্ৰন্থৰ মঙ্গলাচৰণত বিষ্ণুক প্ৰণাম কৰা হৈছে।[৪৭] পণ্ডিতে ইয়াৰ অজ্ঞাতনামা গ্ৰন্থকাৰজন যে বৈষ্ণৱ আছিল তাত কোনো সন্দেহ নাই।

কামৰূপৰ সুপ্ৰসিদ্ধ স্মৃতি-নিবন্ধকাৰ ৰাজগুৰু দামোদৰ মিশ্ৰই ১৩৫৫ শকত ( শাকে পঞ্চ পঞ্চ ত্ৰিচন্দ্ৰকে ) "গঙ্গাজল," ১৩৫৬ শকত (ঋতুবাণ ত্ৰয়োদশে ) "স্মৃতি-সাগৰসাৰ" আৰু ১৩৭৫ শকত ( ত্ৰয়োদশশতে শাকে পঞ্চ সপ্ততিকাধিকে) "শান্তিশতক"ৰ "সুব্যক্তপঞ্জিকা" নামৰ টীকা প্ৰণয়ন কৰে। পণ্ডিতে এওঁ যে খৃঃ পঞ্চদশ শতকৰ আৰম্ভণিৰ খৃঃ ১৪৫৪ লৈ জীৱিত আছিল সেইটো নিশ্চিত। এওঁৰ গ্ৰন্থত বৈষ্ণৱ-ব্ৰত আৰু বিষ্ণু-পূজাৰ বিধান বৰ্ণনা কৰা আছে। সম্ভৱতঃ এই গ্ৰন্থকাৰ বৈষ্ণৱ নাছিল; "স্মৃতিনিবন্ধ"ৰ আৰম্ভতে গ্ৰন্থকাৰে পৰমাত্মা আৰু পৰমেশ্বৰী উমাক প্ৰণাম কৰিছে।[৪৮] "শান্তিশতক"ৰ টীকাৰ মঙ্গলাচৰণতো অক্ষৰাক্ষৰ-বিগ্ৰহ, পুৰুষ-প্ৰকৃতি দুইটো নিয়ন্তা পৰমাত্মাকহে প্ৰণাম কৰিছে।[৪৯] এই গ্ৰন্থকাৰৰ প্ৰণীত আৰু এখন গ্ৰন্থৰ ভগ্নাৱশেষ, মাত্ৰ এটা পাত সম্প্ৰতি পোৱা গৈছে। ইয়াৰ মঙ্গলাচৰণতো মহেশ্বৰক প্ৰণাম কৰা হৈছে।[৫০] "শান্তিশতক" সেই সময়ৰ আমাৰ দেশৰ বৈষ্ণৱসকলৰ আদৃত গ্ৰন্থ আছিল। শ্ৰীশঙ্কৰদেৱে "ভক্তিৰত্নাকৰ"ত ইয়াৰপৰা প্ৰমাণ বাক্য উদ্ধৃত কৰিছে। এই টীকাকাৰেও টীকাত বিষ্ণুৰ উপাস্যতা সমৰ্থন কৰিছে। তেতিয়া বৈষ্ণৱ-ধৰ্ম আৰু সম্প্ৰদায়ৰ বিশেষ পয়োভৰ নাথাকিলে গ্ৰন্থকাৰ এই বৈষ্ণৱ-গ্ৰন্থৰ টীকা কৰিবলৈ প্ৰবৃত্ত নহ'লহেঁতেন।

*ৰাজগুৰু দামোদৰ মিশ্ৰ*

---

৪৭. লক্ষ্মীকৰাব্জসংসৃষ্ট-দিব্যপাদায় জিষ্ণৱে।
সংসাৰাৰ্ণৱদুষ্পাৰসেতৱে বিষ্ণৱে নমঃ॥

৪৮. প্ৰণম্য পৰমাত্মানমুমাঞ্চ পৰমেশ্বৰীম্।
দামোদৰো মহামিশ্ৰঃ কুৰুতে সাৰসংগ্ৰহম্॥
প্ৰণম্য পৰমাত্মানং প্ৰসাদ্য পৰমেশ্বৰীম্॥
প্ৰায়শ্চিত্তমহং ৰক্ষ্যে সংক্ষিপ্য গ্ৰন্থবিস্তৰম্॥

৪৯. প্ৰণম্য পৰমাত্মানমক্ষৰাক্ষৰবিগ্ৰহম্।
ব্যাকুৰ্বে শান্তিশতকমত্ৰ ব্ৰহ্মসনাতনম্॥

৫০. প্ৰণম্য পৰমপ্ৰীত্যা স্থিনিৰ্মাণ্ডি মহেশ্বৰম্।
মিশ্ৰো দামোদৰো মন্ত্ৰৈৰ্হস্তামলকপঞ্জিকাম্॥

ভট্টদেৱে "কথাগীতা"ত গীতাৰ দামোদৰী টীকা এটাৰ উল্লেখ কৰিছে আৰু সেই টীকাত যে জ্ঞান কৰ্ম আৰু ভক্তিক সমভাৱে কোৱা হৈছে এই কথাও তেৱাই প্ৰকাশ কৰিছে।[৫১] সম্ভৱতঃ সেই দামোদৰী টীকাটি এই দামোদৰ মিশ্ৰৰে ৰচিত আছিল। যিজনে শাস্তিশতকৰ আৰু হস্তামলকস্তোত্ৰৰ টীকা লিখিছে গীতাৰ টীকাটিও সেইজনেই লিখিছিল বুলি অনুমান কৰিব পাৰি।

ৰজা নৰনাৰায়ণৰ গুৰু আৰু সভা-পণ্ডিত "প্ৰয়োগৰত্নমালা" ব্যাকৰণৰ গ্ৰন্থকাৰ মহামহোপাধ্যায় পুৰুষোত্তম বিদ্যাবাগীশ আৰু অষ্টাদশ কৌমুদীৰ গ্ৰন্থকাৰ মহামহোপাধ্যায় পীতাম্বৰ সিদ্ধান্তবাগীশ উভয়ে পৰম বৈষ্ণৱ আছিল। যি বছৰত শ্ৰীশঙ্কৰৰ "ৰামবিজয়" নাট ৰচিত হৈছিল সেই বছৰতে ৰত্নমালা ব্যাকৰণ ৰচনাও শেষ হৈছিল।[৫২] "প্ৰয়োগ-ৰত্নমালা"ৰ প্ৰতিবিন্যাসৰ (প্ৰকৰণৰ) আৰম্ভতে মুৰলীধাৰী নন্দ-নন্দন শ্ৰীকৃষ্ণক স্তুতি কৰি মঙ্গলাচৰণ কৰা হৈছে। সিদ্ধান্তবাগীশেও প্ৰতি গ্ৰন্থৰ আৰম্ভতে মাধৱ-বিষ্ণুৰ আৰাধনা কৰিছে।

*পুৰুষোত্তম বিদ্যাবাগীশ আৰু পীতাম্বৰ সিদ্ধান্তবাগীশ*

প্ৰাক্‌শঙ্কৰী যুগৰ অসমীয়া কবি মাধৱ কন্দলিও বৈষ্ণৱ আছিল বুলিয়ে বুজা যায়। তেওঁ ৰামায়ণৰ পদ ৰচনা কৰিছে আৰু খাণ্ডৱদাহৰ ঘটনা লৈ "দেৱজিৎ" নামৰ কাব্যখন ৰচনা কৰিছে। এই কবি খৃঃ ১৪শ শতকৰ আছিল বুলি পণ্ডিতসকলে অনুমান কৰে। শ্ৰীশঙ্কৰে ৰামায়ণৰ উত্তৰকাণ্ডৰ পদত এই কবিৰ নাম সসন্মানে উল্লেখ কৰিছে।[৫৩]

*প্ৰাক্‌শঙ্কৰী অসমীয়া বৈষ্ণৱ-সাহিত্য*

---

৫১ 'যদ্যপি আমি শ্ৰীকৃষ্ণৰ প্ৰসাদে শ্ৰীধৰী শাঙ্কৰী দামোদৰী ভাস্কৰী চাৰিও টীকা বিচাৰ কৰিছি, তথাপি প্ৰায় শ্ৰীধৰী টীকাৰ মতে কথা নিবন্ধিবো; তাহাৰ যুক্তি শুনা। শাঙ্কৰী টীকা জ্ঞানক প্ৰধান কৰি ব্যাখ্যা কৰে; ভাস্কৰী কৰ্মক প্ৰধান কৰে, শ্ৰীধৰী ভক্তি মাত্ৰ নিৰূপণ কৰে, দামোদৰী তিনিয়ো যোগ সমে কহে।' [ কথাগীতা—১ম অঃ—পৃঃ ২ ]

হে সামাজিকসব দামোদৰী টীকায়ে কহিছা, তুহ্মৰ দেখাইবে লাগি ভগৱন্তে কৰ্মযোগ জ্ঞানক প্ৰথম কহিলা। সুগম ভক্তিযোগ ইদানীক কহিবা। [ তথা ৬ অঃ—পৃঃ ৪১ ]

৫২. গগনগ্ৰহমনুশাকে (১৪৯০ শক) নাকেন্দ্ৰাচাৰ্যৱাসৰে।
অধিপৌৰ্ণমাসি পূৰ্ণা সমপদ্যত শব্দৰিদ্যেয়ম্ ॥
[ "প্ৰয়োগৰত্নমালা"ৰ পুষ্পিকা ]

বিন্দুবজ্ৰৱেদচন্দ্ৰশাকে শঙ্কৰসংজ্ঞিতঃ।
শ্ৰীৰামৱিজয়ং নাম নাটকং ৱিদধেঽধুনা ॥
[ "ৰামবিজয়" নাটৰ সমাপ্তি শ্লোক ]

৫৩. পূৰ্বকবি অপ্ৰমাদী মাধৱ কন্দলি আদি —তেহে খিৰচিলা ৰাম কথা।

"প্ৰহ্লাদ-চৰিত" পদ ৰচোঁতা হেম সৰস্বতী আৰু "বভ্ৰুবাহনৰ যুদ্ধ" প্ৰণেতা হৰিবৰ বিপ্ৰ দুৰ্লভনাৰায়ণ ৰজাৰ দিনৰ কবি আছিল; পণ্ডিতে এওঁলোকৰ সময়ো খৃঃ ১৪ শ শতক। এই সময়ৰ ভিতৰতে কবিৰত্ন সৰস্বতীয়ে 'জয়দ্ৰথ বধ' আৰু ৰুদ্ৰ কন্দলিয়ে "সাত্যকিপ্ৰৱেশ" গ্ৰন্থ প্ৰণয়ন কৰে। এই গ্ৰন্থবিলাকত হৰ-গৌৰীৰ সেৱা বা উপাসনাৰ যেনে প্ৰমাণ আছে—হৰি-সেৱা বা বিষ্ণু-ধৰ্ম্ম থকাৰো তেনে প্ৰমাণ পোৱা যায়। ইয়াৰ বাহিৰেও দুৰ্গাবৰ, পীতাম্বৰ আদি কবিসকলৰ ৰামায়ণ, ভাগৱত আৰু বামনপুৰাণ আদিৰ পদ ভাঙনিয়েও প্ৰাক্‌শঙ্কৰী যুগত বৈষ্ণৱ-ধৰ্ম আৰু সম্প্ৰদায়ৰ প্ৰভাৱ প্ৰতিপত্তি আৰু অসমীয়া সাহিত্য নিৰ্মাণত পণ্ডিতসকলে আত্মনিয়োগ কৰিব ধৰাটো প্ৰমাণ কৰে।

কামৰূপত বা অসমত প্ৰচলিত সমস্ত শ্ৰৌত-স্মাৰ্ত-পৌৰাণিক-তান্ত্ৰিক কৰ্মৰ আৰম্ভতে অৱশ্য-কৰ্ত্তব্য যি পঞ্চদেৱতা-পূজা আৰু যজ্ঞেশ্বৰ বিষ্ণুৰ পূজা আছে তাতো সকলো দেৱতাতকৈ বিষ্ণুক প্ৰাধান্য দিয়া হৈছে আৰু অনন্যশৰণ বিষ্ণু-ভক্তয়ো এই পূজাৰ অনুষ্ঠান কৰিলে যাতে তেওঁৰ ভক্তি ব্যভিচাৰ দোষ নঘটে তেনে ভাৱে পদ্ধতি ৰচনা কৰা হৈছে।

*প্ৰাক্‌শঙ্কৰী ধৰ্মানুষ্ঠানত বিষ্ণুৰ প্ৰাধান্য*

আমাৰ দেশত প্ৰচলিত পঞ্চদেৱতা-পূজা অকল পাঁচজনা দেৱতাৰ পূজা নহয়, সমস্ত দেৱ-দেৱীৰ পূজা। পণ্ডিতে "পঞ্চদেৱতা" শব্দটো "পঞ্চাম্ৰ", "ষোড়শ পিণ্ড" আদিৰ দৰে পাৰিভাষিক। এই পঞ্চদেৱতা-পূজা আমাৰ দেশত স্মৰণাতীত কালৰপৰাই একে দৰে চলি আছে। বৈষ্ণৱ যুগৰ পৰম বৈষ্ণৱসকলৰ মাজতো ইয়াৰ প্ৰচলনৰ ব্যতিক্ৰম ঘটাৰ কোনো প্ৰমাণ পোৱা নাযায়। ইয়াত সমস্ত কৰ্মৰ অন্তত ভগৱদ্-বাসুদেৱপাদপদ্মত সমৰ্পণ আৰু বিষ্ণুনাম স্মৰণ-কীৰ্তনৰদ্বাৰা অচ্ছিদ্ৰাৱধাৰণ কৰিব লগা নিয়মটোৱেও বিষ্ণু-বৈষ্ণৱৰ প্ৰাধান্যৰ কথাকে সোঁৱৰাই দিয়ে। কি শাক্ত, কি শৈৱ, কি বৈষ্ণৱ সকলোৱে এই পদ্ধতি অনুসাৰে বিষ্ণু-স্মৰণ পূৰ্বক পঞ্চদেৱতাৰ পূজাৰে কৰ্ম আৰম্ভ কৰে, বিষ্ণুস্মৰণৰদ্বাৰাই সমাপন কৰে। একান্ত ভক্তয়ো এই পদ্ধতি মতে পঞ্চদেৱতা পূজা কৰিলে যে ভক্তি ব্যভিচাৰ দোষ নঘটে, এই কথাটো অলপ সহজভাৱে কোৱা হ'ক।

*পঞ্চদেৱতা পূজাত বিষ্ণু ভক্তিৰ ব্যভিচাৰ নহয়*

ব্যভিচাৰ মানে যিটোৰ লগত যাৰ সম্বন্ধ আছে বা থকা উচিত তাক বাদ দি তাতকৈ ভিন্ন বস্তুৰ লগত সম্বন্ধ কৰা, ( বি=বিৰুদ্ধ বা অন্যৰ,

*ভক্তি-ব্যভিচাৰ কি?*

অভিচাৰ=অভিমুখে ধাৱন) । কোনো এজনী স্ত্ৰীয়ে যোৱা বিবাহ ক্ৰিয়াৰদ্বাৰা তেওঁৰ স্বামীৰ লগত যি দাম্পত্য সম্বন্ধ কৰি দিয়া হয়, তেওঁ যদি সেই স্বামীক বাদ দি অভিন্ন বাহিৰা পুৰুষৰ লগত সম্বন্ধ (সহবাস) কৰে, তেন্তে তেওঁক ব্যভিচাৰিণী বোলা হয়। কিন্তু সেই পুৰুষ যদি নিজ পতিতকৈ অত্যন্ত ভিন্ন বা বাহিৰা লোক নহয়—অৰ্থাৎ পতিৰ লগত যদি অভিন্ন বা একে হয় তেন্তে তেওঁৰ লগত সহবাসদ্বাৰা স্ত্ৰীৰ ব্যভিচাৰ দোষ নঘটে। এই কথাটো অৰ্থাৎ পতিৰ লগত অভিন্ন পুৰুষ বুলি কোৱাটো সাধাৰণ দৃষ্টিত অসঙ্গত বা নিৰৰ্থক হলেও শাস্ত্ৰীয় দৃষ্টিৰে বিশেষকৈ বৈষ্ণৱ দৃষ্টিত এই কথাৰ সাৰ্থকতাৰ স্থান বা উদাহৰণ এটা আছে। সেইটো হৈছে গোপীসকলৰ লগত শ্ৰীকৃষ্ণৰ ৰাস-ক্ৰীড়া। তাত গোপীসকলৰ ভগৱান শ্ৰীকৃষ্ণৰ লগত সহবাস কৰা সত্ত্বেও ব্যভিচাৰ দোষ নঘটাৰ কাৰণ এই যে শ্ৰীকৃষ্ণ সকলোৰে অন্তৰ্যামী পৰমাত্মা, গতিকে গোপীসকলৰ নিজ নিজ পতিতকৈ তেওঁ অত্যন্ত ভিন্ন বা বাহিৰা পুৰুষ নহয়, নিজ নিজ পতিৰ সত্তাও তেওঁৰ সত্তাতে জড়িত গতিকে নিজ নিজ পতিৰ লগত তেওঁৰ ঐক্য আছে। এই কাৰণে তাত পতিৰ বাহিৰা পুৰুষৰ লগত গোপীসকলৰ সহবাস ঘটা নাই, পতিৰ লগত অভিন্ন পুৰুষৰ লগতহে সহবাস হৈছে; তেওঁৰ (শ্ৰীকৃষ্ণৰ) সেৱাৰদ্বাৰা তেওঁবিলাকৰ পতিয়েই সেৱিত হৈছে। সেয়েহে তাত ব্যভিচাৰ দোষ নঘটিল। কৃষ্ণ যদি ভগৱান্ পৰমাত্মা নহৈ কেৱল সাধাৰণ পুৰুষ হ'লহেঁতেন, তেন্তে তেওঁৰ সহযোগত গোপীসকল ব্যভিচাৰিণী হ'ল-হেঁতেন। ভগৱান্ শ্ৰীকৃষ্ণৰ পৰদাৰগমন দোষ কিয় নহ'ল? পৰীক্ষিৎ ৰজাৰ এই প্ৰশ্নৰ উত্তৰত ভাগৱতত মহাভাগৱত শুকে; 'ভাৱাৰ্থদীপিকা' টীকাত শ্ৰীধৰস্বামীয়ে আৰু "দশম-কীৰ্ত্তন"ত শ্ৰীশঙ্কৰদেৱেও যি কৈছে তাৰদ্বাৰাও অৰ্থতঃ এই যুক্তিকে প্ৰকাশ কৰা হৈছে।[৫৪]

---

(৫৪) গোপীনাং তৎপতীনাঞ্চ সৰ্ব্বেষামেৱ দেহিনাম্।
যোহন্তশ্চৰতি সোহধ্যক্ষ এষ ক্ৰীড়নদেহভাক্॥ [ভাঃ ১০।৩৩।৩৬]

পৰদাৰত্বং গোপীনামঙ্গীকৃত্য পৰিহৃতমিদানীং ভগৱতঃ সৰ্ব্বান্তৰ্যামিনঃ পৰদাৰ-সেৱা নাম ন কদাচিদিত্যাহ গোপীনামিতি। যোহন্তশ্চৰত্যসাৱধ্যক্ষো বুদ্ধ্যাদিসাক্ষী স এব ক্ৰীড়নেন দেহভাক্ নত্বস্মদাদিতুল্যো যেন দোষঃ স্যাদিতি॥ [শ্ৰীধৰী টীকা]

গোপী গোৱালৰো, আত্মা অন্তৰ্যামী, নাৰায়ণ ব্ৰহ্মময়।
হেনয় কৃষ্ণত, নকৰিবা কিছু, নৃপতি তুমি সংশয়॥
[১০ ম ১২০৬৪]

সেইদৰে ভক্তিয়ে যাক বিষয়ৰূপে বা সেব্যৰূপে গ্ৰহণ কৰিলে, তাকেই ধৰি থকা উচিত। যিটোৰ ওচৰত জীৱে নিজক দাস বা সেৱকৰূপে আত্ম-সমৰ্পণ কৰি দিলে তেওঁক বাদ দি বাহিৰা কোনো ভক্তিয়ে দেৱতাক যদি ভক্তি কৰে, সেয়া কৰে নাইবা আত্ম-সমৰ্পণ কৰি দিয়ে, তেন্তে তাত ভক্তিৰ স্ব বিষয়তকৈ অন্য বিষয়ৰ লগত সম্বন্ধ হোৱাৰ কাৰণে ব্যভিচাৰ দোষ ঘটে। যি যিটো দেৱতাৰ ভক্ত হ'ল তেওঁৰ লগত অভিন্ন বা অনতিৰিক্ত, তেওঁৰে আন এটা বিকাশ অৱতাৰ বা বিভূতিক ভক্তি কৰিলে ভক্তিৰ ব্যভিচাৰ নঘটে, কাৰণ তাত ভক্তিয়ে স্ব বিষয়তকৈ অন্য বিষয়ত প্ৰবৃত্ত বা সম্বন্ধিত হোৱা নাই। যেনে চতুৰ্ভুজ বিষ্ণুৰ উপাসক এজনে দ্বিভুজ কৃষ্ণক ভক্তি কৰিলে তাত ভক্তি ব্যভিচাৰ নঘটে। সেই কাৰণে শ্ৰীধৰ স্বামীৰ নিচিনা পৰম ঐকান্তিক বৈষ্ণৱসকলেও বিষ্ণুৰ নানা অৱতাৰক, তেওঁৰ স্বৰূপ উমাধৱ বা মহেশ্বৰকো[৫৫] ভক্তি কৰা দেখা যায়।

বিষ্ণুৰূপে লৈ বা বিভূতি বুলি ভাবি যি কোনো দেৱতা, মানৱ, জীৱ, আন কি সমস্ত জগতকে ভক্তি কৰিলেও ভক্তিৰ ব্যভিচাৰ দোষ নঘটে; কাৰণ তাত ভক্তিৰ বিষয়ীভূত বিষ্ণুৰ যোগ থাকে, বিয়োগ নঘটে। বৰঞ্চ এনে ভক্তি শুধ খাপৰ বুলিয়ে ভক্তসকলৰ ধাৰণা। যিৰূপে ভক্তি কৰিলে নাইবা যেনে কাৰ্য কৰিলে ভক্তৰ মনটো বিষ্ণুৰপৰা বিচ্ছিন্ন হৈ পৰে, তেনে ভক্তি বা ক্ৰিয়াৰ-দ্বাৰাহে বিষ্ণু-ভক্তিৰ ব্যভিচাৰ হয়। গোপীসকলে বিষয়ভোগ কৰি থকা সত্ত্বেও কৃষ্ণ-প্ৰেমৰ বিচ্ছেদ ঘটা নাছিল কাৰণেই ভক্তি-ব্যভিচাৰ নঘটিল। ইয়াকে "ভক্তি-ৰত্নাৱলী"ত উদ্ধৃত ভাগৱত শ্লোকৰ অনুবাদত মাধৱদেৱে কৈছে—

কৃষ্ণ বিষয়ত চিত্ত ভৈল যান প্ৰায়।
তাতে চৰি গোপীসবে বিষয়ক যায়॥ [ভঃ ৰত্না—৮৩৩]

---

জগত অন্তৰ্যামী নাৰায়ণ ভান কোন পৰদাৰ গমন॥

× × × ×

মোহিলা গোপক কৃষ্ণক মায়া। কাসত্তে আছে দেখে নিজ জায়া॥
নকৰে কৃষ্ণক অসূয়া কেৱে। জগত ঈশ হেন কৃষ্ণ দেৱ॥
[কীঃ ৯৭৬]

৫৫. মাধৱোমাধৱাৱীশৌ সৰ্বসিদ্ধি-বিধায়িনৌ
বন্দে পৰস্পৰাত্মানৌ পৰস্পৰনতিপ্ৰিয়ৌ॥
[ভাঃ ভাৱাৰ্থদীপিকা—১।১।১]

গোপীসকলে যে কাত্যায়নী ব্ৰত কৰি কাত্যায়নীৰ পূজা কৰিছিল তাকো কৃষ্ণ প্ৰাপ্তিৰ উদ্দেশ্যই কৰা হৈছিল, গতিকে তাত কৃষ্ণ-ভক্তিৰ বিচ্ছেদ ঘটা নাই। তেনেভাৱে অন্য দেৱতাৰ পূজাত ভক্তি-ব্যভিচাৰ নঘটে ; সেই কাৰণেই তেওঁবিলাকৰ এই দোষ নহ'ল।

এই কাৰণেই—

যে হ্যন্যদেৱতা ভক্তাযজন্তে শ্ৰদ্ধয়ান্বিতাঃ।
তেঽপি মামেৱ কৌন্তেয় যজন্ত্যৱিধিপূৰ্ব্বকম্ ॥ [গীতা, ৯/২৩]

এই ভগৱদ্‌বাক্যত—

অন্য দেৱী দেৱ, নকৰিবা সেৱ, মূৰ্তিকো নচাইবা তাৰ।
প্ৰসাদো নাখাইবা, গৃহো নপশিবা, ভক্তি হৈব ব্যভিচাৰ ॥
[শ্ৰীশঙ্কৰ—১ম স্কন্ধ]

ইত্যাদি পদত, আৰু "অন্য দেৱ সম্বন্ধক ব্যভিচাৰ বুলি"—

ত্যক্ত্বান্যদেৱতাসেৱাং তদুপাসকসঙ্গতিম্।
ভক্তিং কৃষ্ণপদে কৃত্বা গুণান্ জিত্বা ভৱং তৰেৎ ॥
[কঃ গীঃ—১৪ অঃ পৃঃ ৯৭]

ইত্যাদি বৈষ্ণৱ-বাক্যত অন্য শব্দৰ প্ৰয়োগ কৰা হৈছে। অন্য শব্দৰ অৰ্থ তদ্ভিন্ন, তদিতৰ বা তাৰপৰা ব্যৱচ্ছিন্ন।

আৰু এটা উদাহৰণ দি কথাটো স্পষ্ট কৰিবলৈ চেষ্টা কৰা হ'ক। গীতা, ভাগৱত, দশম, কীৰ্তন আদি যি কোনো গ্ৰন্থতে হৰি-নামৰ বাহিৰে শব্দান্তৰ আৰু হৰি-গুণৰ বাহিৰে অন্য কথা ভূৰি ভূৰি আছে। পাপী, তাপী, বিষ্ণুদ্বেষী, দৈত্য, নাৰকী আদিৰো নাম-গুণ তাত আছে আৰু সেইবিলাকৰ দোষ বৰ্ণনাও তাত কৰা হৈছে। তেন্তে সেইবিলাক শাস্ত্ৰপাঠক হৰি-নাম গ্ৰহণ বা হৰি-গুণ কীৰ্তন বুলি ধৰা যায় কি যুক্তিত ? তাত হৰি-নাম-ব্যতিৰিক্ত শব্দান্তৰ উচ্চাৰণত বা হৰি-গুণ-ব্যতিৰিক্ত আনৰ দোষ-গুণৰ শ্ৰৱণ-কীৰ্তনত হৰি-ভক্তিৰ ব্যভিচাৰ নহয় কিয় ? আন দেৱতাৰ পূজা আদি যেনে নিষিদ্ধ হৰিৰ গুণ-নামৰ বাহিৰে আন বাক্যালাপ বা আন দেৱতাৰ নাম শ্ৰৱণ-কীৰ্তন আদিও বৈষ্ণৱৰ পক্ষে সেইদৰে নিষিদ্ধ। যেনে—

সেহিমতে হৰি-গুণ হীন বাক্য যত
মহন্তসকলে তোক তেজয় সতত ॥

× × × ×

কৃষ্ণ কথা হোৱে বা হোৱয় বৈষ্ণৱৰ।
তেবেসে কহিবা তাসম্বাক মুনিবৰ ॥

[ভঃ ৰঃ পঃ- ২৯/৬-৭]

নাম শুশুনিবা তুমি আন দেৱতাৰ।
যেনমতে নুহিকা ভকতি ব্যভিচাৰ ॥

[ভঃ প্রঃ—১০২]

বিষ্ণুৰ সহস্ৰ নাম সদা আছন্তো জিহ্বায়ে তাক এড়ি
সদায় বিৰোধ বচন মাত্ৰ ৰটয়।
বুঁদ্ধি বিষ্ণু তত্ত্ব পৰি হৰি অসন্ত বস্তুত ৰতি কৰি
যেন বেশ্যা জাৰ পতিত মাত্ৰ ৰময় ॥

[নামঘোষা—৬২৬]

গতিকে কীৰ্তন, দশম আদি পঢ়িলেও ভক্তি-ব্যভিচাৰ হব লাগিছিল; নহয় কিয়? ইয়াৰ উত্তৰ এই—এই গ্ৰন্থবিলাকত প্ৰযুক্ত প্ৰত্যেকটি পদ আৰু বাক্যৰে তাৎপৰ্য ভগৱান্ হৰিত আছে। হৰি-নাম ব্যতিৰক্ত শব্দবিলাকে স্ব শক্তিৰদ্বাৰা নিজ নিজ অৰ্থক উপস্থাপিত কৰিলেও হৰি-নাম-গুণত তাৎপৰ্য থকাৰ কাৰণে লক্ষণাৰদ্বাৰা হৰি আৰু তেওঁৰ গুণাৱলীকে লক্ষ্য কৰে। হৰি-নাম গুণৰ প্ৰকাশৰ কাৰণেই সেইবিলাক ব্যৱহৃত হৈছে গতিকে হৰি-নাম-গুণৰপৰা একান্তভাৱে ব্যৱচ্ছিন্ন নহয় আৰু তাৰদ্বাৰা পাঠকৰ হৰি বিষয়ক ধাৰাবাহিক বোধৰ ব্যাঘাত নঘটে। কিন্তু তাৰে মাজত যদি কোনো লৌকিক উপন্যাসৰ পৰা 'কৃষ্ণ' বা 'হৰি' নামৰ মানুহৰ বৰ্ণনা নাইবা তেওঁৰদ্বাৰা অনুষ্ঠিত ঘটনাৰ বিৱৰণ পাঠ কৰা হয়, সেই গ্ৰন্থৰ ভগৱানৰ গুণ-নামত তাৎপৰ্য নাই হেতুকে তাৰদ্বাৰা ভগৱদ্-বিষয়ক ধাৰাবাহিক বোধ ব্যাহত হব আৰু হৰিভক্তিও ব্যাহত হব। গতিকে লোকে আৰু হৰি-নাম গোৱা বা হৰি কীৰ্তন কৰা নোৱোলে। মানুহৰ বা আন কাৰো নাম 'হৰি' বা 'নাৰায়ণ' আদি থলে সি হৰি-নাম নহয়, নামাভাস হে। অৱশ্যে ভগৱানৰ নামাভাস গ্ৰহণৰো সুফল নোহোৱা নহয়।

সেইদৰে যি দেৱতাক বিষ্ণুৰ লগত অভিন্ন বা সম্বন্ধ বুলি ধৰিব নোৱাৰি, যিটোৰ ৰূপ মনলৈ আহিলেই বিষ্ণু-ভক্তৰ মনৰ আকৰ্ষণ প্ৰতিহত হৈ বিষ্ণুৰপৰা উভটি আন ফালে ঢাল লয়, জিভা বিষ্ণু কথাৰপৰা বিৰত হয়, তেনে দেৱতাক ভক্তি কৰিলেহে বিষ্ণু-ভক্তিৰ ব্যভিচাৰ হয় ; আৰু বিষ্ণুৰ লগত অভিন্ন নহৈয়ো যদি বিষ্ণুৰ শক্তি, অঙ্গ, উপাঙ্গ পাৰ্ষদ্ বা ভক্ত আদিৰূপে বিষ্ণুৰ লগত সম্বন্ধ বা জড়িত হৈ থাকে, তেন্তে তেনে দেৱতাক সেই ভাৱে ভক্তি কৰিলে বিষ্ণু-ভক্তি ক্ষুণ্ণ হব নোৱাৰে।

*পঞ্চদেৱতা পূজাত ভক্তি ব্যভিচাৰ নহয় কিয় ?*

নিত্য-নৈমিত্তিক মাত্ৰ কৰ্ম কৰিবেক যিটো
তেবে তাক বিধিনি নাপাইব।
নিত্য-নৈমিত্তিক কৰ্মে যি দেৱ পূজয় তাক
হৰি ৰূপ মনত মানিব ॥
হৰিৰ আজ্ঞাক মানি দেৱ পূজিলাত দোষ
নাহিকয় কৈলোঁ নিষ্ঠ কৰি।
যুধিষ্ঠিৰ অম্বৰীষে এহিমত কৰ্ম কৰি
মুক্তি সাধিলন্ত ভক্তি কৰি ॥
সবাহাঙ্কে হৰিৰূপ মনত মানয় যেবে
এক শৰণত তেবে ৰৈব।
বিষ্ণু নিবেদিত অন্ন দেৱতা পিতৃক দিব
তেবে দেৱ পিতৃ তুষ্ট হৈব ॥

[ভক্তিবিবেক পদ—২০৬]

সেই কাৰণেই বিষ্ণু-পাৰ্ষদ্, বিষ্ণু-ভক্ত আৰু বিষ্ণু-মূৰ্ত্তি আদিকো ভক্তি কৰাৰ বিধান আছে। ঐকান্তিক ভক্তসকলেও তেনে ভক্তি কৰিব পাৰে।

যথা তৰোৰ্মূলনিষেচনেন তৃপ্যন্তি তৎস্কন্ধভুজোপশাখাঃ।
প্ৰাণোপহাৰাচ্চ যথেন্দ্ৰিয়াণাং তথৈৱ সৰ্বাৰ্হণমচ্যুতেজ্যা ॥

[ভাগৱত]

গছৰ গুৰিত পানী দিলে যিদৰে তাৰ শাখা, প্ৰশাখা, আগ, গছ আদিৰো তৃপ্তি হয়, প্ৰাণক খাদ্য দিলে তাৰদ্বাৰাই যিদৰে সমস্ত ইন্দ্ৰিয়ৰ তৃপ্তি আৰু পুষ্টি হয়—সেই দৰে ভগৱান অচ্যুতক পূজা কৰিলে তাৰদ্বাৰা সমস্ত প্ৰাণীৰে তৃপ্তি হয়। ইয়াত গছৰ গুৰিটো যিদৰে আন অঙ্গতকৈ প্ৰধান, শৰীৰৰ ভিতৰত

প্ৰাণেই যিদৰে সৰ্বপ্ৰধান, বিশ্বৰ ভিত্তৰস্তো ভগৱন্ত বিষ্ণুই সেইদৰে সৰ্বপ্ৰধান বুলি কোৱা হৈছে। গছৰ গুৰিত পানী নিদি আগত দিলে যিদৰে তাৰদ্বাৰা গছৰ কোনো উপকাৰ নহয় প্ৰাণকো খাদ্য নিদি অঙ্গ-প্ৰত্যঙ্গত খাদ্য লিপি দিলে যিদৰে দেহৰ কোনো উপকাৰ নহয়, সেইদৰে বিষ্ণু-পূজা নকৰি আন দেৱতাৰ পূজা কৰিলে নাইবা আনৰ সেৱা কৰিলে তাৰপৰা একো উপকাৰ নহয়। বিষ্ণু-পূজাৰ লগতো যে আন দেৱতাৰ পূজা নকৰিব নাইবা আন প্ৰাণীক খাদ্যাদি নিদিব এই কথা এই শ্লোকত কোৱা নাই। গছৰ পুষ্টিৰ কাৰণেও মূলত পানী দিয়াৰ লগে লগে আগতো পানী দিয়াৰ আৱশ্যকতা আছে। প্ৰাণোপহাৰৰূপে ভোজনৰ সহকাৰী হিচাবে সৰ্ব শৰীৰৰ পুষ্টি আৰু বৃদ্ধিৰ অৰ্থে দেহত স্নান, অনুলেপন আদিৰ আৰু "কাণত কচু, নাভিত তেল' আদি ভিন্ ভিন্ অঙ্গত ভিন্ ভিন্ দ্ৰব্যৰ প্ৰয়োগৰ আৱশ্যকতা সৰ্ববাদিসম্মত। সেইদৰে ভগৱানৰ পূজাৰ লগত ভগৱানৰ অঙ্গ—প্ৰত্যঙ্গ, বিভূতি আদিস্বৰূপ দেৱতান্তৰকো শাস্ত্ৰোক্ত বিধিমতে পূজা কৰা বিধেয়।

প্ৰচলিত পঞ্চদেৱতা-পূজাক, উপক্ৰম (আৰম্ভ) উপসংহাৰ (সমাপ্তি) আৰু মধ্যত বিষ্ণু-নাম স্মৰণ, বিষ্ণু-পূজা, বিষ্ণুত কৰ্ম সমৰ্পণ আদিৰে বিষ্ণুপুটিত বা বিষ্ণুবিষয়ক কৰি তোলা হৈছে; গতিকে ইয়াৰ অনুষ্ঠান বিষ্ণু-ভক্তি বা বৈষ্ণৱ জ্ঞানৰ ব্যাঘাত নঘটাকৈয়ে কৰিব পাৰে।

*পঞ্চদেৱতা পূজাত বিষ্ণুৰ প্ৰাধান্য*

পঞ্চদেৱতা-পূজাৰ প্ৰথমতে "বিষ্ণুৰ্বিষ্ণুৰ্ভগৱান্ জয় যজ্ঞেশ্বৰো হৰিঃ" বুলি বিষ্ণুক হৃদয়স্থ কৰি লোৱা হ'ল। মন নিৰাৱৰণ নহলে বিষ্ণুমায়াৰদ্বাৰা আবৃত বা বিক্ষিপ্ত অৱস্থাত হৃদয়ত বিষ্ণু-তত্ত্বৰ প্ৰকাশ হব নোৱাৰে গতিকে ইয়াতে আৱৰণ গুচাই নিবৰ কাৰণে বিষ্ণুমায়াক স্তুতি কৰা হয়—

সৰ্ব্বমঙ্গলমঙ্গল্যে শিৱে সৰ্ব্বাৰ্থসাধিকে।
শৰণ্যে ত্ৰ্যম্বকে গৌৰি নাৰায়ণি নমোঽস্তুতে॥

এই বুলি। তাৰ পাছত—

মাধৱো মাধৱো বাচি মাধৱো মাধৱো হৃদি।
স্মৰন্তি সাধৱঃ সৰ্ব্বে সৰ্ব্বকাৰ্য্যেষু মাধৱম্॥
জিতন্তে পুণ্ডৰীকাক্ষ নমস্তে বিশ্বভাৱন।
নমোঽস্তু তে হৃষীকেশ মহাপুৰুষ পূৰ্ব্বজ॥

এই বুলি মন, বাক্য আৰু ক্ৰিয়াত মাধৱক স্মৰণ কৰি বিশ্বকৰ্তা মহাপুৰুষৰ জয়গান কৰা হয়। আৰু—

"অপৱিত্ৰঃ পৱিত্ৰোৱা সৰ্বাৱস্থাংগতোঽপিৱা।
যঃ স্মৰেৎ পুণ্ডৰীকাক্ষং স ৱাহ্যাভ্যন্তৰঃ শুচিঃ।"

এই বিষ্ণুস্মৰণৰদ্বাৰা সমস্ত শুদ্ধ কৰি লৈ বিঘ্নোৎসাৰণ আৰু গণেশ পূজা কৰা হয়। গণেশ বিঘ্ননাশক আৰু দেৱ-ৰাজ্যৰ দ্বাৰপালসকলৰ অধিপতি, গতিকে বিষ্ণুলোকৰ দুৱাৰতো গণেশৰ প্ৰতিপত্তি অক্ষুণ্ণ আছে। গণেশ ভগৱান্ নাৰায়ণৰে অৱতাৰ বা বিঘ্নবিঘাতক ৰূপ বুলি নানা পুৰাণত কথিত আছে। গতিকে গণেশক পূজা কৰি নিৰ্বিঘ্ন হৈ কাৰ্যত প্ৰৱেশৰ অধিকাৰ অৰ্জন কৰা হয়। ৰাজসভাৰ দ্বাৰপালক যথাবিধি পূজা বা সন্মান কৰিলে ৰজাকেই পূজা কৰা আৰু সন্মান দেখুৱা হয়।

*গণেশ-পূজাত বিষ্ণুৰ সম্বন্ধ*

ইয়াৰ পাছত ভগৱান সূৰ্যৰ পূজা। সূৰ্য পৰমজ্যোতিঃ জগৎপ্ৰসৱিতা নাৰায়ণ-স্বৰূপ,[৫৬] জগতৰ আলোক আৰু ভগৱৎ-প্ৰাপ্তিৰ পথস্বৰূপ দেৱযান মাৰ্গ। গতিকে সূৰ্য-নাৰায়ণৰ পূজাতো বিষ্ণুৰে পূজা হয়।

*সূৰ্য-পূজাত বিষ্ণুৰ সম্বন্ধ*

ইয়াৰ পাছতে ভগৱান্ বাসুদেৱ বিষ্ণুৰ পূজা। তাৰ পাছত শিৱপূজা। হৰি-হৰৰ অভেদাত্মা;[৫৭] ইপিনে সমস্ত বৈষ্ণৱৰ ভিতৰত ব্ৰহ্মা, মনু আদি বাৰজন শ্ৰেষ্ঠ বৈষ্ণৱ, তাৰ ভিতৰতো ভগবান মহেশ্বৰ শ্ৰেষ্ঠতম।[৫৮] গতিকে পৰম বৈষ্ণৱ মহেশ্বৰৰ পূজা সকলো পূজাৰ অপৰিহাৰ্য অঙ্গ। কোনো কোনো ঠাইত সৰ্বপ্ৰথম শিৱ পূজা কৰা হয়, "বিষ্ণুতকৈ বৈষ্ণৱৰ পূজা পূৰ্বে কৰ্তব্য" এই ধাৰণাত।

*শিৱ-পূজাত বিষ্ণুৰ সম্বন্ধ*

---

৫৬. জাতায়ান্তু সিসৃক্ষায়াং প্ৰাদুৰাসীৎতঃপুমান্।
নাৰায়ণঃ সহস্ৰাংশুঃ সিসৃক্ষুঃ স্বয়ম্ভুদ্‌ৱভৌ।
[ আঙ্গিৰঃ সংহিতা ]

৫৭. ত্ৰয়াণামেকভাৱানাং যো ন পশ্যতি বৈ ভিদাম্।
সৰ্বভূতাত্মনাং ব্ৰহ্মন্ স শান্তিমধিগচ্ছতি॥
[ ভা. ৪।৭।৫৪ ]

৫৮. নিম্নগানাং যথা গঙ্গা দেৱানামচ্যুতো যথা।
বৈষ্ণৱানাং যথা শম্ভুঃ পুৰাণানামিদং তথা॥
[ ভক্তিৰত্নাকৰ ধৃত ভাঃ— ]

শুনা মহাজ্ঞানশালী তোমাৰেসে বাক্য পালি
দেখাইলো দুস্তৰ স্ত্ৰী মায়া।
আত নকৰিবা খেদ কিঞ্চিতেকো নাহি ভেদ
তোমাৰে আমাৰে এক কায়া॥ [ কীঃ -৫৯৪ ]

ইয়াৰ পাছত বৈষ্ণৱী-শক্তি যোগমায়া দুৰ্গাৰ পূজা। দুৰ্গা যে বিষ্ণুৰ মায়াশক্তি এই কথা ভাগৱত পুৰাণকে আদি কৰি নানা শাস্ত্ৰত কথিত আছে।[৫৯] দুৰ্গাৰ তুষ্টি বা বৰত বিষ্ণুলাভ হোৱাৰ প্ৰমাণ বহু ঠাইত পোৱা যায়। গতিকে বৈষ্ণৱী-শক্তি যোগমায়াৰ পূজা এই স্থলত সঙ্গতেই হৈছে।

*দুৰ্গা-পূজাত বিষ্ণু-সম্বন্ধ*

ইয়াৰ পাছত লক্ষ্মী-সৰস্বতী পূজা। লক্ষ্মী-সৰস্বতী ভগৱানৰ ঐশ্বৰ্যশক্তি আৰু জ্ঞানশক্তি; তেওঁসকলৰ সত্তা ভগৱানৰে সত্তা, শক্তি শক্তিমানৰ ভেদ নাই। গতিকে তেওঁসকলৰ পূজাৰ-দ্বাৰা ভগৱানৰে পূজা হয়।

*লক্ষ্মী-সৰস্বতী-পূজাত বিষ্ণু-সম্বন্ধ*

ইয়াৰ পাছত ভগৱানৰ আন এটা স্বৰূপ ব্ৰহ্মাৰ পূজা আৰু ক্ৰমশঃ পৃথিৱী গ্ৰামদেৱতা, লোকপাল ইন্দ্ৰ, অনন্ত, অগ্নি, নৱগ্ৰহ দিক্‌পাল, অষ্টবসু, একাদশ-ৰুদ্ৰ, মৰুদ্‌গণ বজ্ৰাদি অস্ত্ৰ মৎস্যাদি অৱতাৰ, সৰ্ব দেৱ, দেৱী ঋষি, ঋষি-পত্নী আদি চৰাচৰ জগতৰ পূজা কৰা হয়। এই সকলোৱে ভগৱান্ বিষ্ণুৰ বিভূতি বিশ্বাত্মক মহাপুৰুষৰ অঙ্গ-প্ৰত্যঙ্গস্বৰূপ। ইয়াৰ পাছত যজ্ঞেশ্বৰ বিষ্ণুৰ পূজা কৰি পঞ্চদেৱতা পূজা সমাপনান্তে সঙ্কল্পিত সেই শ্ৰৌত, স্মাৰ্ত, তান্ত্ৰিক বা পৌৰাণিক কৰ্মৰ আৰম্ভ কৰা হয় আৰু কৰ্ম শেষ হলে ভগৱদ্‌বাসুদেৱত কৰ্ম সমৰ্পণ কৰি কৰ্মবৈগুণ্য-শান্তিৰূপে বিষ্ণুনাম স্মৰণ-কীৰ্তন কৰা হয়। বিষ্ণুৰ পৰিকৰৰূপে যদি এইসকল দেৱতাৰ পূজা কৰা হয় তেন্তে তাৰদ্বাৰা বিষ্ণু-ভক্তিৰ ব্যভিচাৰ হব কেনেকৈ? বিষ্ণুতকৈতো তেওঁসকলৰ অতিৰিক্ত সত্তা নাই; গতিকে তেওঁসকল বিষ্ণুতকৈ অন্য দেৱতা নহয়—বিষ্ণুৰে অঙ্গ-উপঙ্গাদিৰূপ। কোনো আন্ দেৱতাৰ বিষ্ণুতকৈ অতিৰিক্ত সত্তা স্বীকাৰ কৰি

*অন্যান্য পূজাত বিষ্ণুৰ সম্বন্ধ*

---

৫৯. ভগৱানপি বিশ্বাত্মা ৱিদিত্বা কংসজং ভয়ম্।
যদূনাং নিজনাথানাং যোগমায়াং সমাদিশৎ॥

* * *

অৰ্চিষ্যন্তি মনুষ্যাস্ত্বাং সৰ্বকামৱৰেশ্বৰীম্।
নানোপহাৰবলিভিঃ সৰ্বকামৱৰপ্ৰদাম্॥
নামধেয়ানি কুৰ্বন্তি স্থানানি চ নৰা ভুৱি।
দুৰ্গেতি ভদ্ৰকালীতি ৱিজয়া ৱৈষ্ণৱীতি চ॥
কুমুদা চণ্ডিকা কৃষ্ণা মাধৱী কন্যকেতি চ।
মায়া নাৰায়ণীশানা শাৰদেত্যম্বিকেতি চ॥

[ভাঃ—১০।২।৬—১২]

বিষ্ণুৰ সমপ্ৰধান বা বিষ্ণুনিৰপেক্ষৰূপে লৈ ভক্তি কৰিলেহে ভক্তি ব্যভিচাৰ হয় ; গতিকে তেনেকুৱা কৰাটো দোষাবহ। শ্ৰীশঙ্কৰ আদি বৈষ্ণৱসকলে য'ত য'ত অন্য দেৱতাৰ সেৱাদি নিষেধ কৰিছে - তাত যে বিষ্ণুৰ সম বা বিষ্ণুতকৈ অধিক নাইবা পৃথক বুলি ধৰি যেই সেই দেৱতাৰ পূজা আদি কৰাটোহে নিষেধ কৰা হৈছে এই কথা অনেক ঠাইত স্পষ্টকৈ কোৱা হৈছে।৬০

কৃষ্ণবৰ্ণং ত্বিষাকৃষ্ণং সাঙ্গোপাঙ্গাস্ত্ৰপাৰ্ষদম্ ।
যজ্ঞৈঃ সংকীৰ্তনপ্ৰায়ৈৰ্যজন্তি হি সুমেধসঃ ॥

( ভঃ ৰঃ ধৃত ভাঃ ১১।৫।৩২ )

ভাগৱতৰ একাদশ স্কন্ধৰ এই শ্লোক শ্ৰীশঙ্কৰদেৱে ভক্তিৰত্নাকৰতো উদ্ধৃত কৰিছে। ইয়াৰ অৰ্থ এই যে—যিজন বৰ্ণত কৃষ্ণ অথচ কান্তিত অকৃষ্ণ—অতিশয় উজ্জ্বল ইন্দ্ৰনীল মণিৰ নিচিনা এনেকুৱা কৃষ্ণৰূপতাৰক ; তেওঁৰ হৃদয়াদি অঙ্গ, কৌস্তুভাদি উপাঙ্গ, সুদৰ্শনাদি অস্ত্ৰ আৰু সুনন্দাদি পাৰিষদসকলৰে সৈতে নামোচ্চাৰণৰূপ, স্তৱ-স্তুতিবহুল যজ্ঞৰদ্বাৰা বিৱেকীসকলে পূজা কৰে। তেওঁৰ অঙ্গ-উপাঙ্গ আদি তেওঁতকৈ ভিন্ন নোহোৱা বাবে এনে পূজাত ভক্তি ব্যভিচাৰৰ আশঙ্কা নহ'ল। সেইদৰে গণেশ, সূৰ্য, শিৱ, দুৰ্গা, লক্ষ্মী, সৰস্বতী আদিকো তেওঁৰ অঙ্গ বা আৱৰণ-দেৱতাৰূপে লৈ পূজা কৰা হয় যেতিয়া তাত ভক্তি ব্যভিচাৰৰ কোনো আশঙ্কা নাই। এই ধাৰণাতে পৰমবৈষ্ণৱসকলেও নানা দেৱতাৰ স্থান, তীৰ্থক্ষেত্ৰ আদি ভ্ৰমণ কৰে আৰু তাত যথাবিহিত কাৰ্য সম্পাদন কৰে। সেই কাৰণে

---

৬০ যদি পৃথক্ত্বেন দেৱতান্তৰভক্তিমকুৰ্বন্ মামেৱ পৰমেশ্বৰং ভজতে।

[ ভঃ ৰত্নাকৰ টীকা– ১৯।১ ]

আন দেৱ এৰে কৰৈ কেশৱক সম।
জানিবাহা সি সি জন পাতকী অধম ॥

[ ১১ শ স্কন্ধ- ২৭২ ]

মোক এৰি আন একো নভজে দেৱক।
সেহি ভক্তি এৰুৱাবে সমস্তে কৰ্মক ॥

[ ভক্তিপ্ৰদীপ—২৯ ]

সিয়ো বেদবাক্যক লঙ্ঘিলা দুৰাচাৰ।
কৃষ্ণতো অধিক বোলে ইন্দ্ৰেসে আমাৰ ॥
পৃথকে ঈশ্বৰ মানি পূজে বাসৱক।
অৱহেলা কৰিলেক ঈশ্বৰ কৃষ্ণক ॥

[ ভক্তিপ্ৰদীপ– ৬২-৬৩ ]

শ্ৰীশঙ্কৰদেৱ আদি অসমীয়া বৈষ্ণৱসকলেও ভাৰতৰ নানা তীৰ্থলৈ গৈ নানা দেৱ-দেৱী-দৰ্শন, তীৰ্থকৃত্য, পিণ্ডদান আদি কৰা সত্ত্বেও তাৰদ্বাৰা ভক্তি ব্যভিচাৰ নঘটিল।[৬১]

আমাৰ দেশত প্ৰচলিত বৰ্ণাশ্ৰমী মাত্ৰৰে অৱশ্য আচৰণীয় এনে ধৰণৰ পঞ্চদেৱতা পূজাত একপিনেদি যিদৰে বিষ্ণুৰ প্ৰাধান্য সৰ্ববাদিসন্মতৰূপে স্বীকৃত হৈছে--আনপিনেদি সেইদৰে সকলো সম্প্ৰদায়ৰ ভিতৰত পৰস্পৰ সহিষ্ণুতা সদ্ভাৱ বা প্ৰণয় প্ৰতিষ্ঠাৰো ব্যৱস্থা কৰা হৈছে। ইয়াৰদ্বাৰাও স্মৰণাতীত কালৰপৰাই এই দেশত বৈষ্ণৱ সম্প্ৰদায়ৰ প্ৰভাৱ, প্ৰতিপত্তি নিৰৱচ্ছিন্নভাৱে চলি আছে বুলি বুজা যায়।

উপসংহাৰ

এই পৰ্যন্ত উপস্থাপিত প্ৰমাণৰদ্বাৰা এইকেইটা কথা সিদ্ধ হ'ল— (১) প্ৰাক্-শঙ্কৰী যুগত বৈষ্ণৱ ধৰ্ম আৰু সম্প্ৰদায় আছিল; সি নিষ্প্ৰভ বা নগণ্যভাৱে থকা নাছিল। (২) তেতিয়া চতুৰ্ভুজ বিষ্ণু, বাসুদেৱ, মহাপুৰুষ আৰু দেৱকীপুত্ৰ যশোদানন্দন, দ্বিভুজ মুৰলীধাৰী, গোপাল, কৃষ্ণৰো উপাসনা প্ৰচলিত আছিল। (৩) নৃত্য-গীত বাদ্য সহকাৰে হৰিনাম-গুণ কীৰ্তন কৰা বা নাম ধৰা প্ৰথাও যিকোনো প্ৰকাৰে আছিল। (৪) ভগৱান বিষ্ণুৰ শ্ৰৱণ, কীৰ্তন, স্মৰণ, পাদসেৱা, অৰ্চন, বন্দন, দাস্য, সখ্য আৰু আত্মসমৰ্পণ বা একশৰণ এই নৱবিধ ভক্তিৰ কথাও জ্ঞাত আৰু প্ৰচলিত আছিল। (৫) হৰিভক্তি বা হৰিনামত যে দেশ, কাল, জাতিৰ, নিয়ম নাই আৰু হৰিসেৱা-স্থানত যে স্পৃশ্যাস্পৃশ্যৰ বিচাৰ কৰিব নালাগে, এইবিলাক বিধান তেতিয়াও নথকা নহয়।

---

৬১. তাৰ পাছত ঘূনুছাবাৰী দ্বাৰকানাথ, বংশীধাৰী, নৃসিংহ, উদ্ধৱ, বলি, প্ৰহ্লাদ, যম, শিৱ ব্ৰহ্মা, হনুমন্ত, ৰাম, লক্ষ্মণ, জাম্বৱন্ত, লক্ষ্মী, সৰস্বতী, বিমলা স্বৰ্গদ্বাৰ, বটগোৱিন্দ, মৎস্যমাধৱ, চন্দ্ৰ, সূৰ্য, বায়ু, উগ্ৰসেন, বসুদেউ, দৈৱকী, নন্দ, যশোদা, ৰাধা, কৃষ্ণ এইসবকে মুখ্যকৈ আনো অসংখ্য ওৰেষাৰ তীৰ্থক্ষেত্ৰ, মূৰ্ত্তি সবাকে মহাপুৰুষে স্নান, দান, দৰশন, পৰশন দেখাই কৰালে।
[ কঃ গুঃ পৃঃ—১৫৭ ]



# পুৰণি অসমত দৰ্শনৰ চৰ্চা

পুৰণিকালত যে আমাৰ দেশত দৰ্শন শাস্ত্ৰৰ আলোচনা আৰু দাৰ্শনিক পণ্ডিত আছিল সেই বিষয়ে যিবিলাক প্ৰমাণ পোৱা হৈছে তাকে তলত উদ্ধৃত কৰা হ'ল।

ভাস্কৰবৰ্মাৰ শাসনত

খৃঃ সপ্তম শতকৰ ৰজা ভাস্কৰবৰ্মাৰ তাম্ৰশাসনত আছে যে "ৰজা বজ্ৰধৰে চাৰি বেদ, বেদাঙ্গ, সমগ্ৰ বাক্য ( পূৰ্ব আৰু উত্তৰ মীমাংসা শাস্ত্ৰ ), প্ৰমাণ ( ন্যায়শাস্ত্ৰ ) শব্দশাস্ত্ৰ ( ব্যাকৰণ ), গজবিদ্যা, অশ্ববিদ্যা, বৃহস্পতি-নীতি আৰু শুক্ৰ নীতি অধ্যয়ন কৰিছিল।[1]

ৰজা নাৰায়ণ বৰ্মাৰ পিতাক মহেন্দ্ৰবৰ্মা আত্মতত্ত্বজ্ঞ আৰু তেওঁ নিজে অধিগত-সাখ্যাৰ্থ অৰ্থাৎ সাংখ্য দৰ্শনৰ তত্ত্বজ্ঞ আছিল।[2] ৰজা স্থিতবৰ্মাৰ বিষয়ে কোৱা হৈছে যে তেওঁ নানা শাস্ত্ৰাৰ্থত পাৰ্গত আছিল আৰু সমস্ত বেদ অধ্যয়ন কৰিছিল। এওঁৰ পুত্ৰ সুস্থিতবৰ্মা ব্যাকৰণ, ন্যায়, মীমাংসা, সাংখ্য আদি শাস্ত্ৰ-জ্ঞানৰদ্বাৰা সমুদ্ৰ সদৃশ আছিল।[3]

---

১ অধীত্য সাঙ্গাংশ্চতুৰোঽথ ৰেদান্
ৱাক্যং প্ৰমাণং স ( ময়া। খিলং যঃ।*
জ্ঞাত্বা গজানাং ৱিনয়োন্নয়ক্ৰম-
স্তথা হয়ানাং কুলশীলসৌষ্ঠৱম্ ॥
দেৱাসুৰাচাৰ্যমতঞ্চ তত্ত্বতঃ
সৱাজিমেধৈৰযজন্মহৰ্দ্ধিভিঃ। [ ডুবি তাম্ৰশাসন—
*Inscriptions of Ancient Assam* P. – ]

২ তস্মাদজনয়দাত্মজমাত্মৱিদঃ সুব্ৰত ভুৱঃ স্থিতয়।
নাৰায়ণবৰ্ম্মাণং জনকমিৱাধিগতসাংখ্যাৰ্থম্ ॥
[ নিধানপুৰ তাম্ৰশাসন-কামৰূপ শাসনাৱলী ]

৩. "নানাশাস্ত্ৰপদাৰ্থনিশ্চিতমতেৰ্ৱেদেষু চাধীতিনঃ
× × × ×
যেন ৱ্যাকৰণোদকোনয়তিমিঃ সাংখ্যোৰুনক্ৰামহান্
মীমাংসা বহুসাৰসানুৰসিতস্তৰ্কানিলাৱি ( জিতঃ ) ॥"
ৱ্যাখ্যানোৰ্মিপৰংপৰাভিগহনো নায়াৰ্থ ফেনাকুলঃ ॥ ডুবি তাম্ৰশাসন—
[ *Inscription of Ancient Assam* P.—16 ]

---

* পাঠান্তৰ— ৱাক্যং প্ৰমাণং নিখিলং চ শব্দম্।

ৰজা ভাস্কৰবৰ্মাদেৱৰ বিষয়ে কোৱা হৈছে যে, নানা শাস্ত্ৰাৰ্থজ্ঞানদ্বাৰা এওঁৰ বুদ্ধি পৰিপূৰ্ণ আছিল আৰু নানা প্ৰকাৰ ৰীতি আৰু অলঙ্কাৰৰ সুশ্ৰাব্য কৱিতা ৰচনাত এওঁ নিপুণ আছিল।[৪]

নালান্দা মহাবিহাৰৰ মহাস্থৱিৰ, জগদ্‌বিখ্যাত মহাপণ্ডিত হিউৱেনছাঙৰ গুৰু শীলভদ্ৰ হেনো সমতটৰ ৰজাৰ ল'ৰা আছিল।[৫] সমতট নামৰ ৰাজ্যখন কালিকা-

*মহাপণ্ডিত শীলভদ্ৰ*

পুৰাণ আৰু যোগিনীতন্ত্ৰৰ বৰ্ণিত কামৰূপৰ ভিতৰতে পৰে। এই ৰাজ্য বৰ্তমান পূৱ পাকিস্তানৰ পূৰ্ব অংশত 'ঢাকা'ৰ পিনে আছিল বুলি পণ্ডিতসকলে অনুমান কৰে। শীলভদ্ৰ যে দৰ্শন শাস্ত্ৰত সমুদ্ৰ-সদৃশ পণ্ডিত আছিল সেইটো সৰ্ববাদিসম্মত কথা।

মহা দাৰ্শনিক সৰ্বতন্ত্ৰস্বতন্ত্ৰ ভট্টপাদ কুমাৰিলস্বামী আৰু আচাৰ্য ধৰ্মকীৰ্তিও

*ভট্টপাদ কুমাৰিল*

এই দেশৰ কৃতী সন্তান আছিল বুলি আমাৰ দেশত এটা বিশ্বাস চলি আছে; এই লেখকৰ "কুমাৰিল ভট্টপাদ আৰু আচাৰ্য ধৰ্মকীৰ্তি" নামক গ্ৰন্থত এই বিশ্বাসৰ যথাৰ্থতা প্ৰতিপন্ন কৰা হৈছে।

খৃঃ ৮ম শতকৰ মহাতান্ত্ৰিক কামৰূপীয় অভিনৱগুপ্তই জগদ্‌গুৰু শ্ৰীশঙ্কৰাচাৰ্যৰ

*কামৰূপীয় অভিনৱ গুপ্ত*

লগত শাস্ত্ৰ-বিচাৰ কৰিছিল বুলি কথিত আছে; গতিকে এওঁ যে এজন দৰ্শন-শাস্ত্ৰৰ পাৰদৰ্শী পণ্ডিত আছিল তাত কোনো সন্দেহ নাই।

মহাৰাজ ইন্দ্ৰপালৰ তাম্ৰশাসনত কোৱা হৈছে যে তেওঁ (ইন্দ্ৰপাল)

*ইন্দ্ৰপালৰ শাসনত*

নীতিশাস্ত্ৰজ্ঞ আছিল, আৰু পদ (ব্যাকৰণ) বাক্য (মীমাংসা) তৰ্ক (ন্যায়শাস্ত্ৰ) আৰু তন্ত্ৰ আদি নানা বিদ্যাৰ মাজত ডুবি থাকিও তাৰ পাৰ পাইছিল গৈ।[৬]

---

৪. নানাশাস্ত্ৰাৰ্থতত্ত্বশ্ৰুতবিততধিয়ো যেন ৱাদিষ্বমূচ্চৈ—
স্তদ্বচ্চালঙ্কৃতৈঃ সুস্ফুটললিতপদং সৰ্ব্বমাৰ্গকৱিত্বম্ ॥
[তথা—১০৬]

৫. স্বৰ্গীয় মঃ মঃ ডাঃ হৰপ্ৰসাদ শাস্ত্ৰীৰ "সভাপতিৰ সম্বোধন"
বঙ্গীয় সাহিত্য পৰিষৎ পত্ৰিকা ৪ৰ্থ সংখ্যা ১৩২১ সন।

৬. সুৱিস্তৃতানাং পদবাক্য-তৰ্ক-তন্ত্ৰ-প্ৰৱাহাতিতৰস্বিনীনাম্ ॥
যঃ সৰ্ব্বৱিদ্যাসৰিতামগাধমন্তৰ্নিমগ্নশ্চ গতশ্চ পাৰম্ ॥
[কাঃ শাঃ পৃঃ—১২১]

ৰজা ধৰ্মপালৰ পুষ্পভদ্ৰা শাসনৰদ্বাৰা যি ব্ৰাহ্মণক ভূমিদান দিয়া হৈছিল তেওঁৰ পিতামহ কলাবিদ্যাত নিপুণ, তেজস্বী, মীমাংসা শাস্ত্ৰ-জ্ঞানৰদ্বাৰা পৰিপুষ্টবুদ্ধিসম্পন্ন, চাণক্য আদিৰ প্ৰণীত নীতিশাস্ত্ৰ-জ্ঞানৰ আধাৰস্বৰূপ। আৰু শ্ৰুতি (বেদ), স্মৃতি (ধৰ্মশাস্ত্ৰ) প্ৰদৰ্শিত পথত চলিবৰ কাৰণে দৃঢ় প্ৰতিজ্ঞ আছিল।[৭]

*ধৰ্মপালৰ শাসনত*

তেওঁৰ খোনামুখ শাসনত যাক ভূমিদান দিয়া হৈছিল তেওঁ মীমাংসা শাস্ত্ৰৰ অনুশীলনৰদ্বাৰা মনৰ সমস্ত অজ্ঞানদোষ অপসাৰিত কৰিছিল।[৮]

যোগিনীতন্ত্ৰত তন্ত্ৰ, ন্যায়, মীমাংসা, সাংখ্য, পাতঞ্জল, (যোগ) বৈশেষিক আয়ুৰ্বেদ, স্মৃতি, ইতিহাস, পুৰাণ, বেদান্ত বা ব্ৰহ্মজ্ঞান, সাম, ঋগ্, যজুঃ, অথৰ্ব এই চাৰি বেদ—এইবিলাকৰ নাম কোৱা আছে আৰু এইবিলাক যে অধ্যেতব্য বিষয় এই কথাও প্ৰতিপাদন কৰা হৈছে।[৯]

*যোগিনী-তন্ত্ৰত*

---

৭. তদ্ বংশাদজনিষ্ট শিষ্টচৰিতো রিপ্রেশ্বরো ভাস্বরোঃ
লক্ষ্মীৱান্ নৱৱাহনাহ্বয়সুতঃ সম্যক্ কলাভিযু'তঃ
মীমাংসানয়মাংসল কৃতমতিশ্চাণক্যমাণিক্যভূ-
ৰ্বংশোত্তুঙ্গমণিঃ শ্ৰুতিস্মৃতিপথপ্ৰস্থানপান্থৱ্ৰ তঃ॥

[ ধৰ্মপালৰ পুষ্পভদ্ৰা শাসন ১৪ ]

৮. 'মীমাংসাভ্যাসনিঃশেষ দোষ-প্ৰোষিত-মানসঃ।'

[ ধৰ্মপালৰ খোনামুখ শাসন—২০ ]

[ *J. A. R. S.* Vol VIII No 4 ]

৯ দৃষ্ট্বাগমমিমং তন্ত্ৰং মমাজ্ঞানান্ধসাগৰে।

× × ×

ন্যায়ো মীমাংসকং সাংখ্যং পাতঞ্জলং তথা পুনঃ
ৱৈশেষিকং যথাপূৰ্বং ময়া জ্ঞাতং হি তৎক্ষণাৎ॥

× × ×

আয়ুৰ্বেদভিষগ্‌ৱেদা ময়াভ্যস্তাস্তদৈৱ হি।

× × ×

স্মৃতীতিহাসৌ দেৱেশি পুৰাণানি ময়া পুনঃ।

× × ×

ব্ৰহ্মজ্ঞানং ময়া দেৱি ব্ৰহ্মতেজঃপৱিৱৃতম্।
ৱেদান্তমিতি ৱিখ্যাতং ৱৰ্ণপুঞ্জ মহৎ প্ৰভম্॥

× × ×

ৱেদচতুষ্টয়ং সামাথৰ্বঋগ্‌যজুৰুত্তমম্।
ময়াভ্যস্তং হি তৎসৰ্বং তৎক্ষণান্মাত্ৰ সংশয়ঃ॥

[ যোগিনীতন্ত্ৰ—২য় পটল ]

আমাৰ দেশত ভিন্ ভিন্ বিষয়ৰ যিবিলাক সংস্কৃত গ্ৰন্থ পোৱা গৈছে সেইবিলাকৰ ভিতৰত গ্ৰন্থকাৰসকলৰ বিভিন্ন দৰ্শন শাস্ত্ৰত পাণ্ডিত্যৰ পৰিচয় প্ৰচুৰ পৰিমাণে পোৱা যায়। মহাপণ্ডিত নীলাম্বৰাচাৰ্য ন্যায় আৰু মীমাংসা শাস্ত্ৰত যে বিশেষ ভাৱে ব্যুৎপন্ন আছিল সেই কথা আগেয়ে উল্লেখ কৰা হৈছে. তাৰ পৰিচয় তেওঁৰ গ্ৰন্থৰ ভিতৰত আছে আৰু "শ্ৰাদ্ধভাষ্য"ৰ সমাপ্তি শ্লোকত তেওঁ ন্যায় শাস্ত্ৰৰ পণ্ডিত আছিল বুলি নিজেই কৈছে।[১০]

*অন্যান্য গ্ৰন্থত*

"হস্তামলকস্তোত্ৰ"ৰ "পঞ্জিকা" নামৰ টীকাত দামোদৰ মিশ্ৰৰ দাৰ্শনিক পাণ্ডিত্য স্পষ্ট হৈ উঠিছে।

মহামহোপাধ্যায় পুৰুষোত্তম বিদ্যাবাগীশ যে ন্যায়দৰ্শন আৰু পাণিনীয় দৰ্শনত বিদগ্ধ পণ্ডিত আছিল তাৰ পৰিচয় তেৰাৰ ৰচিত "প্ৰয়োগৰত্নমালাব্যাকৰণ"ত প্ৰচুৰ পোৱা যায়।

মহামহোপাধ্যায় পীতাম্বৰ সিদ্ধান্তবাগীশৰো বিভিন্ন গ্ৰন্থত দাৰ্শনিক পাণ্ডিত্য ফুটি উঠিছে। তেওঁ ন্যায় আৰু মীমাংসা দৰ্শন ভালকৈ জানিছিল বুলি নিজেও কৈছে।[১১]

অনন্তকন্দলিয়ে তেওঁৰ "কল্পদ্ৰুম" নামৰ স্মৃতিনিবন্ধ গ্ৰন্থত দাৰ্শনিক বিচাৰপটুতাৰ পৰিচয় দিছে। ভাগৱতৰ শ্ৰীধৰস্বামিকৃত "ভাৱাৰ্থদীপিকা"ৰ টান অংশৰ টিপ্পনী "ভাগৱতাধিকৰণ" নামৰ এখন আৰু "দীপিকা প্ৰৱৰ্ত্তিনী" নামৰ আন এখন হাতেলিখা পুথি পোৱা গৈছে। আমি যি পুথি পাইছো তাত গন্থকাৰৰ নাম নাই। জ্ঞান-বয়োবৃদ্ধ পণ্ডিতসকলে কয় যে "অধিকৰণ" বিচাৰগ্ৰন্থখন ভাগৱতাচাৰ্য ভট্টদেৱৰ প্ৰণীত। এই গ্ৰন্থ যাৰে লিখিত হ'ক, গ্ৰন্থকাৰ যে অসমীয়া লোক আছিল তাত কোনো সন্দেহৰ অৱকাশ নাই। এই গ্ৰন্থত গ্ৰন্থকাৰৰ বিভিন্ন দৰ্শনশাস্ত্ৰত গভীৰ পাণ্ডিত্য সুস্পষ্ট হৈ উঠিছে। মাধৱকন্দলিয়ে ৰামায়ণত "অন্ধপঙ্গুন্যায়" "ধূমৰদ্বাৰা বহ্নিৰ অনুমান" আদিৰ উল্লেখ কৰি ভাৰতীয় দৰ্শনৰ লগত নিজৰ পৰিচয় থকাৰ প্ৰমাণ দিছে। এনেকুৱাকৈ প্ৰাসঙ্গিক ভাৱে দাৰ্শনিক পাণ্ডিত্যৰ পৰিচয় দিওঁতা লোকৰ নিদৰ্শন বহুতো আছে। গ্ৰন্থ-বিস্তাৰ ভয়ত এই বিষয়ে আৰু আগবাঢ়িব নুখুজিলোঁ।

---

১০. তস্যাত্মজঃ সকলশাস্ত্ৰপৰায়ণোঽপি যঃ পক্ষপাতমধিকং কৃতৱান্ কৃতীন্দ্ৰঃ।
আন্বীক্ষিকীৰহসি তেন ৱিনিৰ্মিতোঽয়মাস্তাং তমোপনয়নে পিতৃকৰ্মদীপঃ॥

১১. নানামতস্মৃতিপুৰাণৱিদাং ৱিদিত্বা জ্ঞাত্বা চ গৌতমনয়ং সহ জৈমিনীয়ম্।
শ্ৰীকামৰূপধৰণীপতিমণ্ডিতেন ৱাগীশ্বৰেণ ৰচিতোৰুচিৰোনিৱন্ধঃ॥
[ শ্ৰাদ্ধকৌমুদীৰ সমাপ্তি শ্লোক ]

ওপৰত যিবিলাক প্ৰমাণ উদ্ধৃত কৰা হ'ল তাৰদ্বাৰাই এইটো বুজা গ'ল যে পুৰণি কামৰূপত ব্যাকৰণ, বেদান্ত, পূৰ্ব-মীমাংসা, উত্তৰ-মীমাংসা, সাংখ্য, যোগ, ন্যায়, বৈশেষিক আদি নানাবিধ দৰ্শন শাস্ত্ৰৰ অধ্যয়ন, অধ্যাপনা ভালকৈ চলিছিল আৰু অসমৰ দাৰ্শনিক পণ্ডিতসকল সেই কালত ভাৰতত প্ৰতিষ্ঠিত সকলোবোৰ দাৰ্শনিক মতবাদৰ লগতে পৰিচিত আছিল।

গতিকে আমাৰ দেশত সেই কালত প্ৰচলিত বৈষ্ণৱ সম্প্ৰদায় বা বিষ্ণু-ভক্তিবাদৰ সমৰ্থকৰূপে দাৰ্শনিক দৃষ্টি বা মতবাদো নিশ্চয় আছিল বুলি ধৰি লব পাৰোঁহঁক। পিছে সেই দাৰ্শনিক মতবাদটোনো কেনে আছিল, এই বিষয়ে কিবা সম্বাদ পায় নেকি, এতিয়া তাকে বিচাৰ কৰা হওক।

যি কোনো দৰ্শন শাস্ত্ৰই নহওক পদাৰ্থ পৰীক্ষা বা প্ৰমাণ, প্ৰমেয় বিচাৰৰ ক্ষেত্ৰত তাৰ এটা নিজা বিচাৰশৈলী বা বস্তু পৰীক্ষাৰ ধাৰা আছে। যি কোনো দাৰ্শনিক সিদ্ধান্তত উপনীত হবলৈ হলে প্ৰত্যেকটি বিচাৰ ধাৰাৰে কোনো নহয় কোনো অংশৰ উপযোগিতা আছে। কোনো এখন দৰ্শনত পৰিগৃহীত বিচাৰশৈলীক আদৰ কৰিলেও সেই দৰ্শনৰ প্ৰতিষ্ঠাপিত সিদ্ধান্ত নামানিব পাৰে। ভিন্ ভিন দৰ্শনৰ মতানৈক্য হৈছে বিশেষ বিশেষ সিদ্ধান্তক লৈহে; গতিকে সেই বিশেষ সিদ্ধান্ত ক্ষেত্ৰত আন দাৰ্শনিক সম্প্ৰদায়ৰ লোক এজনে আন দাৰ্শনিক সম্প্ৰদায়ৰ লোক এজনৰ লগত কেতিয়াও একমত হব নোৱাৰে। এই কাৰণে আমাৰ দেশৰ বৈষ্ণৱ সম্প্ৰদায়ৰ পৃষ্ঠপোষক দাৰ্শনিক মতবাদটি বাছি উলিয়াবলৈ হলে আমি চাব লাগিব যে কোন দৰ্শনৰ বিশেষ বা নিজস্ব সিদ্ধান্তত তেওঁলোকে গুৰুত্ব দিছে। এইদৰে যদি একোটা দাৰ্শনিক মতবাদৰপৰা দুই তিনিটা সিদ্ধান্ত গ্ৰহণ কৰাটো আমি বুজিব পাৰোঁ তেন্তে তাৰদ্বাৰাই বাকী অনুক্ত অংশতো তেওঁলোকে সেই মতকে অনুসৰণ কৰিছিল বুলি বুজিব পাৰিমহঁক।

*পুৰণি অসমৰ বৈষ্ণৱ দৰ্শন*

পূৰ্বোত্থাপিত প্ৰমাণবিলাকৰদ্বাৰা আমাৰ দেশত নানাবিধ দাৰ্শনিক মত জ্ঞাত আৰু আলোচিত হৈ আছিল বুলি নিৰ্ণয় কৰা হৈছে যেতিয়া, তাৰদ্বাৰা আমাৰ ইয়াত প্ৰচলিত ধৰ্ম সম্প্ৰদায়ৰ ভিতৰতো যে ভিন্ ভিন্ দাৰ্শনিক মতৰ অনুসৰণ কৰা লোক আছিল সেইটো সহজ বোধ্য হৈ পৰিছে। বৈষ্ণৱ সম্প্ৰদায়ৰ ভিতৰতো অবান্তৰভাৱে নানা দাৰ্শনিক মতবাদ গৃহীত আৰু সমৰ্থিত হব পাৰে। আমাৰ দেশত যে কেৱল এটাই দাৰ্শনিক মত চলি আছিল এই কথা কেতিয়াও কল্পনা কৰিব নোৱাৰি। পিছে নানা মত থাকিলেও কোনো এটা মতৰ প্ৰাধান্য বা ধাৰাবাহিকভাৱে অৱস্থান

হয়তো আমাৰ অনুসন্ধানত ধৰা পৰিব পাৰে। সেই উদ্দেশ্যহে এই অনুসন্ধানত প্ৰবৃত্ত হবলৈ মন গ'ল।

কাৰ্য কাৰণৰ তত্ত্ব বিচাৰ কৰি কৰি এতিয়ালৈকে ভাৰতীয় দাৰ্শনিকসকল যিকেইটা সিদ্ধান্তত উপনীত হৈছে গৈ তাক আমি চাৰি ভাগত ভাগ কৰিব পাৰোঁ।-

*ভাৰতীয় দৰ্শনৰ মতবাদ*

(১) আৰম্ভবাদ (২) সংঘাতবাদ (৩) পৰিণামবাদ (৪) বিৱৰ্তবাদ। এই মতবাদ চাৰিটাৰ ভিতৰত অসমৰ বৈষ্ণৱসকলে বিশেষকৈ কোন-টোত হৰিভৰ দিছে সেইটো বুজিবলৈ হলে এই মতবাদৰ চাৰিটাৰ স্বৰূপ বুজাটো আৱশ্যক। গতিকে তাকে যথাসম্ভৱ সংক্ষিপ্তভাৱে বৰ্ণনা কৰা হব।

(১) কাৰণবিলাক যথাৰীতি মিলিত হলে তাৰ পৰক্ষণতে কাৰ্য উৎপন্ন হয়। ইহঁতৰ (কাৰ্য, কাৰণৰ) এটাও মিছা বা অসৎ নহয় উভয়ে সত্য। এয়ে

*আৰম্ভবাদ*

আৰম্ভবাদ সিদ্ধান্ত। প্ৰধানতঃ বৈশেষিক দাৰ্শনিকসকল আৰম্ভবাদী; তেওঁলোকৰ মতে উৎপত্তিৰ পূৰ্বে কাৰ্য অসৎ; কাৰণতকৈ কাৰ্য অত্যন্ত ভিন্ন; পৰমাণু আদি অৱয়ৱৰূপ দ্ৰব্যবিলাক আন অৱয়ৱৰূপ দ্ৰব্য অৰ্থাৎ পৰমাণু আদিৰ লগত মিলিত হলে তাৰপৰা কাৰ্যৰূপ দ্ৰব্যান্তৰ উৎপন্ন হয়। কাৰণৰ গুণৰ পৰা কাৰ্যৰ গুণ উৎপন্ন হয়। কৰ্তাৰ জ্ঞান ইচ্ছা আৰু যত্নৰপৰা দ্ৰব্যক আশ্ৰয় কৰি ক্ৰিয়া অৰ্থাৎ যাৰপৰা দ্ৰব্যৰ সংযোগ-বিভাগ গুণ অৱশ্যে জন্মে এনে স্পন্দৰূপ পদাৰ্থটি জন্মে। সামান্য, বিশেষ আৰু সমাবায় এই তিনিটা পদাৰ্থ নিত্য—ইহঁতৰ জন্ম মৃত্যু নাই। আৰম্ভবাদৰ অধিক পৰিচয় দিয়া ইয়াত সম্ভৱপৰ নহয়। নৈয়ায়িক-সকলেও এই আৰম্ভবাদকে সমৰ্থন কৰে।

প্ৰভাকৰ গুৰুৰ অনুসৰণকাৰী মীমাংসকলেও অলপ ইফাল-সিফাল কৰি এই আৰম্ভবাদ সমৰ্থন কৰে। কুমাৰিল ভট্টপাদৰ অনুসৰণকাৰীসকলেও আৰম্ভবাদ মানিছে; কিন্তু কোনো কোনো ক্ষেত্ৰত তেওঁলোকে বৈশেষিকসকলৰ লগত এক মত নহয়। উৎপত্তিৰ পূৰ্বে যে কাৰ্য সম্পূৰ্ণ অসৎ আৰু কাৰণৰ লগত ইয়াৰ অত্যন্ত ভেদ এই কথা তেওঁলোকৰ অভিমত নহয়। তেওঁলোকৰ মতে উৎপত্তিৰ পূৰ্বে কাৰ্য কাৰণত শক্তিৰূপে সৎ, স্বৰূপতে অসৎ। কাৰণতকৈ কাৰ্য কোনো অংশত ভিন্ন আৰু কোনো অংশত অভিন্নও; আৰু পৰমাণু পৰ্যন্ত সূক্ষ্মলৈ নগৈ তাতকৈ স্থুল ত্ৰসৰেণুকে কাৰ্যদ্ৰব্যৰ চৰম কাৰণ বুলি তেওঁলোকে কয় গতিকে তেওঁলোকৰ দৃষ্টিত বৈশেষিকসন্মত ত্ৰসৰেণুই পৰমাণু শব্দ বাচ্য।

জৈন দাৰ্শনিকসকলো আৰম্ভবাদী। তেওঁলোকে বৈশেষিকসন্মত পৰমাণুকে "পুদ্গল" শব্দৰদ্বাৰা বুজায় আৰু সেই "পুদ্গল" এবিধ বুলি মানে। এওঁলোক

অনেকান্তবাদী গতিকে কাৰ্যকাৰণৰ ঐকান্তিক ভেদ আছে বুলিও নকয় ঐকান্তিক অভেদ আছে বুলিও নকয়।

২। কাৰণৰ সমুদায় অৰ্থাৎ পুঞ্জীভূত হোৱা পাৰ্থিবাদি চতুৰ্বিধ পৰমাণুই কাৰ্যদ্ৰব্য। কাৰণতকৈ কাৰ্যৰ কোনো ভিন্ন সত্তা নাই। কাৰ্য কাৰণতকৈ

*সংঘাতবাদ*

অতিৰিক্তভাৱে সৰ্বদাই অসৎ অৱয়ৱ অৱয়ৱীৰ বা কাৰ্য কাৰণৰ কোনো ভেদ নাই। এয়ে সংঘতবাদ, ইয়াকে পুঞ্জবাদো বোলে। এই সিদ্ধান্ত সৰ্বাস্তিবাদী সৌত্ৰান্তিক আৰু বৈভাষিক বৌদ্ধসকলৰ অভিমত।

৩। কোনো পাৰমাৰ্থিক বস্তুৰ সঁচাকৈয়ে ৰূপান্তৰ প্ৰাপ্তিকে পৰিণাম বোলে

*পৰিণামবাদ*

কাৰণেই অৱস্থান্তৰ প্ৰাপ্তিৰদ্বাৰা কাৰ্যৰূপে পৰিণত হয়। উৎপত্তিৰ পূৰ্বে কাৰণতে অব্যক্তভাৱে কাৰ্য থাকে; পাছত ব্যক্তভাৱ প্ৰাপ্ত হোৱাটোকে কাৰ্যৰ উৎপত্তি বুলি কোৱা হয়।

প্ৰকৃতিকে জগতৰ উপাদান কাৰণ বুলি যিসকলে কয় সেই সাংখ্য, যোগ, পাশুপত, মাধ্ব, নিম্বাৰ্ক, গৌড়ীয় বৈষ্ণৱ আদি চৈতন্য মাত্ৰই জগতৰ উপাদান কাৰণ বুলি মানোতা ভট্টভাস্কৰ পাঞ্চৰাত্ৰ আদি, শুদ্ধাদ্বৈতবাদী বল্লভী সম্প্ৰদায় আৰু জড়বিশিষ্ট চেতনৰ উপাদান-কাৰণতাবাদী শ্ৰীকণ্ঠ, ৰামানুজ, ভাস্কৰৰায় প্ৰভৃতিৰ অৱান্তৰ মতভেদ থাকিলেও এইসকলোৱে পৰিণামবাদ সমৰ্থন কৰে।

৪। কোনো এটা পাৰমাৰ্থিক বস্তুৰ অজ্ঞানৱশতঃ আন অসত্যৰূপে ভান বা প্ৰকাশ হোৱাকে বিৱৰ্ত বোলে। যেনে পাৰমাৰ্থিক জৰিয়ে অজ্ঞানৱশতঃ সাপৰূপে

*বিৱৰ্তবাদ*

প্ৰতিভাত (বিৱৰ্তিত) হয়। গতিকে বিৱৰ্তবাদীসকলৰ মতে সত্য বা পাৰমাৰ্থিক কাৰণত অজ্ঞান (অবিদ্যা) ৱশতঃ নানাবিধ কাৰ্যৰ প্ৰকাশ হয় যদিও সেইবিলাক (কাৰ্য) অসত্য।

এই মত ভগৱচ্ছঙ্কৰাচাৰ্যৰ অনুযায়ীসকলৰ অভিমত। তেওঁলোকৰ মতে পাৰমাৰ্থিক সত্য ব্ৰহ্মই অবিদ্যা বা মায়াৰ সহায়ত বিচিত্ৰ জগৎপ্ৰপঞ্চৰূপে তীয়মান হয়। আচলতে জগতৰ কোনো সত্তা নাই।

নিৰাকাৰ বিজ্ঞানবাদী যোগাচাৰ বৌদ্ধসকল আৰু শূন্যবাদী মাধ্যমিক বৌদ্ধ সকলো বিৱৰ্তবাদী। নিৰাকাৰ বিজ্ঞানবাদীসকলৰ মতে ক্ষণিক নিৰাকাৰ বিজ্ঞানেই অবিদ্যাবাসনাৱশতঃ জ্ঞাতৃ-জ্ঞেয়াদি নানা বিচিত্ৰ আকাৰে জগৎৰূপে প্ৰতীত হয়।

শূন্যবাদীসকলৰ মতে অনিৰূপ্যস্বৰূপ একমাত্ৰ শূন্যই ভ্ৰান্তি বাসনাৰূপ সংবৃতি মহিমাত জগৎপ্ৰপঞ্চৰূপে প্ৰতিভাত হয়।

সাকাৰবিজ্ঞানবাদী যোগাচাৰ বৌদ্ধসকলৰ মত পূৰ্বোক্ত চাৰিটা মতবাদৰ কোনোটোৰে ভিতৰতে নপৰে। তেওঁলোকে জ্ঞাতৃজ্ঞেয়, নীল, পীতাদি বিচিত্ৰ আকাৰবোধক ক্ষণিক বিজ্ঞানৰে স্বৰূপ বুলি কয়। তাক বিজ্ঞানৰ বিকাৰ বা পৰিণাম বুলি স্বীকাৰ নকৰে—গতিকে ই পৰিণামবাদ নহয়; বিজ্ঞানৰ বিচিত্ৰ আকাৰবোধটিক পাৰমাৰ্থিক বা সত্য বুলি স্বীকাৰ কৰে গতিকে বিৱৰ্তবাদৰ ভিতৰতো ই নপৰে।

*সাকাৰ বিজ্ঞানবাদ*

কাশ্মীৰীয় প্ৰত্যভিজ্ঞামতবাদীসকলৰ "আভাসবাদ" ও পূৰ্বোক্ত কোনোটো মতৰ ভিতৰত নপৰে। তেওঁলোকৰ মতে স্বতন্ত্ৰ চিতি বা চৈতন্যই বিশ্বৰ কাৰণ। তেওঁ (চিতি) স্বেচ্ছাই নিজৰ ওপৰত এই জগতখন প্ৰস্ফুটিত কৰি দেখুৱাইছে। কিন্তু সেই বুলি ই অসত্য বা অৱাস্তৱ নহয়।

*আভাসবাদ*

এই দুটি মতবাদ বৰ প্ৰসিদ্ধ নহয়; এই কাৰণে আমি গণনাত পেলোৱা নাই। সাকাৰ বিজ্ঞানবাদ আৰু আভাসবাদক ধৰি মতবাদ ছ'টা হয়।

পূৰ্বোক্ত প্ৰমাণবদ্বাৰা এই সকলো মতেই এই দেশত পুৰণি কালতো জ্ঞাত আৰু চলিত আছিল বুলি বুজা গৈছে যদিও, আৰম্ভবাদ অৰু সংঘাতবাদ যে বৈষ্ণৱসকলে কেতিয়াবা অনুসৰণ কৰিছিল তাৰ কোনো প্ৰমাণো নাই, সম্ভাৱনাও নাই। বাকী থাকিল পৰিণামবাদ আৰু বিৱৰ্তবাদ। "কালিকা পুৰাণ", স্বল্প-মৎস্য পুৰাণ" আৰু "অঙ্গিৰস সংহিতা" এই তিনিখন অসমৰ গ্ৰন্থত যি সৃষ্টি-প্ৰক্ৰিয়া বৰ্ণনা কৰা হৈছে, সেইটো সমস্ত পুৰাণ আৰু কোনো কোনো ধৰ্ম্ম-শাস্ত্ৰতো তেনেকৈয়ে কোৱা আছে। গতিকে আন পুৰাণাদিৰ বাক্যৰ দৰে এইবিলাক বাক্যতো দাৰ্শনিকসকলে টানি-টুনি নিজৰ অভিমত পৰিণামবাদ বা বিৱৰ্তবাদৰ পথত পেলাই দি তাৰ অবিৰোধে বা পোষকৰূপে ব্যাখ্যা কৰিব পাৰে। নিৰপেক্ষভাৱে চালে কিন্তু ইয়াৰ বচনবিলাকৰ তাৎপৰ্য বিৱৰ্তবাদতে সঙ্গত হৈ আছে যেন পাওঁ।

*অসমত বিৱৰ্ত্তবাদ*

কালিকাপুৰাণত সৃষ্টি-প্ৰক্ৰিয়া কৰৱলৈ গৈ কৈছে—সৃষ্টিৰ আদিতে জ্ঞানস্বৰূপ সৰ্বব্যাপক পৰমব্ৰহ্মই আছিল; তেওঁৰ সৃষ্টি কৰিবৰ ইচ্ছা হ'ল। সেই ইচ্ছাৱশতঃ তেওঁৰ প্ৰকৃতি ক্ষুব্ধ অৰ্থাৎ সৃষ্টিৰ উপযোগিনী হৈ সত্ত্ব-ৰজঃ-তমোগুণাত্মিকা হৈ পৰিল। প্ৰকৃতি ব্ৰহ্মতকৈ বেলেগ নহয় গতিকে ইয়াত ক্ষোভকো ব্ৰহ্ম, ক্ষোভ্যও ব্ৰহ্ম, সঙ্কোচ বিকাশৱশতঃ তেওঁৱে

*কালিকা পুৰাণত বিৱৰ্ত্তবাদ*

প্ৰধান ( প্ৰকৃতি ) ৰূপে অৱস্থিত।[১২]

পৰিণামবাদী সাংখ্য-যোগপন্থীসকলৰ মতে প্ৰকৃতিৰ ভিন্ন সত্তা আছে। ইয়াত কিন্তু ভিন্ন সত্তা অস্বীকাৰ কৰা হ'ল। গতিকে সাংখ্য-যোগাভিমত পৰিণামবাদ যে ইয়াত অভিপ্ৰেত নহয় সেইটো বুজা গ'ল।

ইয়াৰ পূৰ্ব অধ্যায়ত প্ৰলয় বৰ্ণনা প্ৰসঙ্গত কোৱা হৈছে—সেই মহাবিষ্ণু পৰম পুৰুষতে সৃষ্টি প্ৰলয়াদি সকলো প্ৰতিভাত হয়[১৩]; প্ৰলয়ত জগৎ পৰমাত্মাতে লীন হয়। ইয়াত পৰিণামবাদ অভিপ্ৰেত হলে 'প্ৰতিভাত' নুবুলি সৃষ্টি বা উৎপন্ন হয় বুলি কলেহেঁতেন। "প্ৰতিভাত" শব্দৰদ্বাৰাই বিৱৰ্তবাদৰ কথা মনলৈ আহে।

সৃষ্টি বৰ্ণনাৰ উপসংহাৰ কৰি কৈছে যে পৰমজ্ঞানময় এক অদ্বৈত শান্ত-শিৱ-অনন্ত-অচ্যুত অব্যক্ত অচিন্ত্যৰূপ আত্মাই সাৰ তেওঁৰ বাহিৰে বাকীবিলাক অসাৰ।[১৪]

ইয়াত এক', 'অদ্বৈত' এই শব্দ দুটাৰ সহযোগত বিৱৰ্তবাদ প্ৰকাশ হৈছে। "নিৰ্বিশেষণ অদ্বৈত" শব্দৰদ্বাৰা বিশেষণ ৰূপ দ্বিতীয় প্ৰকাৰো আত্মাৰ নিষেধ কৰা হৈছে। গতিকে বিশিষ্টাদ্বৈতবাদীসকলৰ অভিমত পৰিণামবাদ যে ইয়াত অভিপ্ৰেত নহয় সেইটো বুজা গ'ল।

আৰু এটা শ্লোকত জগতৰ চৰম কাৰণৰ স্বৰূপ কোৱা হৈছে যে, "তেওঁ নিৰাধাৰ, নিৰাকাৰ, নিঃসত্ত্ব, নিৰৱগ্ৰহ, আনন্দময়, অদ্বৈত, দ্বৈতহীন আৰু অবিশেষণ

---

১২. জ্ঞানস্বৰূপস্য তদা পৰমব্ৰহ্মণো বিভোঃ।
ততোঽস্য প্ৰকৃতিস্তেন সম্যক্সংক্ষোভিতা ভিন্না॥
সংক্ষুব্ধা সৰ্বকাৰ্যাৰ্থমভূৎ সাত্রিগুণাত্মিকা। [ কাঃ পুঃ ২৫।২-৩ ]
স এৱ ক্ষোভকো ব্ৰহ্মন্ ক্ষোভ্যশ্চ পৰমেশ্বৰঃ।
স সঙ্কোচ-ৱিকাশাভ্যাং প্ৰধানত্বেঽপি চ স্থিতঃ॥ [ তথা ২৫।৫ ]

১৩. স ৱিষ্ণুৰূপী পুৰুষঃ পুৰাণস্তস্মিন্ সমস্তঞ্চ ৱিভাতি তদ্বৎ।
ততো ব্ৰহ্মণি লীনেতু পৰমাত্মনি শাশ্বতে॥ [ তথা ২৪।৮১-৮৩ ]

১৪. একং শিৱং শান্তমনন্তমচ্যুতং পৰাৎ পৰং জ্ঞানময়ং ৱিশেষম্।
অদ্বৈতমৱ্যক্তমচিন্ত্যৰূপং সাৰং ত্বেকং নাস্তি সাৰং তদন্যৎ॥
[ তথা ২৮।৪১ ]

জ্ঞানস্বৰূপ, নিৰঞ্জন[১৫] ইত্যাদি। ইয়াত যি কোনো প্ৰকাৰে দ্বৈতভাৱ বাৰণ কৰা হৈছে। গতিকে অগত্যা বিবৰ্তবাদতে এই শ্লোকৰ তাৎপৰ্য মানিব লাগিব।

"স্বল্পমৎস্যপুৰাণ"ৰ মঙ্গলাচৰণ শ্লোকত বিৱৰ্তবাদ স্পষ্টতঃ স্বীকাৰ কৰা হৈছে "যস্মিন্ বিশ্বমিদং বিবেকবিৰহাদ্ ৰজ্জৌ ভুজঙ্গায়িতম্" ৰজ্জুত সৰ্প আৰোপিত হোৱাৰ দৰে য'ত অজ্ঞানৱশতঃ এই বিশ্ব আৰোপিত (অধ্যস্ত) হৈছে। ইয়াৰ তৃতীয় অধ্যায়ত মহদাদিতত্ত্ববোধক প্ৰকৃতিৰ পৰিণাম বুলি বৰ্ণনা কৰা হৈছে যদিও, সেইটো বিবৰ্তবাদৰ বিৰোধী নহয়। জগতখন ব্ৰহ্মৰ বিৱৰ্তৰূপ আৰু মায়াৰ পৰিণাম ৰূপ বুলি শঙ্কৰভগবৎপাদৰ মতানুগামীসকলেও মানে।

*স্বল্প-মৎস্য পুৰাণত*

'অঙ্গিৰস্ সংহিতা'তো মনুসংহিতাত বৰ্ণিতক্ৰমে অব্যক্ত সনাতন পৰম ব্ৰহ্মৰপৰাই তেওঁৰ সিসৃক্ষাৱশতঃ জগৎসৃষ্টি বৰ্ণনা কৰা হৈছে,[১৬] আৰু বেদাধ্যয়ন-নিৰূপণ প্ৰসঙ্গত, এই জগৎ প্ৰপঞ্চ ব্ৰহ্মতকৈ ভিন্ন নহয়,[১৭] 'ব্ৰহ্মজ্ঞানেই মুক্তিৰ কাৰণ, ব্ৰহ্মাৱিপ্ৰাপ্তিয়ে মুক্তি[১৮] বুলি স্পষ্টতঃ কোৱা আছে; উপনিষদত কোৱা মতে ব্ৰহ্মজ্ঞানৰ কাৰণ ওঁকাৰ-উপাসনাদিও ইয়াত বৰ্ণনা কৰা হৈছে।

*অঙ্গিৰস সংহিতাত*

---

১৫ নিৰাধাৰং নিৰাকাৰং নিঃসত্ত্বন্নিৰণগ্ৰহম্।
আনন্দময়মদ্বৈতং দ্বৈতহীনাৱিশেষণম ॥
ন স্থূলং ন চ সূক্ষ্মং যজ্জ্ঞানং নিত্যং নিৰঞ্জনম্।
একমাসীৎ পৰমং ব্ৰহ্ম স্বপ্ৰকাশং সমন্ততঃ ॥
[কাঃ পুঃ ২৪।১২৩-১২৪]

১৬. নাসীদিদং জগৎকৃৎস্নং ব্ৰহ্মব্যোমাদিলক্ষণম্।
কিন্ত্বাসীৎতৎপৰংব্ৰহ্ম যদৱ্যক্তং সনাতনম্ ॥
যত্ৰ লীনং জগৎসৰ্বং কৰ্মবন্ধনিয়ন্ত্ৰিতম্।
তন্নীৰূপং নিৰাকাৰমচিন্ত্যং নিত্যমব্যয়ম্।
প্ৰাণ্যদৃষ্টৱশাত্তস্মাৎ সিসৃক্ষা সমজায়ত। ইত্যাদি

১৭. মনোমুদ্গৰ দণ্ডেন চূৰ্ণিতে ভুৱনত্ৰয়ে।
অচূৰ্ণিতং যদ্বিভাতি তদেৱ পৰমংপদম্ ॥
ব্ৰহ্মভূতানি সৰ্বানি ভুৱনানি চতুৰ্দশ।
ন কিঞ্চিদ্ ব্ৰহ্মণোভিন্নং বিদ্যতেহত্ৰদ্বিজোত্তম ॥

১৮. ওঁকাৰং ৰথমাৰুহ্য বিন্দুং কৃত্বা তু সাৰথিম্।
তাৰদ্ৰথেন গন্তব্যং যাৱৎপথিস্থিতো ৰথঃ ॥
ৰথং পাৰত্যজ্য ততঃ পৰংব্ৰহ্ম সমাশ্ৰয়েৎ।
আত্মানমৰণিং কৃত্বা মনঃ কৃত্বোত্তৰাৰণিম্ ॥

যোগিনীতন্ত্ৰতো অদ্বৈত ব্ৰহ্মজ্ঞান যে মুক্তিৰ কাৰণ এই কথা শব্দতঃ আৰু অৰ্থতঃ প্ৰতিপাদন কৰা হৈছে। এইবিলাক কথা যথাশ্ৰুতভাৱে বিৱৰ্তবাদৰ পক্ষেহে সঙ্গত হয়। বিভিন্ন স্মৃতিনিবন্ধ গ্ৰন্থতো অদ্বৈত ব্ৰহ্মবাদৰ ইঙ্গিত নোহোৱা সহয়; পিছে ব্ৰহ্মপ্ৰতিপাদন সেইবিলাক গ্ৰন্থৰ বিষয় নহয় গতিকে সেই বিষয়ে তাত কোনো যুক্তি প্ৰমাণ উপস্থাপিত কৰা হোৱা নাই।

*যোগিনীতন্ত্ৰত*

খৃঃ ১৫ শ শতকৰ পুৰণি কামৰূপৰ বিখ্যাত পণ্ডিত দামোদৰ মিশ্ৰই শ্ৰীশঙ্কৰাচাৰ্যকৃত "হস্তামলকস্তোত্ৰৰ" টীকা লিখি এই অদ্বৈতবাদ বা বিৱৰ্তবাদ দক্ষতাৰ সহিত প্ৰতিপাদন কৰিছে বুলি বুজা যায়।

*অন্যান্য গ্ৰন্থত*

গতিকে পূৰ্বোপস্থাপিত প্ৰমাণৰ বলতে সেই কালত আমাৰ দেশত বিভিন্ন ধৰ্ম সম্প্ৰদায়ৰ মাজত দাৰ্শনিক ক্ষেত্ৰত বিৱৰ্তবাদেই অধিকভাৱে গৃহীত হৈছিল বুলি নিৰ্ণয় কৰিব পাৰোঁহঁক। বৈষ্ণৱ সম্প্ৰদায়ৰ ভিতৰতো ইয়াৰেই প্ৰতিপত্তি বিশেষকৈ আছিল, কাৰণ উক্ত গ্ৰন্থবিলাকত বিষ্ণুকে জগতৰ কাৰণ পৰমব্ৰহ্ম বুলি উপস্থাপিত কৰা হৈছে।

এই বিৱৰ্তবাদৰ ভিত্তিত প্ৰতিষ্ঠিত হৈ থকা বৈষ্ণৱ-ধৰ্মৰূপ মহাবৃক্ষই পাছত মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ, দামোদৰদেৱ, হৰিদেৱ, মাধৱদেৱ, ভট্টদেৱ আদি পৰম ভাগৱতসকলৰ লালন-পালনৰদ্বাৰা ফলে, পুষ্পে, শাখাই, পল্লৱে সুসজ্জিত হৈ উঠিল আৰু তাৰ ৰূপ, ৰস, সৌৰভ পৰশ সমগ্ৰ দেশবাসীৰ মাজত বিতৰিত হব ধৰিলে। তেতিয়াও যে এই সম্প্ৰদায় বিৱৰ্তবাদৰ বা অদ্বৈতবাদৰপৰা চ্যুত হোৱা নাছিল ইয়াকে পৰৱৰ্তী অধ্যায়ত কোৱা হব।

---

জ্ঞাননিৰ্মথনাভ্যাসাৎ পশ্যেদ্ ব্ৰহ্মাগ্নিকূটৱৎ ॥
ব্ৰহ্মৱৈদেৱ্ৰ্ক্ষাপদা পৰয়া ব্ৰহ্মমাত্ৰয়া।
ৱিনা মোক্ষং ন লভ্যেত জন্ম কোটিশতৈৰপি ॥
ব্ৰহ্মজ্ঞানং যতো ৱিপ্ৰা এতৎব্ৰহ্মসমাশ্ৰয়ম্
ক্ষয়িত্বা সৰ্ব্বকৰ্মাণি পৰব্ৰহ্মণি লীয়তে ॥ ইত্যাদি



# প্ৰমাণ নিৰূপণ আৰু সম্প্ৰদায় জিজ্ঞাসা

*প্ৰমা আৰু প্ৰমাণ*

প্ৰমাণৰদ্বাৰাই প্ৰমেয়ৰসিদ্ধি বা বস্তুনিশ্চয় হয়। গতিকে কি কি প্ৰমাণ অসমীয়া বৈষ্ণৱসকলে মানে আৰু সেইবোৰৰ ভিতৰত তেওঁলোকৰ অভিমত ভাগৱত ধৰ্মত স্বীকৃত বিষয়বোৰৰ নিশ্চয়ৰ বাবে কোন কোন প্ৰমাণত অধিক গুৰুত্ব আৰোপ কৰিছে তাৰে আলোচনা কৰা ভাল হ'ব।

কোনো বিষয়ৰ যথাৰ্থ জ্ঞানকে প্ৰমা বোলে; যি জ্ঞানে যি বস্তুটোক যেনেকুৱাৰূপে প্ৰকাশ কৰে (বুজায়) সেইটো যদি আচলতে সেই বস্তু আৰু তেনেকুৱাই হয়, তাক্তে যথাৰ্থ জ্ঞান বোলা হয়। তাৰ বিপৰীতে—অৰ্থাৎ যি জ্ঞানে আন এটা বস্তুক আন বস্তুৰূপে প্ৰকাশ কৰে তাকে অযথাৰ্থ জ্ঞান বা অপ্ৰমা বোলা হয়।

প্ৰমা বা যথাৰ্থ জ্ঞানৰ কৰণ যিটো হয় অৰ্থাৎ সি যাৰপৰা জন্মে সেয়ে প্ৰমাণ। প্ৰমাণৰ সংখ্যা, স্বৰূপ, লক্ষণৰ বিষয়ে দাৰ্শনিকসকলৰ ভিতৰত নানা মত বা মতান্তৰ আছে। প্ৰমাণৰ সংখ্যা, লক্ষণ আদি বিষয়ে অসমীয়া বৈষ্ণৱসকলৰ কোনো সিদ্ধান্ত লিখিতভাৱে পোৱা নাযায়। গতিকে তেওঁলোক কোন সম্প্ৰদায় ভুক্ত আছিল ইয়াৰ সম্বাদ যদি আমি কিবা উলিয়াব পাৰোঁ তেন্তে এই বিষয়ে সেই সম্প্ৰদায়ৰ স্বীকৃত সিদ্ধান্তই এওঁলোকৰ অভিমত আছিল বুলি ধৰি লব পাৰিম। সেই কাৰণে এওঁলোকে নিজক কোন সম্প্ৰদায়ৰ বুলি ভাবিছিল তাৰে কিবা সূত্ৰ উলিয়াব পাৰি নেকি চোৱা যাওক।

*অসমীয়া বৈষ্ণৱৰ সম্প্ৰদায় জিজ্ঞাসা*

অসমৰ বৈষ্ণৱ সম্প্ৰদায়টি শ্ৰীশঙ্কৰদেৱৰ সময়ৰপৰাই বোধহয় ভাগৱতী সম্প্ৰদায় নামেৰে পৰিচিত হৈ আহিছে। ভগৱান্ বিষ্ণুৰ উপাসক হোৱা বাবে আৰু ভাগৱত শাস্ত্ৰকে সৰ্বশ্ৰেষ্ঠ প্ৰমাণ বুলি মানে গতিকেই এওঁলোক সেই নামেৰে পৰিচিত। কিন্তু এই কথাটো প্ৰায়বিলাক বৈষ্ণৱ সম্প্ৰদায়তে বিশেষকৈ গোড়ীয় বৈষ্ণৱসকলেতো খাটে; গতিকে তাৰপৰা সম্প্ৰদায়টোক বেলেগকৈ বুজাবৰ কাৰণে চৰিত গ্ৰন্থত এটা গুৰু পৰম্পৰা দিয়া হৈছে। যিটো গুৰু পৰম্পৰা দিয়া হৈছে সেইটোত ঐতিহাসিক দৃষ্টিত অসামঞ্জস্য থাকিলেও সেই চৰিতকাৰ আৰু তেওঁৰ সময়ৰ বৈষ্ণৱসকলে যে তেনেকৈ ভাবিছিল

আৰু তেওঁলোকেও যে সেইটো পূৰ্ববৰ্তী গুৰুসকলৰপৰাই জানিছিল তাত কোনো সন্দেহ কৰিবৰ কাৰণ নেদেখোঁ।

"কথাগুৰুচৰিত"ত যি গুৰু সম্প্ৰদায় দিয়া আছে সেইটো এই—"নিৰঞ্জন পুৰুষে অনাদি অনন্তক ভাগৱত জ্ঞান দিলে। তেওঁ কলে কালপুৰীয়া নাৰায়ণক, তেওঁৰপৰা পালে নৰনাৰায়ণে, তেওঁৰপৰা পালে হংসনাৰয়ণে, তেওঁৰপৰা পালে সূৰ্য্যমণ্ডলী নাৰায়ণে, তেওঁৰপৰা পালে শ্ৰীনাৰায়ণে। শ্ৰীনাৰায়ণে একশৰণ ভাগৱত ধৰ্ম্ম ব্ৰহ্মা, বিষ্ণু, ৰুদ্ৰক দিলে, ব্ৰহ্মাই নাৰদক, নাৰদে ব্যাসক, ব্যাসে কলে শুকক, শুকে পৰীক্ষিতৰ সভাত সূতক কলে। সূতৰ শিষ্য মনোহৰাসূত, তেওঁৰ শিষ্য শঙ্কৰাচাৰ্য, তেওঁৰ শিষ্য শ্ৰীধৰস্বামী, তেওঁৰ শিষ্য ভাস্কৰাচাৰ্য, তেওঁৰ শিষ্য নৃসিংহ, তেওঁৰ শিষ্য পৰমানন্দ, তেওঁৰ শিষ্য ৰত্ন ভাৰতী, তেওঁৰ শিষ্য মহাভাৰতী, তেওঁৰ শিষ্য পুৰুষোত্তম ভট্টাচাৰ্য, তেওঁৰ শিষ্য বিষ্ণুপুৰী, বিষ্ণুপুৰীৰ শিষ্য ব্ৰহ্মানন্দ, ব্ৰহ্মান্দৰ শিষ্য জগদীশ মিশ্ৰ; জগদীশে আনি মহাপুৰুষ শ্ৰীশঙ্কৰক দিলে।[১]

"আই কনকলতা চৰিত"তো অলপ ইফাল-সিফালকৈ এই কথাকে কোৱা হৈছে।[২] যিখিনি কথাত উভয়ৰ ঐক্য মত আছে সেইখিনি কথাৰদ্বাৰাই শ্ৰীশঙ্কৰাচৰ্য, শ্ৰীধৰস্বামী,

১. পূৰ্বে আদিনিৰঞ্জন কলে শ্ৰীভাগৱত অনাদি অনন্তত, তাৰা কৈলে কালপুৰীয়া নাৰায়ণত, তান্ত হন্তে পালে নৰনাৰায়ণে, তাৰাত হন্তে পালে হংসনাৰায়ণে, তেওঁ কলে সূৰ্যমণ্ডলি নাৰায়ণত, তেওঁ কলে শ্ৰীনাৰায়ণত, তেওঁ কলে ব্ৰহ্মা, বিষ্ণু, ৰুদ্ৰত, একশৰণকৈ, তেহে ব্ৰহ্মা কলে নাৰদত, তাৰা কলে ব্যাসত, ব্যাসে শুকত, শুকে পৰীক্ষিতত, ৰ'ল সূতত, তানে শিষ্য মনোহৰাসুত, তানে শিষ্য শঙ্কৰাচাৰ্য, তানে শিষ্য শ্ৰীধৰস্বামী, তানে শিষ্য ভাস্কৰ আচাৰ্য, তানে শিষ্য নৃসিংহ পৰ্মানন্দ, তানে শিষ্য ৰত্নভাৰতী, তানে শিষ্য পুৰুষোত্তম ভট্টাচাৰ্য, তানে শিষ্য বিসুংপুৰী, তানে শিষ্য ব্ৰহ্মানন্দ, তানে শিষ্য জগদীশ আনি গুৰুজনক দিছে।

[ কথা গুৰুচৰিত পৃঃ—১৭৩ ]

২. শুনা সৰ্বজনে ভাগৱত পূৰ্ব কথা।
যিমতে ভৈলন্ত ব্যক্ত পৃথিবীত এথা॥
পূৰ্বে আদিনিৰঞ্জনে অনাদিত কৈলা।
অনাদিয়ে অনন্তৰ আগত কহিলা॥
অনন্তে কহিলা কালপুৰ নাৰায়ণে
কালপুৰীয়ে কৈলা হংসনাৰায়ণে॥
হংসনাৰায়ণে সূৰ্যনাৰায়ণত কৈলা।
সূৰ্যনাৰায়ণে শ্ৰীনাৰায়ণক দিলা॥
শ্ৰীনাৰায়ণে ব্ৰহ্মা বিষ্ণু মহেশত।
ব্ৰহ্মাদেৱে কহিলন্ত নাৰদ আগত॥
নাৰদে ব্যাসত ব্যাসে শুকত কহিলা।
শুক দৱে পৰীক্ষিত সভাত কহিলা॥

ভাস্কৰাচাৰ্য, বিষ্ণুপুৰী এই সম্প্ৰদায়ৰ গুৰু পৰম্পৰাৰ ভিতৰত পৰি গৈছে। গতিকে এই চাৰিজন আচৰ্যৰ কথাক যে আমাৰ বৈষ্ণৱ সম্প্ৰদায়ে প্ৰামাণ্য জ্ঞান কৰিছিল তাক আমি মানি লব পাৰোঁহক।

"ভক্তিৰত্নাকৰ"ত যে "ভুজঙ্গপ্ৰয়াতে পৰমহংসভট্টাচাৰ্যেণোক্তম্" বুলি উল্লেখ আছে ইয়াত পৰমহংস ভট্টাচাৰ্য বুলি শঙ্কৰাচাৰ্যৰে উল্লেখ কৰা হৈছে বুলি প্ৰাচীন-সকলে ভাবিছিল।[৩] শঙ্কৰাচাৰ্যৰ বাক্যত প্ৰামাণ্যবোধ নাথাকিলে তাক প্ৰমাণৰূপে উদ্ধৃত নকৰিলেহেঁতেন। শ্ৰীশঙ্কৰাচাৰ্যৰ বাক্যত এওঁলোকৰ প্ৰামাণ্য-বোধ থকাৰ উদাহৰণৰূপে আমি ইয়াক গ্ৰহণ কৰিব পাৰোঁ।

*অসমৰ বৈষ্ণৱ সম্প্ৰদায়ত শ্ৰীশঙ্কৰাচাৰ্য*

দ্বিতীয়তঃ ভট্টদেৱৰ প্ৰণীত বুলি কথিত শ্ৰীধৰস্বামিকৃত "ভাগৱত-ভাৱাৰ্থ দীপিকা"ৰ সংক্ষিপ্ত টীকা এটা পোৱা গৈছে—তাত 'আত্মা' আৰু 'ঈশ্বৰ'ৰ স্বৰূপ কথন প্ৰসঙ্গত, অন্যান্য দাৰ্শনিকৰ মত কৈ সমশেষত উপনিষদসকলৰ মত বুলি শ্ৰীশঙ্কৰ-ভগৱৎপাদৰ মততে হৰিভৰ দিয়া হৈছে।

---

উগ্ৰশ্ৰৱাসূতে তাক শুনি আছিলন্ত।
তেহো পাছে মনোহৰ সূতত কহিলন্ত॥
তেহে কহিলন্ত পাছে শঙ্কৰাচাৰ্যত।
শঙ্কৰাচাৰ্য কহিলন্ত শ্ৰীধৰস্বামীত॥
শ্ৰীধৰস্বামীয়ে কৈলা ভাস্কৰাচাৰ্যত।
ভাস্কৰাচাৰ্যে কৈলা নৃসিংহ আগত॥
নৃসিংহে কহিলা পাছে পৰমানন্দত।
ৰত্নভাৰতীত তেহো মহাভাৰতীত॥
মহাভাৰতীয়ে পুৰুষোত্তমত থৈলন্ত।
পুৰুষোত্তমে বিষ্ণুপুৰীত কৈলন্ত॥
তানে শিষ্য ব্ৰহ্মানন্দ ভট্টাচাৰ্য নাম।
তানে শিষ্য জগদীশ মিশ্ৰ যাৰ নাম॥
তেহে ভাগৱত শ্ৰীশঙ্কৰক দিলা।
এহিমতে ভাগৱত এৰাজ্যে আসিলা॥

[ আইকনকলতা চৰিত পৃঃ—৫৪-৫৫ ]

৩. শঙ্কৰ আচাৰ্য মত ভুজঙ্গ প্ৰয়াত।
কহিলোহো সাধুসৱ শুনিও সাক্ষাত॥

[ ভঃ ৰঃ পঃ ৬৮২ ]

শ্ৰীধৰস্বামিপাদৰ বাক্যত শ্ৰীশঙ্কৰ আদি অসমৰ সকলো বৈষ্ণৱ গুৰুৱে ভাগৱতৰ বাক্যৰ সমানে প্ৰামাণ্য জ্ঞান আৰু শ্ৰদ্ধা কৰিছিল। বেদস্তুতিত শ্ৰীশঙ্কৰদেৱে মূল ভাগৱতৰ শ্লোকৰ পৰিৱৰ্তে স্বামিপাদৰ ৰচিত শ্লোকৰহে পদভাঙনি কৰিছে। "ভক্তিৰত্নাকৰ"ৰ অনেক ঠাইত শ্ৰীধৰস্বামিপাদৰ ৰচিত শ্লোককে প্ৰমাণৰূপে উদ্ধৃত কৰিছে, টীকাত শ্ৰীধৰস্বামিৰ ব্যাখ্যাকে প্ৰায় তুলি দিয়া হৈছে।

*শ্ৰীধৰস্বামী*

আচাৰ্য ভট্টদেৱেও স্বকৃত গ্ৰন্থবোৰত শ্ৰীধৰস্বামীৰ উক্তিত এনেকুৱা গুৰুত্ব দান কৰা দেখা যায়।

বিষ্ণুপুৰীৰ ওপৰতো তেওঁলোকৰ সাম্প্ৰদায়িক আত্মীয়তা-জ্ঞান আছিল; অসমীয়া বৈষ্ণৱসকলৰ ভিতৰত তেৰাৰ ৰচিত "ভক্তিৰত্নাৱলী"ৰ প্ৰভাৱ আৰু "ভক্তিৰত্নাকৰ"ত "কান্তিমালা" ব্যাখ্যাৰ সমাদৰ আদিয়ে সেই বিষয়ত প্ৰমাণ।

*বিষ্ণুপুৰী*

শ্ৰীশঙ্কৰৰ বিষ্ণুপুৰী সম্প্ৰদায়-ভুক্তি বিষয়ে যি দুই এটা প্ৰমাণ আমাৰ দৃষ্টি-গোচৰ হৈছে তাকে ইয়াত উপস্থাপিত কৰাটো অপ্ৰাসঙ্গিক নহব। শ্ৰীশঙ্কৰৰ সম্প্ৰদায়ৰ লোকসকলৰ ভিতৰত তেৰাৰ গুৰু থকাৰ কোনো প্ৰসিদ্ধি বা আখ্যান জীৱিত নাই। বৰঞ্চ ভগৱান্ শ্ৰীকৃষ্ণৰ বাহিৰে তেৰাৰ আন কেনো গুৰু বা প্ৰাথমিক ধৰ্মোপদেষ্টা পুৰুষ নাছিল বুলিয়ে কথা এটা এই সম্প্ৰদায়ৰ ভিতৰত চলি আছে বুলি শুনা যায়। গুৰুক ভগৱদ্রূপ বুলি মানিব লাগে, গুৰুৰ গুৰু স্বীকাৰ কৰিলে তেওঁক কাৰোবাতকৈ অপকৃষ্ট (সৰু) বুলি স্বীকাৰ কৰা হয় গতিকে ভগৱদ্‌ৰূপতা ক্ষুণ্ণ হয়। এই কাৰণেও হয়তো এই বিশ্বাসৰ উৎপত্তি হব পাৰে, গতিকে এই বিষয়ে নিৰ্ভৰযোগ্য আন প্ৰমাণ বা যুক্তি পায় নেকি বিচাৰ কৰা আৱশ্যক।

*শ্ৰীশঙ্কৰৰ গুৰু জিজ্ঞাসা*

"ভক্তিৰত্নাকৰ" শ্ৰীশঙ্কৰৰ অতি প্ৰামাণিক গ্ৰন্থ। তাত বিষ্ণুভক্ত হবলৈ হলে গুৰুত শৰণ লোৱাটো বিধেয়, এই কথা প্ৰমাণ সহকাৰে কোৱা হৈছে।[৪]

*গুৰু-সেৱা*

নিজৰ প্ৰদত্ত বিধি নিজে লঙ্ঘন কৰাৰ দৃষ্টান্ত নাই। শ্ৰীশঙ্কৰে কেনো এজনক গুৰু মানি শৰণ লোৱা বুলি প্ৰমাণিত হলেও শ্ৰীভগৱানৰ বাহিৰে যে তেৰাৰ আন

---

৪. "তস্মাদ্ গুৰুং প্ৰপদ্যেত জিজ্ঞাসুঃ শ্ৰেয় উত্তমম্ ॥

[ ভঃ ৰঃ সং—১৪ ]

কোনো গুৰু নাছিল আধ্যাত্মিক বা তাত্ত্বিক দৃষ্টিত এই কথাৰ কোনো অসঙ্গতি নাহে ; যাকে গুৰু বোলা হ'ক সেয়ে শিষ্যৰ বা তদনুগামীসকলৰ দৃষ্টিত ভগৱান ; ভগৱানতকৈ তেওঁৰ অতিৰিক্ত সত্তা নাই।

"নিমিনৱসিদ্ধসম্বাদ"তো গুৰু মনাৰ আৱশ্যকতা স্বীকাৰ কৰা হৈছে।[৫] অনাদি পাতন, ৰুক্মিণীহৰণ, হৰিশ্চন্দ্ৰ-উপাখ্যান আৰু ৰামায়ণৰ উত্তৰাকাণ্ডত শ্ৰীশঙ্কৰে শ্ৰীকৃষ্ণৰ চৰণ চিন্তাৰ পাছতে গুৰু চৰণ চিন্তাও কৰিছে।[৬] তেৰাই কাকো গুৰু নমনা হ'লে এই কথাৰ সঙ্গতি নাথাকে।

আন এটা কথা এই যে অসমীয়া বৈষ্ণৱৰ দৃষ্টিত যিটোক সৎসঙ্গ-সাধুসঙ্গ বা বৈষ্ণৱত শৰণ বোলা হয় সেইটো অতি আৱশ্যকীয় আৰু গুৰু ভজনতকৈ কোনোগুণে কম নহয়। বিষ্ণু-বৈষ্ণৱৰ অভেদ, ইপিনে গুৰু বিষ্ণুৰ অভেদ, ফলতঃ গুৰু বৈষ্ণৱ বা সন্ত একে হৈ পৰে। শ্ৰীশঙ্কৰে যেতিয়া প্ৰথমে আনবিলাকক একশৰণ ধৰ্মৰ উপদেশ দিয়ে তেতিয়া চাৰি বস্তুৰ ভিতৰত নাম, দেৱ, ভকত এই তিনিটা বস্তুৰহে প্ৰকাশ আছিল বুলি চৰিত পুথিত কথিত আছে। গুৰু বেলেগ বস্তুৰূপে তেতিয়া স্বীকৃত হোৱা নাছিল ; পাছত মহাপুৰুষ মাধৱদেৱেহে গুৰুক বেলেগ বস্তুৰূপে প্ৰকাশ কৰে।[৭] গতিকে ধৰ্মোপদেশ দিয়া অৱস্থাত তেওঁতে সম্ভৱতঃ ভকত বা সন্তৰূপেহে আনক সঙ্গদানপূৰ্বক উপদেশ দিছিল। ব্ৰাহ্মণসকলেও তেওঁৰ সঙ্গ গ্ৰহণ কৰিছিল সন্ত বা বৈষ্ণৱ বুলিয়ে। নহ'লে যদি

*সৎসঙ্গ আৰু গুৰু ভজনৰ আৱশ্যকতা*

---

৫. "উপদেশদাতা যিটো গুৰু থাকে তাঙ্কে হৰি বুলি মানে॥"
[ নিঃ নঃ—৫৭ ]

৬. কৃষ্ণ-পদ পঙ্কজক ধৰি হৃদয়ত।
গুৰুৰ চৰণ মনে কৰি শিৰোগত॥ [ অঃ পাঃ—৫ ]

কৃষ্ণ-পদ পঙ্কজ যুগল মনে ধৰি ;
গুৰুৰ চৰণ মন শিৰোগত কৰি॥ [ ৰুঃ হঃ—৪ ]

কৃষ্ণ-পাদ-পদ্মযুগ হৃদয়ত ধৰি।
গুৰুৰ চৰণ মনে শিৰোগত কৰি॥ [ হঃ উঃ—২ ]

ৰাম-পাদ-পদ্ম হৃদয়ত ধৰি।
গুৰুৰ চৰণ মনে নমস্কাৰ কৰি॥ [ ৰাঃ উঃ কাঃ৫ ]

৭. ভাগৱতৰ সৎসঙ্গ, সহস্ৰনামৰ নাম, গীতাৰ এক শৰণ এই তিনিটি বস্তু ব্যক্ত কৈলে। সিটি গুপ্তে ৰাখিছিল ; ছোট আতা পাই বেলগুৰিত প্ৰচাৰিলে।
[ কথা গুৰুচৰিত পৃঃ -৩৪ ]

তেৰাই গুৰু হিচাপেই আনক শৰণ দিছিল বুলি ধৰা যায় তেন্তে তেওঁয়া যে তিনি বস্তুৰহে প্ৰকাশ আছিল এই কথা অসঙ্গত হৈ পৰে।

ৰত্নাকৰত গুৰু-সেৱা মাহাত্ম্য আৰু সংসঙ্গ মাহাত্ম্য বেলেগকৈ নিৰূপণ কৰা হৈছে যদিও গুৰু সন্তৰূপে এজনকে লৈ তেওঁৰ শৰণ ললেও গুৰু-সেৱা আৰু সাধুসঙ্গ উভয়ে সিদ্ধ হোৱাত কোনো বাধা নাই। সেই প্ৰাথমিক সঙ্গদাতাকে গুৰু মানি সেৱা কৰাতো কোনো বাধা নঘটে। সেই কালৰ যিটো সংসঙ্গ বা সন্তত শৰণ আছিল তাৰ বাহিৰে গুৰুত শৰণ বেলেগভাৱে কৰ্তব্য বুলি শ্ৰীশঙ্কৰে হয়তো বিবেচনা কৰা নাছিল। সেই সন্তজনাৰপৰাই ধৰ্মবিষয়ক সকলো উপদেশ পোৱাটো সম্ভৱপৰ।

প্ৰথমতে যাৰপৰা ভাগৱত ধৰ্মৰ জ্ঞান তেৰাসকলে গ্ৰহণ কৰিছিল, সেইজনাই যে গুৰুৰূপে পূজিত বা সেৱিত হৈছিল তাত কোনো সন্দেহৰ কাৰণ নাই। পাছত গৈ মহাপুৰুষসকলে ভগৱান্‌, ভক্ত, ভক্তি আৰু গুৰুৰ পৰস্পৰ ভেদজ্ঞান পৰিহাৰ কৰি এই সকলোকে অভিন্ন জ্ঞান কৰিছিল; প্ৰথম ধৰ্মোপদেষ্টা গুৰুকো ভগৱদ্‌-ভক্তসকলৰ ভিতৰতে দেখিছিল অৰ্থাৎ গুৰুৰ অতিৰিক্ত সত্তাটি ভগৱদ্‌-ভক্তৰ সত্তাৰ লগত একীভূত হৈ মিলি গৈছিল। সেয়েহে, শ্ৰীশঙ্কৰক, তেৰাৰ গুৰু কোন বুলি সুধিলত—ভক্তসকলেই তেখেতৰ গুৰু বুলি—উত্তৰ দিছিল। এই কথা চৰিত্ৰ গ্ৰন্থত কোৱা আছে। গুৰু দামোদৰদেৱেও সেইদৰে ভগৱদ্‌ ভক্তসকলতকৈ যে তেখেতৰ গুৰু এজন বেলেগ আছিল তেনে কথা স্বীকাৰ কৰা নাছিল। ভক্তি, ভক্ত আৰু ভগৱান্‌ যে অভিন্ন তত্ত্ব এই কথাহে প্ৰচাৰ কৰিছিল। এইদৰে তেওঁলোকৰ প্ৰথম ধৰ্মোপদেষ্টা বা গুৰু থকা সত্ত্বেও গুৰু বিষয়ক ভেদ জ্ঞানটি নোহোৱাৰ ফলত সেই সম্প্ৰদায়ৰ মাজত এই জ্ঞান ক্ৰমে বিলুপ্ত হৈ গ'ল। সেই কাৰণেই পৰৱৰ্তী গুৰুচৰিতকাৰ-সকলৰ ভিতৰত এই বিষয়ে নানা জল্পনা-কল্পনা বা মতভেদ ঘটিবলৈ পালে। নহলে সম্প্ৰদায়িক গুৰুজনাৰ নামটি এইদৰে বিলুপ্ত বা বিস্মৃত হৈ যোৱাৰ আন কোনো কাৰণ নিৰ্ণয় কৰিব নোৱাৰি।

সম্ভৱতঃ শ্ৰীশঙ্কৰে সংসঙ্গ বা প্ৰাথমিক সন্তত শৰণ ব্যতিৰেকে বেলেগ গুৰুত শৰণ লোৱা'ও নাছিল আৰু আনকো নিজে গুৰুৰূপে শৰণ নিদি সন্তৰূপে থাকি সঙ্গ দানপূৰ্বক শ্ৰীকৃষ্ণত শৰণ বা উপদেশহে দিছিল। এই উপদেশ গ্ৰহণ বা সংসঙ্গ স্বীকাৰকে শৰণ বোলা হৈছিল।

> কিৰাতহূণান্ধ্ৰপুলিন্দপুক্কসা
> আভীৰশুহ্মা যৱনাঃ খশাদয়ঃ।
> যেঽন্যে চ পাপা যদুপাশ্ৰয়াশ্ৰয়াঃ
> শুদ্ধ্যন্তি তস্মৈ প্ৰভৱিষ্ণৱে নমঃ॥ [ভাঃ—২'৪'১৮]

আশ্ৰয় আৰু শৰণ একাৰ্থক শব্দ হোৱা সত্ত্বেও শ্ৰীশঙ্কৰে ইয়াত আশ্ৰয় শব্দৰ অৰ্থ সঙ্গ বুলি গ্ৰহণ কৰিছে যেনে—

"কিৰাত কছাৰি খাসি গাৰো মিৰি
যৱন কঙ্ক গোৱাল।
অসম মুলুক ৰজক তুৰক
কুবাচ মেচ চণ্ডাল॥
আনো যত নৰ কৃষ্ণ সেৱকৰ
সঙ্গত পবিত্ৰ হয়।
ভকতি কৰিয়া সংসাৰ তৰিয়া
বৈকুণ্ঠে সুখে চলয়॥ [দশম—]

ইয়াত কৃষ্ণ-সেৱকৰ শৰণ নুবুলি সঙ্গ বোলা হৈছে ; তাৰদ্বাৰা সঙ্গৰ আৱশ্যকতা আৰু গুৰুত্ব প্ৰকাশ কৰা হৈছে। এইদৰে প্ৰাথমিক সঙ্গদাতাজনেই গুৰু আৰু শৰণ বা সঙ্গ লওতাজন শিষ্যৰূপে বিবেচিত হৈছিল। কিন্তু পাছত যাৰ শৰণ, আশ্ৰয় বা সঙ্গত থাকি ভগৱন্নাম-গুণাদিৰ শ্ৰৱণ-কীৰ্তন কৰা হৈছিল, ভাগৱত ধৰ্মৰ উপদেশ গ্ৰহণ কৰা হৈছিল, তেওঁক গুৰু নুবুলি সঙ্গীহে বোলা হৈছিল। আত্মা-বোধক আতা সম্বোধন তেওঁতো ব্যৱহৃত হব পাৰিছিল। কাৰণ এই সঙ্গীয়ো গুৰুবৎ মান্যৰূপে বিবেচিত হৈছিল।

কোনো কোনো লোকৰ এই সঙ্গদাতা সন্তৰ বাহিৰেও প্ৰাথমিক উপদেষ্টা ভক্তি-জ্ঞানপ্ৰদ গুৰু বেলেগ আছিল। গুৰু দামোদৰদেৱৰ প্ৰাথমিক জ্ঞান-ভক্তিপ্ৰদ

*গুৰু দামোদৰ-দেৱৰ গুৰু আৰু সঙ্গী*

গুৰু আছিল উৰেষাৰ বাসুদেৱ সন্ন্যাসী, সঙ্গদাতা সন্ত আছিল মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ। "শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিত্ৰৰ"পৰা এই কথা বুজা যায়।[৮] সকলো গুৰুচৰিতৰ ভিতৰত এইখন গ্ৰন্থ অধিক পক্ষপাতশূন্য যেন লাগে, গতিকে ইয়াৰ প্ৰদত্ত সম্বাদ বেছি নিৰ্ভৰযোগ্য বুলি ভাবোঁ।

---

৮. ওৰেষা দেশৰ বাসুদেৱ বিপ্ৰৱেশ।
তাহান্ত লভিছো জ্ঞান ভক্তি উপদেশ॥
গোমথা আতাত পাছে পুছিলোঁ পূৰ্বত।
পৰম অঞ্জসা পথ ভাগৱত মত॥
শ্ৰীমন্ত শঙ্কৰে পাছে কহিলা সাদৰি।
শ্ৰৱণ-কীৰ্তন মাত্ৰ জানা নিষ্ট কৰি॥
[ শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিত্ৰ পৃঃ ১৫৫-৫৬ ]
হেন শুনি বুলিলন্ত দামোদৰ গুৰু।
সাক্ষাতে তোমাৰা ভকতৰ কল্পতৰু॥

দৈত্যাৰি ঠাকুৰৰ ৰচিত গুৰুচৰিততো এই কথাৰে ইঙ্গিত পোৱা যায়।

বাসুদেৱতীৰ্থ নামৰ সন্ন্যাসী এজনৰ প্ৰণীত হৰিহৰৰ ভক্তি বিষয়ক "দ্বৈতভক্তি-সুধোদয়" নামৰ আউল লগা, খণ্ডিত সংস্কৃত হাতে-লেখা পুথি এখন পোৱা গৈছে। এই বাসুদেৱতীৰ্থ উক্ত ওৰেষাৰ বাসুদেৱ হয় নেকি? সেইটো অনুসন্ধান কৰা উচিত।

কাৰো কাৰো আকৌ ভাগৱত ধৰ্মৰ প্ৰাথমিক উপদেষ্টা আৰু সঙ্গদাতা সন্ত এজনেই আছিল; গতিকে তেওঁৰ বাহিৰে আন গুৰু নাছিল তেওঁৱে (প্ৰাথমিক ধৰ্মোপদেষ্টা জনে) গুৰু আৰু সঙ্গী উভয়ৰূপে গৃহীত আৰু সেৱিত হৈছিল; যেনে মহাপুৰুষ মাধৱদেৱ; তেৰাৰ শ্ৰীশঙ্কৰৰ বাহিৰে আন কোনো প্ৰাথমিক উপদেষ্টা গুৰু থকাৰ প্ৰমাণ পোৱা নাযায়।

*শ্ৰীমাধৱদেৱৰ গুৰু আৰু সঙ্গী একেজন*

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰো যে প্ৰাথমিক ধৰ্মোপদেষ্টা এজন আছিল সেইটো অস্বীকাৰ কৰাৰ কোনো যুক্তি নাই। গুৰু বা প্ৰাথমিক ধৰ্মোপদেষ্টাৰ অস্তিত্ব স্বীকাৰৰদ্বাৰা তেৰাৰ মহাপুৰুষত্বৰ প্ৰতি কোনো অমৰ্যাদা দেখুৱা নহয়।

তিনি বস্তুৰ আৱশ্যকতা থকাটো যেতিয়া সৰ্ববাদিসন্মত ভাৱে স্বীকৃত হোৱা দেখা গৈছে, এই ত্ৰিশৰণ গ্ৰহণ শ্ৰীশঙ্কৰদেৱেও অৱশ্যে কৰিছিল বুলি বুজা যায়। নহলে নিজৰদ্বাৰাই নিজৰ কথাৰ প্ৰামাণ্য ভঙ্গ হব লগাত পৰে। কোন সন্তক তেৰাই প্ৰাথমিক সঙ্গীৰূপে বা ধৰ্মোপদেষ্টাৰূপে গ্ৰহণ কৰিছিল এতিয়া তাকে অনুসন্ধান কৰা য'ক।

*শ্ৰীশঙ্কৰৰ বিষ্ণু পুৰী সম্প্ৰদায়-ভুক্তি*

আগেয়ে কোৱা হৈছে যে ভাগৱতী সম্প্ৰদায়ৰ গুৰু শিষ্য পৰম্পৰাত শ্ৰীশঙ্কৰাচাৰ্য শ্ৰীধৰস্বামী আৰু বিষ্ণুপুৰীৰ নাম আছে। গতিকে যি ভগৱদ্-ভক্তিৰ পথ এওঁ-লোকৰদ্বাৰা প্ৰৱৰ্তিত বা অনুসৃত হৈছিল সেই পথেই অসমীয়া বৈষ্ণৱসকলৰদ্বাৰা সমৰ্থিত আৰু অনুসৃত হৈছিল বুলি বুজা যায়।

শ্ৰীশঙ্কৰদেৱে জগদীশ মিশ্ৰৰপৰাই ভাগৱত পাইছিল বুলি কথিত আছে। অথচ তাৰ আগৰপৰাই আমাৰ ইয়াত ভাগৱতৰ প্ৰচলন আছিল বুলি আমি আগেয়ে প্ৰতিপাদন কৰিছোঁহ'ক। গতিকে বোধহয় শ্ৰীধৰস্বামীৰ টীকাৰ সহিত ভাগৱতগ্ৰন্থ শ্ৰীশঙ্কৰে জগদীশ মিশ্ৰৰপৰা পাইছিল। কোনো কোনো গ্ৰন্থমতে জগদীশ মিশ্ৰই

---

কত ভাগ্যে পাইলোঁ আমি তোমাঠৈৰ সঙ্গ।
উচ্ছুক মনক মোৰ নকৰিয়ো ভঙ্গ॥
তোমাঠৈত বিনে আন গুৰুনামানিবো।
তোমাঠৈৰ সঙ্গে কৃষ্ণ কথাকে শুনিবো॥
[ শ্ৰীশ্ৰীশঙ্কৰদেৱ-মাধৱদেৱ চৰিত ৪৭।১৬-১৭ ]

অকল ভাগৱতেই নহয়, সাত্বতন্ত্ৰ, বিষ্ণু-সহস্ৰনাম আৰু গীতা অৰ্থাৎ অসমীয়া বৈষ্ণৱৰ সমাদৃত গোটেই কেইখন বিশেষ গ্ৰন্থকে শ্ৰীশঙ্কৰক শুনাইছিল।[১]

ভাগৱতৰ টীকা ভাৱাৰ্থদীপিকাৰ যোগত শ্ৰীধৰস্বামী, আৰু শ্ৰীধৰস্বামীৰ যোগত শ্ৰীশঙ্কৰাচাৰ্য এই সম্প্ৰদায়ৰ ভিতৰত সোমাই যোৱাটো সম্ভৱ। "কথা গুৰুচৰিত"ত আৰু "আই কনকলতা চৰিত"ত যি ভাগৱত সম্প্ৰদায়ৰ কথা কোৱা হৈছে তাত গুৰু পৰম্পৰা ভাৱেই তাক উপস্থাপিত কৰা হৈছে। সেই হিচাপে ধৰিলে জগদীশ মিশ্ৰই শ্ৰীশঙ্কৰৰ প্ৰথম ভাগৱত-ধৰ্মৰ উপদেষ্টা বা গুৰু হৈ পৰে। কিন্তু জগদীশ মিশ্ৰ আৰু শ্ৰীশঙ্কৰে পৰস্পৰে গুৰু-শিষ্যভাৱে ব্যৱহাৰ কৰাৰ কোনো ইঙ্গিত চৰিত পুথিত নাই ; গতিকে তেওঁক শ্ৰীশঙ্কৰৰ প্ৰাথমিক উপদেষ্টা বুলি গ্ৰহণ কৰা উচিত নহব।

চৰিত পুথিবোৰত শ্ৰীশঙ্কৰৰ ভাগৱতপ্ৰাপ্তি আৰু ৰত্নাৱলীপ্ৰাপ্তি প্ৰসঙ্গত যিবিলাক কথাৰ বৰ্ণনা আছে— তাৰ অলৌকিক অংশ বাদ দি আলোচনা কৰিলে বিষ্ণুপুৰীৰ লগতহে শ্ৰীশঙ্কৰৰ বিশেষ ঘনিষ্ঠ সম্বন্ধ আছিল বুলি বুজা যায়।

ভাগৱত শাস্ত্ৰপ্ৰাপ্তি প্ৰসঙ্গত কোৱা হৈছে—"জগদীশ মিশ্ৰই প্ৰথমতে শ্ৰীক্ষেত্ৰৰ ভগৱান্ পুৰুষোত্তমক ভাগৱত শুনাবলৈ গৈছিল, পাছত তেওঁৰ স্বপ্নাদেশ পাইহে কামৰূপৰ বৰদোৱালৈ আহি শ্ৰীশঙ্কৰক ভাগৱত শুনালে।" জগদীশ মিশ্ৰ ব্ৰহ্মানন্দ সৰস্বতীৰ শিষ্য ( অসমীয়া বৈষ্ণৱসকলৰ মতে ) বিষ্ণুপুৰী স্বামীৰ প্ৰশিষ্য। তেওঁৰ নিজৰ লগত, গুৰুৰ লগত বা গুৰুৰ গুৰুৰ লগত শ্ৰীশঙ্কৰৰ কোনো পৰিচয় নাথাকিলে ইমানদূৰ বাটকুৰি বাই কেৱল নিজৰ ধৰ্মাৰ্থে শ্ৰীশঙ্কৰক ভাগৱত শুনাবলৈ আহিছিল বুলি ধৰিলে অলৌকিকতাৰ ওপৰত অধিক নিৰ্ভৰ কৰা হয়। সম্ভৱতঃ বিষ্ণুপুৰী বা ব্ৰহ্মানন্দৰ আদেশ মতেই, জগদীশ মিশ্ৰই শ্ৰীশঙ্কৰক ভাগৱত শুনাবলৈ আহিছিল আৰু গুৰুৰ বা গুৰুৰ গুৰুৰ আদেশকে জগন্নাথ মহাপ্ৰভুৰ আদেশ বুলি গ্ৰহণ কৰিছিল। গুৰুক বিষ্ণুৰূপেহে তেওঁবিলাকে জানে ; সেই সময়ত বিষ্ণুপুৰী স্বামী বা ব্ৰহ্মানন্দ হয়তো জগন্নাথ ক্ষেত্ৰতে আছিল। ইপিনে জগন্নাথ ক্ষেত্ৰতে শ্ৰীশঙ্কৰে প্ৰথম জ্ঞানভক্তিৰ উপদেশ পাইছিল বুলি কথিত আছে। মাধৱদেৱৰ নাতি

---

১. জগদীশ ইতিখ্যাতো জগন্নাথ-প্ৰচোদিতঃ।
আনীত্বা (?) শ্ৰীভাগৱতং সাত্বতং তন্ত্ৰমুত্তমম্ ॥
সৰামৰামং তত্ৰেত্য শঙ্কৰং শ্ৰাৱয়িষ্যতি।
বিষ্ণোৰ্নাম্নাং সহস্ৰং চ গীতাশাস্ত্ৰং তথৈৱচ ॥
[শ্ৰীশ্ৰীশঙ্কৰদেৱ ধৃত "আচাৰ্য্য সংহিতা" ]

অনিৰুদ্ধই পঞ্চম স্কন্ধ ভাগৱতত এই কথা স্পষ্টকৈ কৈছে।[১০] গতিকে শ্ৰীশঙ্কৰৰ প্ৰথমবাৰ তীৰ্থযাত্ৰাৰ সময়তে বিষ্ণুপুৰী আৰু ব্ৰহ্মানন্দৰ লগত সাক্ষাৎ পৰিচয় ঘটিছিল ; আৰু সেই সময়ৰ ভিতৰতে জগন্নাথ ক্ষেত্ৰত যেনেকৈয়ে হ'ক তেৰা বিষ্ণুপুৰী সম্প্ৰদায়-ভুক্ত হৈ পৰিছিল বুলি অনুমান কৰিব পাৰি। ১৪০৩ শকত শ্ৰীশঙ্কৰে প্ৰথম তীৰ্থযাত্ৰা কৰে আৰু বাৰ বছৰ পাছতহে ঘূৰি আহে ; সেই সময়ত বিষ্ণুপুৰী স্বামী জীৱিত আছিল।[১১]

বিষ্ণুপুৰীয়ে দেহাৱসানৰ সময়ত "ৰত্নাৱলী" গ্ৰন্থখন শ্ৰীশঙ্কৰক দিবৰ কাৰণে ব্ৰহ্মানন্দক আদেশ দি গৈছিল। ইয়াৰদ্বাৰা শ্ৰীশঙ্কৰ যে বিষ্ণুপুৰীৰ অতি প্ৰিয় আছিল আৰু তেওঁৰ সম্প্ৰদায়-ভুক্ত আছিল এই বোধ দৃঢ় হৈ পৰে।

কণ্ঠভূষণ বিপ্ৰই যেতিয়া "ৰত্নাৱলী" গ্ৰন্থ আনি দিলে[১২] তেতিয়া গ্ৰন্থ পঢ়ি চোৱাৰ পূৰ্বেই সেই গ্ৰন্থৰ প্ৰতি অতিশয় শ্ৰদ্ধা ভক্তি প্ৰদৰ্শন কৰি গুৰুৱে মাধৱদেৱক গ্ৰন্থখন খুলি পঢ়ি চাবলৈ কলে ; কিন্তু অতি অনুগত শিষ্য মাধৱদেৱে পুথিখন খুলি চাবলৈ অস্বীকাৰ কৰিলে এই বুলি যে, ই সন্ন্যাসীৰ পুথি তাত কি আছে ঠিক নাই। মহাপুৰুষ মাধৱদেৱৰ আপত্তিৰ অভিপ্ৰায় এই যে বিষ্ণুপুৰী সন্ন্যাসী, গতিকে তেৰাৰ ৰচিত গ্ৰন্থত ভক্তিবাদৰ প্ৰাধান্য নাথাকি জ্ঞানবাদৰ

---

১০. ই দেশত পূৰ্বে হেন নাছিল ভকতি।
নানা হিংসা কৰি লোক যায় অধোগতি ॥
পাছে দৈৱগতি আসি কৃষ্ণৰ কৃপাত।
নামত শঙ্কৰদেৱ জন্মিলা সাক্ষাত ॥
অল্প বয়সতে জগন্নাথক্ষেত্ৰ গৈলা।
বহুদিন হৰিৰ সে চৰণ সেৱিলা ॥
তথাতে পাইলন্ত জ্ঞান ভকতি বিশেষ।
আজ্ঞা পায়া পাছে আসিলন্ত নিজ দেশ ॥
[ অনিৰুদ্ধ—৫ম স্কঃ পদ—৪৩০৪ ]

১১. T. N. Sarma, "Madhavdeva and his works", in "*Aspects of Early Assamese Literatvre.*"
Gauhati University ]

১২. ৰামচৰণ ঠাকুৰ কৃত গুৰুচৰিত মতে ব্ৰহ্মানন্দই 'ৰত্নাৱলী' গ্ৰন্থখন শ্ৰীশঙ্কৰলৈ পঠাই দিয়ে। ভূষণ দ্বিজৰ মতেও ব্ৰহ্মানন্দই ভক্তিৰ চিনৰূপে এই গ্ৰন্থ মহাপুৰুষলৈ পঠায়। দ্বিজ ৰামানন্দৰ মতে কামৰূপ দেশত প্ৰচাৰৰ অৰ্থে বিষ্ণুপুৰী সম্প্ৰদায়ৰ শিষ্য ৰামভট্ট পণ্ডিতে পুথিখন শঙ্কৰদেৱলৈ পঠাই দিয়ে। দৈত্যাৰি ঠাকুৰৰ মতে কণ্ঠভূষণে কাশীৰপৰা গ্ৰন্থখন কিনি আনে।

প্ৰাধান্য থকাটোৱে সম্ভৱ ; এই কাৰণে ই ভক্তিপথৰ সহায়ক নহৈ বিৰোধীও হব পাৰে। কিন্তু শ্ৰীশঙ্কৰৰ মনত এই সন্দেহৰ উদয় হোৱা নাছিল। গ্ৰন্থ খুলি নোচোৱাৰ দ্বিতীয় কাৰণ, মাধৱদেৱে দেখুৱাইছে এই যে, "পতিব্ৰতা স্ত্ৰীয়ে স্বামীৰহে সেৱা কৰে, অৱশেষ গ্ৰহণ কৰে, পৰ পুৰুষৰ ছায়াতো ভৰি নিদিয়ে"।[১৩] ইয়াৰ অভিপ্ৰায় এই—"মই তোমাৰ হে একান্ত শিষ্য পতিব্ৰতা স্ত্ৰীৰ পক্ষে পৰপুৰুষৰ যেনেকুৱা বিষ্ণুপুৰী মোৰ পক্ষে তেনেকুৱা এই গ্ৰন্থ মই গ্ৰহণ কৰা মানে তেওঁৰ অৱশেষ গ্ৰহণ কৰাৰ তুল্য বা পৰপুৰুষসেৱাৰ তুল্য।" মাধৱদেৱৰ এই আপত্তিত গুৰুৱে মৌনভাৱে সন্মতি দি নিজে পুথিখন হাতত লৈ সেৱা কৰি দিলত মাধৱদেৱে তাক খুলি পঢ়িলে। এই বৰ্ণনাৰপৰা বুজা যায় যে বিষ্ণুপুৰী মাধৱদেৱৰ পক্ষেহে পৰপুৰুষৰ তুল্য আছিল, শ্ৰীশঙ্কৰৰ পক্ষে পৰপুৰুষ নহয়, পতিব্ৰতাৰ পক্ষে স্বামীৰ তুল্য। পুথিখন সম্পূৰ্ণ চাই মাধৱদেৱে একশৰণো ইয়াত আছে বুলি কোৱাত গুৰুৱে প্ৰেমসিক্ত আৰু ভক্তিত অধীৰ হৈ "বিষ্ণুপুৰী মোৰ সঙ্গী" বুলি প্ৰকাশ কৰিলে।[১৪] ইয়াৰদ্বাৰা বিষ্ণুপুৰীয়ে শ্ৰীশঙ্কৰৰ প্ৰথম সঙ্গদাতা সন্ত বা ভাগৱত ধৰ্মৰ উপদেষ্টা গুৰু বুলি বুজিব পৰা যায়। ব্ৰহ্মানন্দই কণ্ঠভূষণৰ হাতত ৰত্নাৱলী দি পঠোৱাৰ সময়ত শঙ্কৰৰ উদ্দেশ্যে সেৱা জনাই সন্দেশ (শুভ সম্বাদ) দিছে। তাত এক গুৰুৰ শিষ্যসকলৰ ভিতৰত থকা পৰস্পৰৰ প্ৰীতিভাৱ প্ৰকাশ হৈছে।

জগদীশ মিশ্ৰই ভাগৱত শুনোৱাৰপৰা আৰু "কথা গুৰুচৰিত" তথা 'আই কনকলতা চৰিত'"ত বৰ্ণিত গুৰু পৰম্পৰাৰপৰা শ্ৰীশঙ্কৰ যে বিষ্ণুপুৰী সম্প্ৰদায় ভুক্ত আছিল তাক বুজা গৈছে। 'ৰত্নাৱলী' গ্ৰন্থপ্ৰাপ্তি প্ৰসঙ্গত বৰ্ণিত মাধৱদেৱৰ প্ৰতিব্ৰতা-দৃষ্টান্তৰপৰা আৰু শ্ৰীশঙ্কৰে বিষ্ণুপুৰীক তেৰাৰ সঙ্গী বুলি উল্লেখ কৰাৰপৰা আমি উক্ত সিদ্ধান্তত উপনীত হব পাৰিছোঁ। মহাপুৰুষীয়া সম্প্ৰদায়ৰ চাৰি পুথিৰ ভিতৰত অন্যতমৰূপে "ভক্তিৰত্নাৱলীকো" গ্ৰহণ কৰাৰপৰা আৰু "ভক্তিৰত্নাকৰ"ৰ অনেক

*শ্ৰীশঙ্কৰৰ বিষ্ণুপুৰী সম্প্ৰদায় ভুক্তি বিষয়ে প্ৰমাণ সংগ্ৰহ*

---

১৩. কথা গুৰুচৰিত পৃঃ—১৭৪-১৭৫ দ্ৰষ্টব্য।

১৪. বোলে বিষ্ণুপুৰী মোৰ সঙ্গী,
আগে পোৱা হলে শ্ৰমকৈ ৰত্নাকৰ নকৰো এ...... ।
[ কঃ গুঃ পৃঃ—১৭৫ ]

কিনো মহাদিব্য গ্ৰন্থ মানিয়া মনত।
উঠিলন্ত গ্ৰন্থখান ধৰিয়া শিৰত ॥

ভাগৱতশ্লোকৰ ঠাইত বিষ্ণুপুৰীকৃত "কান্তিমালা" ব্যাখ্যা অবিকলভাৱে গ্ৰহণ কৰাৰ পৰা[১৫] আমাৰ উক্ত সিদ্ধান্ত দৃঢ়তৰ হৈছে।

"নামঘোষা"ৰ আৰম্ভতে মহাপুৰুষ মাধৱদেৱে সৰ্বপ্ৰথমে বিষ্ণুপুৰীৰ আৰু দ্বিতীয়তে শ্ৰীশঙ্কৰৰ ৰচিত শ্লোকৰ অনুবাদ কৰিছে[১৬] পাছত হে শাস্ত্ৰান্তৰৰ শ্লোকৰ

---

নাচন্ত হৰিষে অতি মনে মহাৰঙ্গ।
বোলন্ত জানিবা বিষ্ণুপুৰী মোৰ সঙ্গ॥

[ দৈত্যাৰি ঠাকুৰৰ শ্ৰীশ্ৰীশঙ্কৰদেৱ-
মাধৱদেৱৰ চৰিত — ১৭৪ পৃঃ ]

১৫. "ভক্তিৰত্নাকৰ" ৰচিত হোৱাৰ পাছত হে "ভক্তিৰত্নাৱলী" শ্ৰীশঙ্কৰৰ হাতত পৰিছিল বুলি চৰিত পুথিত কথিত আছে। বোধ হয় "ভক্তিৰত্নাৱলী" পোৱাৰ পাছত তাৰপৰা দুই এটা কথা আনি "ভক্তিৰত্নাকৰত" পুনঃ সংযোজিত কৰি দিয়া হৈছিল। "ভক্তিৰত্নাকৰ"ৰ যিবিলাক কথা "ভক্তিৰত্নাৱলী"ৰ "কান্তিমালা"ৰ সংগত অবিকলভাৱে মিলে সেই অংশ শ্ৰীশঙ্কৰৰ পাছত আন কোনোবাৰদ্বাৰা প্ৰক্ষিপ্ত হৈছিল বুলি বুজিব নোৱাৰি ; কাৰণ ৰামচৰণ ঠাকুৰৰ "পদভক্তিৰত্নাকৰ"তো সেই কথা গৃহীত আৰু অনুসন্ধিৎসুসকলেমূল "ভক্তিৰত্নাৱলী"ৰ ৭ম মাহাত্ম্যৰ ১৭ শ্লোকৰ টীকা "ভক্তিৰত্নাকৰ"ৰ ৫ম বিৰচনৰ ৩১ শ্লোকৰ "কান্তিমালা" ভাগৱতৰ ৬।৩।২৫ শ্লোকৰ "ভাৱাৰ্থদীপিকা" আৰু "পদভক্তিৰত্নাকৰ"ৰ ১১শ মাহাত্ম্যৰ ৩৯-৪৫ পদ ( শ্ৰীৰাজমোহন নাথৰ সংস্কৰণ ) মিলাই চাব।

১৬. যে মুক্তাৱপি নিস্পৃহাঃ প্ৰতিপদপ্ৰোন্মীলদানন্দদাং
যামাস্থায় সমস্তমস্তকমণিং কুৰ্বন্তি যং স্বে বশে।
তান্ ভক্তানপি তাঞ্চ ভক্তিমপি তং ভক্তপ্ৰিয়ং শ্ৰীহৰিং
ৱন্দে সন্ততমৰ্থয়েঽনুদিৱসং নিত্যং শৰণ্যং ভজে॥

[ ভক্তিৰত্নাকৰ — কান্তিমালা টীকা ]

যন্নামধেয়েন ভৱাব্ধিমধ্বা তৰ্যা সমুত্তীৰ্য নৰঃ পৰং পদম্।
প্ৰাপ্নোতি পাতক্যপি তং সনাতনং সদাং সদানন্দমুপাস্মহে হৃদি॥

[ ভক্তিৰত্নাকৰ—১।১ ]

মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো,
ৰসময় মাগোহো ভকতি।
সমস্তমস্তকমণি, নিজ ভকতৰ বশ্য,
ভজো হেন দেৱ যদুপতি॥
যাৰ ৰাম কৃষ্ণ নামে, ভৱ সিন্ধু তৰি,
পাৱে পৰম্পদ পাপী যত।
সদানন্দ সনাতন হেনয় কৃষ্ণক সদা,
উপাসা কৰোহোঁ হৃদয়ত॥

[ নামঘোষা—১ ]

অনুবাদ কৰিছে। গতিকে তেৰাই ইয়াত বিষ্ণুপুৰী স্বামীক অধিক সন্মান দিয়া দেখা গৈছে, ইয়াৰদ্বাৰাও আমাৰ উক্ত সিদ্ধান্ত সমৰ্থিত হয়।

"কথাগুৰুচৰিত"ত কোৱা হৈছে যে, নাম, দেৱ আৰু ভকত এই তিনি বস্তুহে শ্ৰীশঙ্কৰদেৱে প্ৰকাশ কৰিছিল; চতুৰ্থটি অৰ্থাৎ গুৰুক গুপ্ত কৰি ৰাখিছিল, পাছত মাধৱদেৱেহে সেইটো জানি প্ৰকাশ কৰিলে। ইয়াৰদ্বাৰা শ্ৰীশঙ্কৰৰ গুপ্তভাৱে কোনো এজন গুৰু আছিল বুলি বুজা যায়, কিন্তু সেইজন প্ৰথম সঙ্গদাতা সন্তুতকৈ অতিৰিক্ত নহবও পাৰে। ইয়াৰদ্বাৰা শ্ৰীধৰস্বামী আৰু বিষ্ণুপুৰীৰ অনুসৃত পথ বা সম্প্ৰদায় যে শ্ৰীশঙ্কৰৰ পথ বা সম্প্ৰদায় আছিল সেই কথা নিসন্দেহে কব পাৰি।

*শ্ৰীশঙ্কৰ আৰু দামোদৰদেৱৰ সম্প্ৰদায় একে*

গুৰু দামোদৰদেৱৰ সম্প্ৰদায় ইয়াতকৈ বেলেগ নহয়। তেৰাৰ প্ৰথম ধৰ্মোপদেষ্টা বা গুৰু বাসুদেৱ সন্ন্যাসীও বোধহয় এই সম্প্ৰদায়ৰে ভক্ত সন্ন্যাসী আছিল, সেই কাৰণেই "বাসুদেৱ আৰু শঙ্কৰৰ একে পথ" বুলি কথিত আছে।[১৭] গতিকে অসমৰ বৈষ্ণৱ বা ভাগৱতী সম্প্ৰদায়ত শ্ৰীধৰস্বামী আৰু বিষ্ণুপুৰীস্বামী সাম্প্ৰদায়িক গুৰুৰূপে গৃহীত হৈছিল বুলি নিৰ্ণয় কৰিব পৰা যায়।

শ্ৰীধৰস্বামী আৰু বিষ্ণুপুৰীস্বামী অসমীয়া বৈষ্ণৱ সম্প্ৰদায়ৰ গুৰুপৰম্পৰাৰ ভিতৰত গৃহীত হৈছিল বুলি অনুমান কৰাৰ হেতু বা প্ৰমাণ ওপৰত বৰ্ণিত কথাৰদ্বাৰাই প্ৰতিপন্ন কৰা হৈছে। তেওঁলোকক অসমীয়া গুৰু সম্প্ৰদায়ৰ অন্তৰ্ভুক্ত বুলি স্বীকাৰ নকৰিলে কি ক্ষতি হয় অৰ্থাৎ তেওঁলোকক অসমীয়া বৈষ্ণৱ সম্প্ৰদায়ৰ বহিৰ্ভূত লোক বুলি স্বীকাৰ কৰাত দুৰ্লঙ্ঘ্য বাধা কি আছে, সেই বিপক্ষবাধক প্ৰমাণ এই প্ৰসঙ্গত উপস্থাপিত কৰাটো উচিত হব।

"ভক্তিৰত্নাকৰ" নামৰ সংস্কৃত গ্ৰন্থখন যে শ্ৰীমন্তশঙ্কৰদেৱৰ ৰচিত সেইটো সৰ্ববাদিসন্মত কথা। তাৰ বেছিভাগ শ্লোকেই ভাগৱত পুৰাণৰপৰা উদ্ধৃত কৰা হৈছে। এই উদ্ধৃত শ্লোকৰ ব্যাখ্যাৰ ক্ষেত্ৰতো শ্ৰীধৰস্বামীৰ ভাগৱত ভাৱাৰ্থদীপিকা

---

১৭. পৰম পণ্ডিত তেহে শাস্ত্ৰত তৎপৰ।
একমাত্ৰ পথ বাসুদেৱ শঙ্কৰৰ ॥
[ শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিত্ৰ – ১৫০ ]
মাধৱদাসৰে মোৰে নাহি কিছু ভেদ।
আমাৰো সিদ্ধান্তে মাধৱৰো পৰিচ্ছেদ ॥
আনো আনো কথা যিবা মাধৱে বোলয়।
তাতো মোৰ ভাল অনুমতিসে হৱয় ॥
[ তথা – ২২১ ]

টীকা আৰু কোনো কোনো শ্লোকৰ ব্যাখ্যাত বিষ্ণুপুৰীস্বামীৰ "ভক্তিৰত্নাৱলী"ৰ "কান্তিমালা" অবিকল ভাৱে উদ্ধৃত কৰা হৈছে। অথচ সেইকথা যে শ্ৰীধৰস্বামীৰ বা বিষ্ণুপুৰীৰ গ্ৰন্থৰপৰা লোৱা হৈছে সেইটো গ্ৰন্থকাৰে ক'তো উল্লেখ কৰা নাই। স্বসম্প্ৰদায়ৰ গুৰু পৰম্পৰাত অন্তৰ্ভুক্ত লোকৰ বাহিৰে আনলোকৰ উক্তিক নিজৰ বুলি প্ৰতিপন্ন কৰা বা আনৰ কৃতিত্বক নিজৰ বুলি প্ৰচাৰ কৰাটো যে শিষ্টাচাৰ বহিৰ্ভূত আৰু নিন্দিত সেইটো সৰ্বজনস্বীকৃত কথা।

সেইবোৰ উক্তি পাছত কোনোবাই "ভক্তিৰত্নাকৰ"ৰ ভিতৰত প্ৰক্ষিপ্ত কৰিছে বুলিও ভাবিব নোৱাৰি, কাৰণ তেতিয়া হ'লে সেইশ্লোকৰ উদ্ধৃতিবো পূৰ্বাপৰ সঙ্গতি আৰু প্ৰয়োজন নাইকিয়া হৈ পৰে। ইপিনে দেখা যায় ৰামচৰণ ঠাকুৰৰ কৃত পদ "ভক্তিৰত্নাকৰ"তো সেইবিলাক উক্তিক শ্ৰীশঙ্কৰদেৱৰ উক্তি বুলি ধৰিয়ে অসমীয়া ভাষাত অনুবাদ কৰা হৈছে।

এনে অৱস্থাত শ্ৰীশঙ্কৰদেৱৰ প্ৰতি শ্ৰদ্ধাশীল বা সহানুভূতিসম্পন্ন যি কোনো বিবেচক লোকৰ পক্ষই এনে এটা সমিধান বা যুক্তি বিচাৰি উলিওৱাটো একান্ত আৱশ্যক যাতে শ্ৰীশঙ্কৰদেৱে শিষ্টাচাৰ বহিৰ্ভূত কাম কৰিছিল বুলি প্ৰতিপন্ন নহয় অথচ তেওঁৰাই যে স্বৰচিত "ভক্তিৰত্নাকৰ"ত শ্ৰীধৰস্বামী আৰু বিষ্ণুপুৰীৰ উক্তি, তেওঁলোকৰ নামোল্লেখ নকৰাকৈ নিজৰ বুলি উদ্ধৃত কৰিছে, এই প্ৰত্যক্ষদৃষ্ট কথাটোৰো সঙ্গতি বা উপপত্তি হয়।

পিতৃপুৰুষৰপৰা উত্তৰাধিকাৰ সূত্ৰে প্ৰাপ্ত সম্পত্তিত পুত্ৰ-পৌত্ৰাদিৰ অধিকাৰ (স্বত্ব) ওপজাৰ দৰে গুৰু পৰম্পৰাক্ৰমে উপলব্ধ জ্ঞানসম্পদত শিষ্য-প্ৰশিষ্যৰ অধিকাৰ বা স্বামিত্ব ওপজে। সেইকাৰণেই পিতা-পুত্ৰাদিক্ৰমে বৰ্দ্ধিত বংশক "যৌনবংশ" আৰু গুৰুশিষ্যাদিক্ৰমে বিস্তৃত বংশক (সম্প্ৰদায়ক) "বিদ্যাবংশ" বোলা হয়। পিতৃ পিতামহৰপৰা পোৱা ধন-সম্পত্তিক পৰৱৰ্তী পুত্ৰপৌত্ৰাদিয়ে যি দৰে নিজৰ বুলি যথেচ্ছা ব্যৱহাৰ আৰু লোকত প্ৰচাৰ কৰে অথচ কোন পিতৃৰপৰা বা পিতামহৰপৰা সেই সম্পত্তি পোৱা হৈছিল তাৰ উল্লেখৰ কোনো আৱশ্যকতা বোধ নকৰে সেইদৰে গুৰু পৰম্পৰাক্ৰমে প্ৰাপ্ত বিদ্যা বা জ্ঞান'ক পৰৱৰ্তী সেই সম্প্ৰদায়ভুক্ত শিষ্য-প্ৰশিষ্যাই নিজৰ বুলি যথেচ্ছাভাৱে ব্যৱহাৰ আৰু লোকত প্ৰচাৰ কৰিব পাৰে, তাত কাৰপৰা সেই বিদ্যা বা জ্ঞান পোৱা হৈছিল সেইকথা সদৰি কৰি কোৱাৰ কোনো আৱশ্যকতা বোধ নকৰে। কিন্তু আনৰ সম্পত্তি আনে ব্যৱহাৰ কৰিলে তাৰ স্বীকৃতি প্ৰকাশ একান্ত আৱশ্যক নহলে সেইলোক বিশ্বাসঘাতক বা কৃতঘ্ন বুলি প্ৰতিপন্ন হয়। সেইদৰে জ্ঞানবিদ্যাৰ ক্ষেত্ৰতো নিজৰ সম্প্ৰদায়বহিৰ্ভূত লোকৰ

জ্ঞানবিদ্যা বা কথাৰ ব্যৱহাৰ কৰিলে তাৰ স্বীকৃতি প্ৰকাশ একান্ত কৰ্তব্য, নহলে সেইকাম অপৰাধৰূপে পৰিগণিত হয়।

এইটো ভাৰতৰ সকলো শিষ্টসম্প্ৰদায়ৰ ভিতৰতে পৰিগৃহীত, প্ৰচলিত আৰু জনজাত নিয়ম। এই নিয়ম শ্ৰীমন্তশঙ্কৰদেৱৰ অজ্ঞাত আছিল বুলি ধৰি লোৱাৰ একো কাৰণ নাই। এই নিয়ম অনুসৰিয়ে নিজৰ গুৰুপৰম্পৰাৰ অন্তৰ্ভুক্ত হোৱা হেতুকে শ্ৰীধৰস্বামী আৰু বিষ্ণুপুৰীৰ উক্তিবোৰ শ্ৰীশঙ্কৰদেৱে তেওঁলোকৰ নামোল্লেখ নকৰাকৈ নিজৰ গ্ৰন্থৰ ভিতৰত সন্নিবিষ্ট কৰিছিল বুলি অনুমান কৰিব লগাত পৰিছে ; নহলে সেইকথাৰ সঙ্গতি বা উপপত্তিৰ আন কোনো প্ৰকাৰৰ পথ আমি বিচাৰি পোৱা নাই। যদি এইকথাৰ সন্তোষজনকভাৱে উপপত্তি বা সঙ্গতিৰ অন্য কিবা প্ৰকাৰৰ পথ বা যুক্তি আন কোনোৱাই দেখুৱায় তেন্তে তদনুসৰি আমাৰ এই নিৰ্ণয়ৰো পৰিৱৰ্তন সাধিত হব পাৰে। "ভক্তিবিবেক" গ্ৰন্থত ভট্টদেৱেও তেনেকৈ বহু ঠাইত নামোল্লেখ নকৰাকৈ শ্ৰীধৰস্বামীৰ উক্তি উদ্ধৃত কৰিছে। তাতো আন একো সমাধানৰ পথ বিচাৰি উলিয়াব পৰা নাই হেতুকে অসমীয়া বৈষ্ণৱ গুৰুসম্প্ৰদায়ৰ ভিতৰত শ্ৰীধৰস্বামী আৰু বিষ্ণুপুৰীৰ অন্তৰ্ভুক্তি মানি লৈ সেই কথাৰ সঙ্গতি আৰু উপপত্তি সাধন কৰাটো সমুচিত বুলি ভবা হৈছে।

*অসমীয়া বৈষ্ণৱৰ অভিমত প্ৰমাণত্ৰয়*

এয়ে হলে অসমৰ ভাগৱতী সম্প্ৰদায়ৰ পক্ষে "ভাগৱত"ৰ কথাই সৰ্বোপৰি গ্ৰাহ্য ; তাৰ ব্যাখ্যাত সন্দেহ হলে প্ৰথম শ্ৰীশঙ্কৰ, গুৰু দামোদৰ, হৰিদেৱ, মাধৱদেৱ, ভট্টদেৱ আদি অসমীয়া বৈষ্ণৱৰ কথা, তাৰ পাছত বিষ্ণু-পুৰীৰ কথা, তাৰ পাছত শ্ৰীধৰস্বামীৰ কথা আৰু যি বিষয়ত শ্ৰীধৰস্বামীৰো স্পষ্ট উক্তি নাই সেই বিষয়ত শ্ৰীশঙ্কৰাচাৰ্যৰ কথাকে প্ৰমাণৰূপে গ্ৰহণ কৰাটো উচিত হব। কাৰণ ব্যাখ্যা বিষয়ত পৰৱৰ্তী আচাৰ্যৰ কথাৰ গুৰুত্ব অধিক।

ভাগৱতৰ একাদশ স্কন্ধত "শ্ৰুতি (বেদ), প্ৰত্যক্ষ, অনুমান আৰু ঐতিহ্য (মহাজন প্ৰসিদ্ধি) এই চাৰিটা প্ৰমাণৰ উল্লেখ আছে।[১৮] "ভক্তিৰত্নাকৰত" শ্ৰীশঙ্কৰে এই শ্লোক উদ্ধৃত কৰিছে।

কণাদ মুনিৰ বাহিৰে বেদমনা সম্প্ৰদায় মাত্ৰেই প্ৰথমোক্ত প্ৰমাণ তিনিবিধ মানে। ঐতিহ্যক বেলেগ প্ৰমাণৰূপে পৌৰাণিকৰ বাহিৰে কোনোৱে স্বীকাৰ নকৰে।

---

১৮. শ্ৰুতিঃ প্ৰত্যক্ষমৈতিহ্যমনুমানং চতুষ্টয়ম্।
প্ৰমাণস্যানৱস্থানাদ্ বিকল্পাৎ স বিৰজ্যতে ॥
[ ভঃ ৰঃ ধৃত ভাঃ—১১।১৯।১৭ ]

অসমীয়া বৈষ্ণৱসকলৰ প্ৰমাণ সম্বন্ধে কোনো স্পষ্ট কথা পোৱা নাযায়; বিষ্ণুপুৰীস্বামীৰ লেখাতো এই বিষয়ে একো ইঙ্গিত পোৱা নগ'ল। শ্ৰীশঙ্কৰাচাৰ্য-সম্প্ৰদায়-ভুক্ত হোৱাৰ কাৰণে শ্ৰীধৰস্বামীক ষট্ প্ৰমাণবাদী বুলি ধৰা হয়। কিন্তু আমি সিমান দূৰ নগৈ এই বিষয়ে ভাগৱতৰ শ্লোকত উল্লিখিত আৰু শ্ৰীশঙ্কৰৰদ্বাৰা সমৰ্থিত প্ৰত্যক্ষ, অনুমান আৰু শব্দ এই প্ৰমাণত্ৰয়কে আমাৰ বৈষ্ণৱসকলৰ অভিমত বুলি ধৰি ললোঁ।

ইন্দ্ৰিয়ৰ লগত বিষয়ৰ সন্নিকৰ্ষ বা সম্বন্ধ ঘটিলে যি জ্ঞান জন্মে তাৰ নাম প্ৰত্যক্ষ। মনো ইন্দ্ৰিয়; গতিকে যোগীসকলে ধ্যান কৰি যে ভূত, ভৱিষ্যৎ, বৰ্ত্তমান আদি সমস্ত বুজিব পাৰে সেই জ্ঞানত যোগজ সন্নিকৰ্ষ অৰ্থাৎ যোগ প্ৰভাৱত হোৱা মনৰ লগত বিষয়ৰ অলৌকিক সম্বন্ধই কাৰণ হয়; গতিকে সিও প্ৰত্যক্ষ জ্ঞানেই। যোগীসকলৰ যে এনে জ্ঞান হব পাৰে সেইটো অসমীয়া বৈষ্ণৱসকলে স্বীকাৰ কৰে।

*প্ৰত্যক্ষ*

যি বস্তুৰ লগত যিটো বস্তুৰ স্বাভাৱিক সম্বন্ধ আছে অৰ্থাৎ যিটো থাকিলে যিটো বস্তু অৱশ্যে থাকে তেনে বস্তু দুটাৰ প্ৰথমটি থকা বুলি কিবা উপায়ে জানিব পাৰিলে দ্বিতীয়টিও অৱশ্যে আছে বুলি যি জ্ঞানৰদ্বাৰা বুজা যায় তাৰ নাম অনুমান। অনুমান মানে আন্দাজ নহয়!

*অনুমান*

শ্ৰুতি বা আপ্তবাক্যই হ'ল শব্দ প্ৰমাণ। আপ্ত মানে ভ্ৰম, প্ৰমাদ, বিপ্ৰলিপ্সা (পৰক বঞ্চনা কৰাৰ ইচ্ছা) আৰু কৰণাপাটৱ অৰ্থাৎ ইন্দ্ৰিয়ৰ বিষয় গ্ৰহণৰ অযোগ্যতা যাৰ নাই তেনে লোকক বুজায়।

*শব্দ*

যি প্ৰত্যক্ষৰ ওপৰত আমাৰ নিৰ্ভৰ সেই প্ৰাকৃত ইন্দ্ৰিয়জ প্ৰত্যক্ষ ইমান সংকীৰ্ণ আৰু দোষদুষ্ট যে তাৰদ্বাৰা অলৌকিক চিন্ময় পদাৰ্থ ঈশ্বৰ বা পাৰলৌকিক স্বৰূপ-ঘটিত ধৰ্ম পদাৰ্থৰ উপলব্ধি হোৱা সম্ভৱপৰ নহয়। ইন্দ্ৰিয়-বিলাকে প্ৰাকৃত স্থূল আৰু জড় পদাৰ্থকে সম্পূৰ্ণভাৱে (নিঃসন্দিগ্ধ-ৰূপে) প্ৰকাশ কৰিব নোৱাৰে, কেতিয়াবা কেতিয়াবা বস্তুৰ বিপৰীতৰূপ হে প্ৰকাশ কৰা দেখা যায়; গতিকে অলৌকিক বিষয়ত প্ৰাকৃত প্ৰত্যক্ষৰ ওপৰত নিৰ্ভৰ কৰিব নোৱাৰি।

*অলৌকিক বিষয়ত প্ৰত্যক্ষ আৰু অনুমানৰ অসামৰ্থ্য*

অনুমানত ব্যাপ্যৰূপ সম্বন্ধী বস্তুটোক প্ৰমাণান্তৰৰদ্বাৰা জানি আনটো (ব্যাপক-ৰূপ) সম্বন্ধীক বুজিব লাগে, গতিকে ইও ফলতঃ প্ৰত্যক্ষমূলক; প্ৰত্যক্ষৰ য'ত মুঠেই প্ৰসাৰ নাই তেনেকুৱা অলৌকিক ঈশ্বৰস্বৰূপ আদিৰ জ্ঞানৰ কাৰণে অনুমানো নিৰ্ভৰযোগ্য প্ৰমাণ নহয়।

*বেদৰ প্ৰামাণ্য*

শ্ৰুতি বা বেদ ঈশ্বৰৰ বাণী, তাত ভ্ৰম, প্ৰমাদ আদি কোনো দোষ থকাৰ সম্ভাৱনা নাই আৰু ইয়াৰদ্বাৰা ভূত, ভৱিষ্যৎ, বৰ্তমান, সূক্ষ্ম, ব্যৱহিত, অতি সন্নিকৃষ্ট, অতি দূৰস্থ আদি সকলো বিষয়ৰে জ্ঞান হব পাৰে ; গতিকে বেদেই অদৃষ্ট ধৰ্ম আদি বিষয়ত শ্ৰেষ্ঠ প্ৰমাণ।[১৯] জননীৰ দৰে বেদে মানুহক হিতোপদেশ দিয়ে।[২০] বেদে যিটো কৰিবলৈ কয় তাকেই কৰিব লাগে। বেদবিহিত কৰ্ম নকৰাক বিকৰ্ম বোলা হয়। এই বিকৰ্মৰদ্বাৰা প্ৰাণীৰ পাপ হয়, নৰকত পৰে, জন্মমৃত্যুৰূপ সংসাৰ-ক্লেশৰপৰা কোনোমতে মুক্ত হব নোৱাৰে। বেদে যি কাৰ্য কৰিবলৈ নিষেধ কৰিছে সেয়ে অকৰ্ম, তেনে কাৰ্য কৰাটো অতি গৰ্হিত ;[২১] গতিকে মহন্ত অৰ্থাৎ সাধু ভগৱদ্‌ভক্ত লোকেও বেদবিহিত পথ কেতিয়াও লঙ্ঘন নকৰে।[২২]

---

১৯. যাক বোলে বেদ সিটো ঈশ্বৰ সাক্ষাত।
যিটো ঈশ্বৰৰ হন্তে হৈয়া আছে জাত ॥ [ নিমিনৱসিদ্ধ— ২০৯ ]

যিটো পাপী কৰে গুৰুক হেলা ॥
বেদকো নিন্দে যদি কোনো বেলা ॥ [ কীঃ – ৫৪ ]

২০. হৰিভক্তি ৰাজমাৰ্গে গুৰু পদ নখচন্দ্ৰ প্ৰকাশিত
শ্ৰুতিজননীৰ পদ-পন্থ অনুসৰি।
ফুৰোঁ হুয়া আমি আনন্দিত স্খলন নাহিকে কদাচিত
মহাজন সৱো জানিবা নিশ্চয় কৰি ॥ [ নামঘোষা—৬২৪ ]

২১. বেদে যাক বিহিয়াছে তাকে বুলি কৰ্ম।
বেদে যাক নিষেধিছে সেহিটো অকৰ্ম ॥
বিহিত নাচৰি হয় বিকৰ্ম পাতেক।
এহি তিনি বিধ কৈলোঁ তোমাত প্ৰত্যেক ॥ [ নিমিনৱসিদ্ধ—২০৭ ]

২২. কৃষ্ণপদ মাত্ৰ সেৱা কৰে সমস্ত কামনা পৰিহৰে
কদাচিতো বেদ ব্যৱহাৰ নলঙ্ঘয়।
কৃষ্ণপদ সেৱা সুখ মনে অনুভৱ কৰে সৰ্বক্ষণে
তাহাঙ্ক মহন্ত বুলি জানিবা নিশ্চয় ॥ [ নামঘোষা ]

কিন্তু শ্ৰুতিৰ তাৎপৰ্যাৰ্থ বুজা অতি দুৰূহ,[২৩] গতিকে শ্ৰুতিয়ে কি কথা আচললতে কৈছে সেইটো বুজিবৰ কাৰণে বেলেগ শব্দৰ প্ৰয়োজন হয়। শ্ৰুতিৰ অৰ্থবোধ দুৰূহ হোৱাৰ কাৰণেই ভগৱানে নিজেই গীতা-ভাগৱত শাস্ত্ৰত শ্ৰুতিৰ তাৎপৰ্যাৰ্থ সুস্পষ্টকৈ কৈছে। সেই কাৰণে ভগৱদুক্ত গীতা-ভাগৱত শাস্ত্ৰই অলৌকিক বস্তু-জ্ঞানৰ প্ৰতি শ্ৰেষ্ঠ প্ৰমাণ;[২৪] গীতা-ভাগৱতত যি কথা কোৱা আছে, যিটো ধৰ্ম আৰু যিটো দৰ্শন তাত উপস্থাপিত কৰা হৈছে, শ্ৰীধৰস্বামীৰ মত অনুসৰণ কৰি অসমীয়া বৈষ্ণৱ-সকলে তাকেই অবিকলভাৱে গ্ৰহণ কৰিছে; সহজ, সৰল অসমীয়া ভাষাৰ মাজেদি সেই কথা, সেই ধৰ্ম আৰু সেই দৰ্শনৰে প্ৰচাৰ কৰিছে। ভাগৱত আৰু গীতাৰ শ্ৰীধৰস্বামীৰ ব্যাখ্যাৰ অৰ্থৰ লগত তেওঁলোকৰ গৃহীত অৰ্থৰ ক'তো অমিল দেখা নাযায়।

*গীতা-ভাগৱতৰ প্ৰামাণ্য*

---

২৩. ইহাৰ ( বেদৰ ) অৰ্থত মোহ হোৱে মহাজ্ঞানী।
বেদৰ তত্ত্বক পাইবো আন কোন প্ৰাণী ॥

[ নিঃ নঃ—২০৯ ]

২৪. একং শাস্ত্ৰং দৈৱকীপুত্ৰ-গীতম্ একোদৈৱকী-পুত্ৰ এৱ।
কৰ্মাপ্যেকং তস্য দেৱস্য সেৱা মন্ত্ৰোঽপ্যেকঃ তস্য দেৱস্য নাম ॥

[ ভঃ ৰঃ ধৃত ৫।৩১ ]

পুৰাণ সূৰ্য মহাভাগৱত। বেদান্তৰো ইটো পৰম তত্ত্ব ॥
কহোক আসি ভাগৱত চাই। তেবেসে বুজো তাৰ মুনিষাই ॥

[ কী —১০৫ ]

ইটো ভাগৱত শাস্ত্ৰ সৰ্ব বেদ সাৰ।
আৰ কোনজনে অৰ্থ কহিবে অপাৰ ॥

[ গোপালচৰণ ৩য় স্কন্ধ—৬৯২ ]

"সকল শাস্ত্ৰত কৰি শ্ৰীভাগৱত শ্ৰেষ্ঠ; যাক শ্ৰীনাৰায়ণে কহিছা যতে কহে পৰম ধৰ্ম কেৱল হৰিভজন, মোক্ষতো কৰি শ্ৰেষ্ঠ, যতে ব্ৰহ্মজ্ঞান অযত্নে হয়; পৰম সুখ দেই তিনি তাপ হৰে।"

[কথা ভাঃ ১ম স্কঃ পৃঃ—২ - *পাটবাউসী সংস্কৰণ* ]

ভাল আন শাস্ত্ৰে, বত্তি নুপুজয়, নিশ্চয় কৰিয়া কন্ত।
গীতা-ভাগৱত, সহস্ৰ নামক, তিনিকো শ্ৰেষ্ঠ কহন্ত ॥
তিনিৰো মাজত, ভক্তি সাধিবাক, ভাগৱত শাস্ত্ৰ সাৰ।
শ্ৰেষ্ঠ গুৰু সৱে, সদা আদৰন্ত, জানিবাহা বাৰম্বাৰ ॥

[ ভক্তিবিৱেক পদ—৫৫৫ ]

গতিকে এওঁলোকৰ মতে গীতা-ভাগৱতৰ প্ৰামাণ্য সবাতোকৈ অধিক। তাৰ অবিৰোধী ঋষিপ্ৰণীত, অন্যান্য শাস্ত্ৰৰো প্ৰামাণ্য স্বীকাৰ কৰা হৈছে; কাৰণ তেওঁলোকৰো পূৰ্বোক্ত অপ্ৰামণ্যঘটক দোষবোৰ থকাৰ সম্ভাৱনা নাই।[২৫]

*অন্যান্য শাস্ত্ৰৰ প্ৰামাণ্য*

শ্ৰীশঙ্কৰৰ আবিৰ্ভাৱৰ আগৰপৰাই যে এইদেশত ভাগৱত পুৰাণৰ অধ্যয়ন, অধ্যাপনা চলিছিল এই কথা আগেয়ে কোৱা হৈছে। তেতিয়াই এই মহাশাস্ত্ৰৰ সৰ্বাধিক প্ৰামাণ্যও ইয়াৰ পণ্ডিত সমাজত প্ৰতিষ্ঠিত আৰু স্বীকৃত হৈছিল। কাৰণ চৰিত পুথিবিলাকত য'তে য'তে প্ৰতিপক্ষৰ লগত শ্ৰীশঙ্কৰৰ শাস্ত্ৰাৰ্থবিচাৰ বৰ্ণনা কৰা হৈছে সেই সকলো ক্ষেত্ৰতে ভাগৱতৰ শ্লোকৰ উপস্থাপনৰদ্বাৰাই শ্ৰীশঙ্কৰৰ জয় আৰু প্ৰতিপক্ষৰ পৰাজয় হোৱাৰ কথা কোৱা হৈছে। তেতিয়াৰ সমাজত এই গ্ৰন্থৰ প্ৰামাণ্য আগৰপৰা প্ৰতিষ্ঠিত হৈ নাথাকিলে বিচাৰৰ ক্ষেত্ৰত তাৰ উপস্থাপনত সি অসিদ্ধ বা সাধ্যসম হোৱাৰ কাৰণে তাৰদ্বাৰা প্ৰমেয়-সিদ্ধি হব নোৱাৰে। গতিকে সামাজিকে তাত প্ৰতিপক্ষৰ পৰাজয় হোৱা বুলি মানি লব কিয়? যিবিলাক প্ৰমাণ উভয়বাদী-সিদ্ধ বিচাৰস্থলত তাৰ হে উপস্থাপন কৰিব লাগে।

*ভাগৱতৰ প্ৰামাণ্য প্ৰতিষ্ঠিত*

বুঢ়া খাঁৰ সভাত শঙ্কৰদেৱে যেতিয়া প্ৰতিপক্ষ ব্ৰাহ্মণসকলক প্ৰশ্ন কৰে, তাৰ উত্তৰত ব্ৰহ্মানন্দ আচাৰ্যই কৈছিল যে পাপীৰ কৰ্মাধিকাৰ নাই, একমাত্ৰ হৰিনামত অধিকাৰ আছে, হৰিনামেই পাপীৰ পাপ ক্ষয় কৰে, হৰিনিন্দুক পৰম পাতকী ইত্যাদি। ভাগৱত আদি পুৰাণৰ বাক্যত নিৰ্ভৰ কৰিয়েই প্ৰতিপক্ষই এই কথা স্বীকাৰ কৰিছিল। তাত প্ৰামাণ্য-বোধ নাথাকিলে তাৰ কথা স্বীকাৰ নকৰিলেহেঁতেন।[২৬]

মহাশাক্ত মাধৱদেৱৰ লগত শ্ৰীশঙ্কৰৰ যি বিচাৰ হৈছিল তাতো দেখা যায় "যথা তৰোমূ'লনিষেচনেন" ইত্যাদি ভাগৱতৰ বাক্যৰ উপস্থাপনৰ লগে লগেই মহাপণ্ডিত মাধৱদেৱ জব্দ হৈ গ'ল। ভাগৱতৰ প্ৰামাণ্য, সুপ্ৰতিষ্ঠিতভাৱে নাথাকিলে

---

২৫. "মনু আদি কৰি যত মহাজন বেদ অৰ্থ বিচাৰক।"

[ ভক্তিৰত্নাৱলী—৭৯২ ]

'ৱয়ন্ত ক্ৰমঃ ৱেদাৰ্থবিচাৰকৈৰ্মন্বাদিভিৰ্য়ে'দাৰ্থে। ভগৱন্নামমহিমা জ্ঞায়ন্তে এৱ, বহুষু স্থানেষু নিৰঙ্কুশ।"

[ ভক্তিৰত্নাকৰ ৭।১৭ টীকা ]

২৬. শ্ৰীশঙ্কদেৱ-মাধৱদেৱ চৰিত [ দৈত্যাৰি ঠাকুৰৰ পৃঃ ৮০-৮১ ]

তাৰদ্বাৰা মাধৱদেৱৰ পৰাজয় নঘটিলহেঁতেন।[২৭] ভাগৱতৰ প্ৰামাণ্য বিষয়ে প্ৰতিপক্ষৰ লগত বিবাদ হোৱাৰ কোনো উল্লেখ চৰিত গ্ৰন্থত নাই। ভাগৱতৰ প্ৰামাণ্যও ইয়াত শ্ৰীশঙ্কৰৰ সময়তহে প্ৰতিষ্ঠিত হৈছিল—এই কথাৰ মূলত কোনো প্ৰমাণ পোৱা নাযায়।

দাৰ্শনিক মাত্ৰৰে আলোচ্য বস্তুক আমি তিনি ভাগে ভগাব পাৰোঁ, জীৱ, জগৎ আৰু ঈশ্বৰ। এই তিনিটাৰ স্বৰূপ আলোচনা প্ৰসঙ্গতে আন কথাবিলাকৰ আলোচনা প্ৰাসঙ্গিকভাৱে কৰিব লগা হয়। এই তিনিটাৰ সম্বন্ধভেদবশতঃ হে অদ্বৈতবাদ, দ্বৈতবাদ, বিশিষ্টাদ্বৈতবাদ, দ্বৈতাদ্বৈতবাদ, ভেদাভেদবাদ, শুদ্ধাদ্বৈতবাদ আদি নানা মতবাদৰ সৃষ্টি হৈছে। আমাৰ বৈষ্ণৱসকল বিৱৰ্তবাদী নে পৰিণাম-বাদী নাইবা অদ্বৈত বিশিষ্টাদ্বৈত বাদ আদিৰ কোনটো তেওঁলোকৰ অভিমত সেইটো নিৰ্ণয় কৰিবলৈ হলে উক্ত জীৱ, জগৎ আৰু ঈশ্বৰৰ স্বৰূপ বিষয়ে অৱশ্যে আলোচনা কৰিব লাগিব। পৰৱৰ্তী গ্ৰন্থত তাকেই কৰা হব।

২৭. তথা পৃঃ—৬৯; কথা গুৰু চৰিত পৃঃ—৬৭



## ঈশ্বৰ

ভাগৱতৰ প্ৰথম স্কন্ধত নাৰদৰ উপদেশমতে মহৰ্ষি ব্যাসদেৱে ঈশ্বৰ পুৰুষক ধ্যান কৰাত্ত পৰমেশ্বৰৰ স্বৰূপ তেওঁৰ হৃদয়ত প্ৰতিভাত হৈছিল এইদৰে—

কৃষ্ণৰ মূৰ্তিক পাছে কৰিলন্ত ধ্যান।
হৃদয়তে কৃষ্ণক দেখিলা বিদ্যমান॥
বামপাশে মায়া দক্ষিণত ভক্তিমায়।
দেখি ব্যাস ঋষিৰ ৰোমাঞ্চ ভৈলা গায়॥
মায়ায়ে বান্ধন্ত ভক্তিমায়ে মোকলান্ত।
দুহানো মধ্যস্থভাৱে আছা ভগৱন্ত॥

[ভাগৱত ১ম স্কঃ]

ইয়াত ভগৱন্তৰ স্বৰূপ ধ্যান কৰাত ভগৱানৰ স্বৰূপতকৈ অতিৰিক্ত কোনো বস্তু প্ৰকাশ হব নোৱাৰে; গতিকে মায়া আৰু ভক্তি যে ভগৱানৰ অনতিৰিক্ত তত্ত্ব তেওঁৰ শক্তিস্বৰূপ সেইটো বুজা যায়।

দ্বিতীয় স্কন্ধত কোৱা হৈছে—সৃষ্টিৰ ইচ্ছাত ব্ৰহ্মাই যেতিয়া তপস্যা কৰিছিল তেতিয়া ভগৱান পুৰুষে তেওঁৰ আগত নিজৰূপ প্ৰকাশ কৰিলে। তেওঁ দেখিলে যে অলৌকিক অমায়িক নিত্য বৈকুণ্ঠলোকত চাৰু চতুৰ্ভুজ, কিৰীট-কুণ্ডলধাৰী, নিঃসীমসৌন্দৰ্যৰ আৰু আনন্দৰ আধাৰ, লক্ষ্মীপতি, যজ্ঞপতি শ্ৰীকৃষ্ণ, পাৰ্ষদগণ আৰু পঞ্চবিংশতি তত্ত্ব ৰূপ জাগতিক পদাৰ্থবিলাকৰদ্বাৰা সেৱিত হৈ আছে। সৃষ্টিকৰে এইৰূপে তেওঁক প্ৰত্যক্ষে দেখিলে আৰু পৰমপুৰুষে চতুঃশ্লোকী ভাগৱতৰদ্বাৰা তাকে কথাৰে ব্যক্ত কৰিলে যে, সৃষ্টিৰ আদি মধ্য অন্তত তেৱেঁ আছে, তেওঁৰ বাহিৰে বাকীবিলাক পৰমাৰ্থতঃ মিছা মায়াৰ বিলাসমাত্ৰ। তেওঁৰ শক্তিৰ নাম মায়া; মায়াই আচল বস্তুক ঢাকি ৰাখি তাৰ ঠাইত নোহোৱা বস্তু প্ৰকাশ কৰে গতিকে ঈশ্বৰৰ আচল ৰূপটিকে প্ৰাণীয়ে নেদেখে, বাসনাৰ বিষয়বিলাকহে দেখে। তেৱেঁ সমস্ত কাৰ্যক বিয়পি আছে; সেইবুলি কাৰ্যৰ দোষগুণে তেওঁক নোচোৱে। সাৰ সঙ্গ লৈ তেওঁৰ

( ঈশ্বৰৰ ) স্বৰূপ বিচাৰিব লাগে, তাৰপৰাই জ্ঞান ( ভগৱদ্ বিষয়ে পৰোক্ষ বোধ ) আৰু বিজ্ঞান ( অপৰোক্ষ অনুভূতি বা ভগৱৎ সাক্ষাৎকাৰ ) হয়। "সম্প্ৰতি জ্ঞানৰ সাধন, মোৰ নাম শ্ৰৱণ কীৰ্তন ৰূপ ভক্তিৰ আচৰণ কৰিবাহ'ক। মই যিৰূপে তোমাৰ সাক্ষাতে প্ৰকাশিত হলোঁ এয়ে মোৰ নিজৰূপ। সৃষ্টি স্থিতি লয় আদি কাৰ্য ব্ৰহ্মণ্য শৰণ্য আদি গুণ আৰু নামবিলাক মোৰ অপৰূপ লীলা।"[১] ইয়াতো মায়া আৰু মায়াৰ কাৰ্য তত্ত্ব আদি সকলোকে ভগৱানৰ স্বৰূপৰ ভিতৰতে প্ৰকাশ কৰা হৈছে।

নাহি দেহেন্দ্ৰিয় সমস্ত কৰ্তাৰ
শক্তিক ধৰা অকলে।
তুমিসি সৰ্বজ্ঞ তুমি সৰ্ব কৰ্তা
তোমাক সেৱে সকলে॥

[ কীৰ্তন, বেদস্তুতি ১১।১৬ ]

জানিলোঁ সাক্ষাতে তুমি পুৰুষ পুৰাণ।
নিৰঞ্জন আনন্দ স্বৰূপ সৰ্বজ্ঞান॥
তুমিসে কেৱলে সচা সৱে মায়াময়।
তোমাতেসে হুস্তে হোৱে সৃষ্টি স্থিতি লয়॥

[ ভাগৱত ১০।৮১ ]

ইত্যাদি উক্তি আলোচনা কৰি আমি ঈশ্বৰৰ স্বৰূপ বিষয়ে এই সিদ্ধান্তত উপনীত হব পাৰোঁ যে, সৰ্বশক্তিমান, সৰ্বজ্ঞ সত্যস্বৰূপ, আনন্দস্বৰূপ সৰ্বকৰ্তা সৃষ্টি-স্থিতি লয়ৰ উপাদান আৰু নিমিত্ত কাৰণ, সৰ্ব ফলদাতা যিজন সেইজনে ঈশ্বৰ। কালমায়া আদি তেওঁৰে শক্তি—তেওঁতকৈ ভিন্ন বা অতিৰিক্ত তত্ত্ব নহয়। যেনে, কোনো যাদুকৰক তাৰ নিজৰ যাদুকৰী শক্তি থকা সত্ত্বেও সেইশক্তিক লৈ তেওঁক *সদ্বিতীয়* বুলি পৰিগণিত কৰা নহয়। যেনেকৈ অগ্নিক নিজৰ দাহিকা শক্তি থকাৰ কাৰণে *সদ্বিতীয়* বোলা নহয় সেইদৰে ঈশ্বৰো মায়া আদি শক্তিবোৰ থকা সত্ত্বেও তেওঁক *সদ্বিতীয়* বুলি ধৰা নহয়।[২]

---

১. ২য় স্কন্ধ ( শ্ৰীশঙ্কৰ ) ৬৪৭—৬৫৩

২. অতএব দ্বিতীয়ত্বং শূন্যত্বন্নহি গণ্যতে।
ন লোকে চৈত্ৰ-তচ্ছক্ত্যোৰ্জীৱিতং লিখ্যতে পৃথক্॥
সৰ্বথা শক্তিমাত্ৰস্য ন পৃথক্ গণনা ক্বচিৎ।
শক্তিকাৰ্যন্তু নৈৱাস্তি দ্বিতীয়ং শঙ্ক্যতে কথম্॥

[ পঞ্চদশী ২।৫১—৫৩ ]

জন্ম মৰণৰো যিটো কাৰণ প্ৰকৃতি।
জীৱকো আৱৰৈ সিটো তোমাৰ শকতি ॥

[ কুঃ ক্ষেঃ ১১৩৪৩ ]

অনাদিৰূপিণী ঈশ্বৰৰ অৰ্দ্ধকায়।
ব্যক্ত ভৈলা মহামায়া ঈশ্বৰ ইচ্ছায় ॥

[ অনাদিপাতন ৪৫ ]

শুনিয়ো প্ৰকৃতি একো গুণে নাহি হীন।
তোমাৰে আমাৰে কিঞ্চিতেকো নাহি ভিন ॥
মোৰ নিজ শকতি সাক্ষাতে দেখা প্ৰাণ।
সত্ত্বৰে কৰিয়ো মায়া জগত নিৰ্মাণ।
তোমাক তেচাইলোঁ আমি এহি অভিপ্ৰায়।
জানিয়োক ভালে তুমি মোৰ অৰ্দ্ধকায় ॥
তোমাৰে আমাৰে কিছু নাহি ভিন্নাভিন্ন।
মোতে যাতো লীন যাহা এইখানি হীন ॥

[ তথা ৪৯-৫০

ইয়াত মায়া যে ভগৱানৰ শক্তি আৰু ই যে ঈশ্বৰতকৈ ভিন্নও নহয় অভিন্নও নহয় গতিকে অনিৰ্বাচ্য ভাৱ বস্তু-বিশেষ, এই কথাকে কোৱা হৈছে। মায়াবাদী-সকলেও এই একে কথাকে কয়। যদিও ইয়াত অনিৰ্বাচ্য শব্দটোৰ ব্যৱহাৰ কৰা নাই তথাপি ফলতঃ মায়াৰ ৰূপ যে অনিৰ্বাচ্য বা অচিন্ত্য সেইটো প্ৰকাশ কৰা হৈছে ; কাৰণ, ভিন্ন হলে তাক অৰ্দ্ধকায় বুলি কব নোৱাৰি ; অভিন্ন হলে তাৰ প্ৰতি আদেশদান সম্ভৱপৰ নহয় ; গতিকে "ভিন্নাভিন্ন নাহি" বুলি কোৱাৰদ্বাৰা অনিৰ্বাচ্য বুলিয়ে কোৱা হৈছে। অদ্বৈত-ব্ৰহ্মবাদীসকলে মায়া আৰু তাৰ কাৰ্যবোৰক যি কাৰণে 'অনিৰ্বাচ্য' বুলি স্বীকাৰ কৰে সেই কাৰণ এওঁলোকৰ মতেও আছে। যি বস্তুটো আছে বুলি আমি বুজোঁ, যাৰ স্বৰূপ নাই বুলি অপলাপ কৰিবৰ আমাৰ সাধ্য নাই অথচ যুক্তিৰদ্বাৰা বিচাৰ কৰিলে তাৰ স্বৰূপটি বুজিব নোৱাৰি আৰু আনক বুজাবৰ কাৰণেও উপযুক্ত শব্দ বিচাৰি নাপাওঁ তাকেই অচিন্ত্য, অতৰ্ক্য বা অনিৰ্বাচ্য বোলা হয়। ভগৱানৰ মায়া আৰু তাৰ কাৰ্য জগৎপ্ৰপঞ্চ যে আছে সেইটো আমি বুজিছোঁ আৰু শাস্ত্ৰইও কৈছে ; কিন্তু যুক্তিৰে কঁহিয়াই চালে তাৰ স্বৰূপ নিৰূপণ কৰিব নোৱাৰি ;গতিকে ইয়াক অচিন্ত্য বা অনিৰ্বাচ্য নুবুলিম কিয় ?

মায়া অনিৰ্বাচ্য

অনেক ঠাইত অসমীয়া বৈষ্ণৱসকলে হৰিৰ মহিমা বা শক্তিক অচিন্ত্য বা অতৰ্ক্য বুলি স্পষ্টকৈ কৈছে।৩

*মায়াৰ কাৰ্য*

ভগৱানৰ মায়া-শক্তিৰ কাৰ্য দুটা—আৱৰণ আৰু বিক্ষেপ; আচল বস্তুটোৰ স্বৰূপ ঢাকি ৰাখে আৰু তাৰ ঠাইত আন এটা কাল্পনিক ৰূপ প্ৰকাশ কৰে। গতিকে, ই আচল ঈশ্বৰতত্ত্বক প্ৰাণীয়ে বুজিব নোৱাৰাকৈ ঢাকি ৰাখে আৰু তাত প্ৰাণীৰ বাসনাৰ বস্তুবোৰৰ ৰূপ প্ৰকাশ কৰে।

অবস্তুক দেখাৱয় বস্তুক আৱৰি।
এহিসে মোহোৰ মায়া জানা নিষ্ট কৰি ॥
নাথাকিতো দেখে যেন চন্দ্ৰমা উদয়।
থাকিতো ৰাহুক যেন কেহো নেদেখয় ॥
এহিমতে মায়া আৱৰি ঈশ্বৰক।
আশাৰ বিষয় তাক দেখাৱে জীৱক ॥

[ভাঃ ২য় স্কঃ ২২৮-২২৯]

এই মায়া-উপাধিবিশিষ্ট-চৈতন্যই ঈশ্বৰ।৪

*ব্ৰহ্মতত্ত্ব*

নিৰুপাধিক-চৈতন্যই পৰব্ৰহ্ম বা ব্ৰহ্মতত্ত্ব। ই বাক্য, মন ইন্দ্ৰিয়াদিৰ অগোচৰ। সমস্ত বস্তুৰ নিষেধ কৰিলে যি নিৰ্বিশেষ অপৰিচ্ছিন্ন নিৰাকাৰ তত্ত্ব বাকী ৰয় সেয়ে এই।

নপাৱে ইন্দ্ৰিয় সবে যাহাৰ ওচৰ।
যিটো নোহে মন বুদ্ধি বচন গোচৰ ॥
যেন ফিৰিঙ্গতিচয় বহ্নিৰ বজাই।
নকৰে প্ৰকাশ সিটো বহ্নিক ছুনাই ॥

---

৩. অচিন্ত্য মহিমা হৰি পুৰুষ পুৰাণ।
লীলা কৰি অনেক দৈত্যৰ লৈলা প্ৰাণ ॥ [কীঃ ৬১০]
"এইতো হৰিৰ মায়া। যি বিচাৰ নহে" ইত্যাদি।
[কঃ ভাঃ ৩।৭ পৃঃ ৭৭]

৪. "স ঈশো যদ্বশে মায়া।"
[শ্ৰীধৰস্বামিধৃত বিষ্ণুস্বামীৰ বাক্য, ভাঃ ভাঃ ১।৭।৬]

ভক্তিৰত্নাকৰ ২২।১

সেহি মন আদি তোস্তে হুয়া আছে জাত ।
মায়াত থাকিয়া তাঙ্ক নাজানে সাক্ষাত ॥
বেদেও যাহাক নিৰূপিয়ে নপাৰয় ।
নিষেধৰ শেষ বুলি প্ৰকাৰে কহয় ॥
যাত বিনে কাহাৰো নাহিকে একো সিদ্ধি ।
যিটো ব্ৰহ্মতত্ত্ব হোয়ে সবাৰো অবধি ॥

[ নিমিনৱসিদ্ধ সম্বাদ ১৮১-১৮৪ ]

প্ৰথমতে ভগৱান অকলে এই নিৰাকাৰ নিৰঞ্জন নিৰ্বিশেষ সচ্চিদানন্দ পৰব্ৰহ্মই আছিল ; কাৰ্য-কাৰণৰ ভেদ একোৱে নাছিল ; ভগৱানৰ মায়াদি শক্তি সুপ্তভাৱে আছিল। তেওঁৰ বহু হবলৈ অৰ্থাৎ নিজক নানাৰূপে অভিব্যক্ত কৰিবলৈ ইচ্ছা গ'ল। ইচ্ছা ক্ৰিয়া শক্তি বা কালৰ অভিব্যক্তি-বিশেষ। অভিব্যক্ত কালৰদ্বাৰা উপহিত ব্ৰহ্ম চৈতন্যই অনন্ত বা সঙ্কৰ্ষণ। কালৰ আদি অন্ত নাই কাৰণে তেওঁক অনাদি অনন্ত বোলা হয়। সৃপ্ ধাতুৰ অৰ্থ কুটিলভাৱে ( বেঁকাবেঁকিকৈ ) চলা ; কালৰ গতি কুটিল গতিকে কালোপহিত ভগৱানক সৰ্প অৰ্থাৎ অনন্তনাগৰূপে কল্পনা কৰা হ'ল। সেই কালৰূপ অনন্তৰ কোলাত নাৰায়ণ পুৰুষৰ স্থিতি। এই কালোপহিত চৈতন্যৰূপ ভগৱানকে পৰৱৰ্তী ভকতসকলে "কালপুৰীয়া নাৰায়ণ" বুলি কৈছে।

*জগৎ-সৃষ্টি*

মায়োপহিত চৈতন্যৰূপ ঈশ্বৰকে পৰৱৰ্তী ভকতসকলে অনাদি বুলি উল্লেখ কৰিছে। এই বহু হোৱাৰ ইচ্ছাত তেতিয়া তেওঁ নিজ মায়াশক্তিৰপৰা "সত্ত্ব, ৰজঃ, তমঃ"—এই ত্ৰিগুণাত্মিকা প্ৰকৃতি সৃষ্টি ( প্ৰকাশ ) কৰিলে। প্ৰকৃতিয়ে মায়া-শক্তিৰ প্ৰথম অভিব্যক্তি ; এই প্ৰকৃতিয়ে কেৱল বিশুদ্ধ-সত্ত্ব-গুণাত্মিকা হৈ থাকিলে তাক বোলা হয় মায়া আৰু ত্ৰিগুণাত্মিকা অৱস্থাত বোলা হয় প্ৰকৃতি। এই প্ৰকৃত্যুপহিত চৈতন্যকে অসমীয়া বৈষ্ণৱ ভকতসকলে হংসনাৰায়ণ বুলি উল্লেখ কৰিছে।

তিনিগুণৰ সাম্যাৱস্থাই প্ৰকৃতি ; গতিকে ই জড়। সাংখ্যাচাৰ্যসকলেও এই প্ৰকৃতিক জগতৰ মূল কাৰণ বুলি কয়; কিন্তু তেওঁলোকৰ মতে প্ৰকৃতিক কোনোৱে স্ৰজা নাই ; ই অনাদি আৰু নিত্য; স্বতন্ত্ৰভাৱে নিজেই স্বভাৱবশতঃ পৰৱৰ্তী মহত্তত্ত্ব আদি কাৰ্যৰূপে পৰিণত হয় ; কোনো চেতন বা জ্ঞানী পুৰুষৰ অৰ্থাৎ ঈশ্বৰৰ প্ৰেৰণা বা ইচ্ছাৰ অপেক্ষা নকৰে। যোগদাৰ্শনিক-সকলে যদিও ঈশ্বৰ নামৰ সৰ্বজ্ঞ পুৰুষ এজনৰ অস্তিত্ব মানে তথাপি তেওঁ প্ৰকৃতিৰ

*প্ৰকৃতি*

সৃষ্টি কাৰ্যত প্ৰৱৰ্তক নহয়। প্ৰকৃতি-সৃষ্টি-সম্বন্ধে তেওঁলোক সাংখ্যাচাৰ্যসকলৰ লগত একমত। প্ৰকৃতিয়ে ঈশ্বৰৰ ইচ্ছাধীন ভাৱে সৃষ্টি কাৰ্যত প্ৰবৃত্ত হয়,—এনে কথা মূল যোগসূত্ৰত কোৱা নাই। তাত কেৱল, ঈশ্বৰৰ প্ৰণিধান অৰ্থাৎ ধ্যানৰপৰাও প্ৰাণীৰ বিৱেক জ্ঞান আৰু কৈৱল্য হব পাৰে, ইয়াকেহে কোৱা হৈছে। সৃষ্টি-কাৰ্যত ঈশ্বৰৰ কোনো উপযোগিতাৰ উল্লেখ নাই; পৰৱৰ্তী কালৰ সাংখ্যাচাৰ্য বিজ্ঞানভিক্ষুৱেহে, 'প্ৰকৃতিয়ে ঈশ্বৰ-প্ৰেৰিত হৈ সৃষ্টিকাৰ্যত প্ৰবৃত্ত হয়' বুলি সিদ্ধান্ত কৰিছে। কিন্তু তেওঁৰ মতেও প্ৰকৃতি সৃষ্ট বা কাৰ্য বস্তু নহয়। গতিকে অসমীয়া বৈষ্ণৱসকলৰ মত তেওঁলোকৰ মতৰ লগত নিমিলিল।

আচৰ্য ৰামানুজৰ মতে প্ৰকৃতি অচিৎ (জড়) পদাৰ্থ, ভগৱানৰ বিশেষণ, গতিকে নিত্য। মাধ্বমতে ভগৱদিচ্ছাকে প্ৰকৃতি বা মায়া বোলা হয়। শুদ্ধাদ্বৈত-ৱাদী আচাৰ্য বল্লভৰ মতে ব্ৰহ্ম বা ঈশ্বৰৰ অভিব্যক্তি চাৰি প্ৰকাৰ—অক্ষৰ, কাল, কৰ্ম আৰু স্বভাৱ। অক্ষৰ—ব্ৰহ্মই প্ৰকৃতি আৰু পুৰুষ (জীৱ) ৰূপে অভিব্যক্ত হয়। গতিকে এওঁৰ মতেও প্ৰকৃতি ব্ৰহ্মৰ কাৰ্য। নিম্বাৰ্ক আৰু গৌড়ীয় বৈষ্ণৱ-সকলৰ মতেও নিজৰ অসাধাৰণ শক্তি বা অচিন্ত্য শক্তিৰ প্ৰভাৱত ভগৱানে নিজেই জগদ্ৰূপে পৰিণত হয়। ভগৱানৰ প্ৰথম পৰিণতিয়ে প্ৰকৃতি—মহদাদি পৰৱৰ্তী কাৰ্য-সমূহৰ কাৰণ। প্ৰকৃতিৰ জন্যতা অংশত অসমীয়া বৈষ্ণৱসকলৰ মত আৰু এওঁ-লোকৰ মত মিলে যদিও তাৰ স্বৰূপ লক্ষণ আদি অদ্বৈত বেদান্তীসকলৰ লগত হে বেছিকৈ মিলা যেন দেখা গৈছে।

তেওঁ এই মায়াময়ী প্ৰকৃতিত নিজৰ চিদাভাস—(চৈতন্যৰ প্ৰতিবিম্ব) ৰূপ বীৰ্য আধান কৰিলে অৰ্থাৎ প্ৰকৃতিত চিন্ময় ব্ৰহ্ম প্ৰতিফলিত হ'ল। সেই প্ৰকৃতিত আহিত গৰ্ভৰূপ ভগৱত্তত্ত্বই নাৰায়ণ। এৱেঁ প্ৰকৃতিৰ প্ৰকাশক গতিকে এওঁকে অসমীয়া ভকতসকলে সূৰ্যনাৰায়ণ বা সূৰ্যমণ্ডলী নাৰায়ণ বুলিছে যেন পাওঁ। যেনেকৈ পুৰুষৰ বীৰ্য স্ত্ৰীৰ জৰায়ুত পতিত হলে তাক গৰ্ভ বোলা হয় আৰু অণ্ডজ প্ৰাণী-বোৰৰ তেনে অৱস্থা প্ৰাপ্ত প্ৰাণীক অণ্ড (কণী) বোলা হয়, ঠিক সেইদৰে জড় প্ৰকৃতিৰ কুক্ষিগত ভগৱান্ পুৰুষোত্তমক বোলা হয় গৰ্ভোদকশায়ী নাৰায়ণ। এৱেঁ সমস্ত অৱতাৰৰ কাৰণ।

প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন।
সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ॥

[কী. ১]

ভগৱানৰ ইচ্ছাত কালশক্তিৱশতঃ—সেই আহিতগৰ্ভা প্ৰকৃতিত ক্ষোভ বা গুণ-বৈষম্য ঘটে। তেতিয়া সত্ত্বগুণৰ আবিৰ্ভাৱ আৰু ৰজ-স্তমো-গুণৰ তিৰোভাৱৰশতঃ প্ৰকৃতিয়ে সত্ত্ব প্ৰধান মহত্তত্ত্বৰূপে পৰিণত হয়। এই মহত্তত্ত্বই প্ৰতি-জীৱৰ হৃদয়স্থ বুদ্ধিতত্ত্ব; সমষ্টিৰূপটিৰ নাম মহত্তত্ত্ব আৰু ব্যষ্টিৰূপে সেয়ে বুদ্ধিতত্ত্ব। ইয়াৰ কাৰ্য হ'ল অধ্যৱসায় অৰ্থাৎ—বিষয় বস্তুৰ যথাৰ্থ প্ৰকাশ বা নিশ্চয়জ্ঞান। এই প্ৰকৃতি-পৰিণামৰূপ জড় মহত্তত্ত্বত প্ৰতিফলিত চৈতন্যৰূপ ভগৱানক বোলা হয় পৰমাত্মা। এৱেঁ জীৱাত্মাৰ সমষ্টিৰূপ গতিকে সমস্ত প্ৰাণীৰ ভিতৰত অন্তৰ্যামীৰূপে অৱস্থিত বাসুদেৱ বা মহাপুৰুষ। ভকতসকলে এওঁকে শ্ৰীনাৰায়ণ বুলিছে।

*মহত্তত্ত্ব*

এই মহত্তত্ত্বৰ পৰিণামৰূপ হ'ল অহঙ্কাৰতত্ত্ব; বুদ্ধিৰ প্ৰথম বিকাশ, "মই আছোঁ।" ইত্যাদি অহংভাৱ অভিমানেই অহঙ্কাৰতত্ত্ব; গতিকে বিভিন্ন প্ৰাণীৰ অন্তঃকৰণৰ বিশেষ বিশেষ নিশ্চয়াত্মক জ্ঞানৰ লগত অনুবৃত্ত (অবিচ্যুত—নেৰা নেপেৰা) ভাৱে থকা 'অহং' বা "মই ভাৱ"ৰ সমষ্টিয়ে অহঙ্কাৰতত্ত্ব। এই অহঙ্কাৰ—সাত্ত্বিক, ৰাজসিক, তামসিক-ভেদে তিনিবিধ। পূৰ্বোক্ত মহত্তত্ত্বত প্ৰতিবিম্বিত চৈতন্যৰূপ পৰমাত্মাৰদ্বাৰা প্ৰেৰিত হৈ মহত্তত্ত্বত ক্ষোভ অৰ্থাৎ গুণ বৈষম্য ঘটিলে ৰজোগুণৰ উদ্ৰেকবশতঃ ৰাজসিক অহংকাৰ, সত্ত্বগুণৰ উদ্ৰেকবশতঃ সাত্ত্বিক অহঙ্কাৰ আৰু তমোগুণৰ উদ্ৰেকবশতঃ তামসিক অহঙ্কাৰ জন্মে। এই অহঙ্কাৰত্ৰয়ত প্ৰতিফলিত চৈতন্যপুৰুষক যথাক্ৰমে ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ বোলা হয়। গতিকে ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ আদি জীৱতে 'মই' অভিমান আছে; তাৰ পূৰ্বৱৰ্তী পৰমাত্মা নাৰায়ণ বা পূৰ্ণব্ৰহ্ম ভগৱানত এই অহঙ্কাৰভাৱ নাই।

*অহঙ্কাৰতত্ত্ব*

*ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰ*

ৰজোগুণৰ স্বভাৱ ক্ৰিয়া, গতিকে ব্ৰহ্মাৰ স্বভাৱ হ'ল ক্ৰিয়া অৰ্থাৎ বস্তু উৎপন্ন কৰা। যি ব্যাপৰৰদ্বাৰা কোনো এটা নোহোৱা বস্তু উৎপন্ন বা অৱস্থান্তৰ-প্ৰাপ্ত হয় তাকেই ক্ৰিয়া বোলে।

সত্ত্বগুণৰ স্বভাৱ প্ৰকাশ; গতিকে বস্তুবিলাকৰ স্থিতি অৰ্থাৎ যাতে বস্তুবিলাক প্ৰকাশিত বা জ্ঞানৰ বিষয়ীভূত হৈ থাকিব পাৰে তাৰে ব্যৱস্থা কৰাটোৱে বিষ্ণুৰ স্বভাৱ।

তমোগুণ মোহাত্মক বা আৱৰণস্বৰূপ; গতিকে মহেশ্বৰে উৎপন্ন আৰু প্ৰকাশিত বস্তুবোৰক আবৃত্ত অৰ্থাৎ অনভিব্যক্ত কৰি ৰাখে। এই অপ্ৰকাশ বা অনভিব্যক্তিয়ে লয় বা সংহাৰ। এই কাৰণে ব্ৰহ্মা, বিষ্ণু, ৰুদ্ৰ যথাক্ৰমে সৃষ্টি, স্থিতি আৰু লয়ৰ কৰ্তা।

ব্ৰহ্মাৰ সৃষ্টি বা ক্ৰিয়াশক্তিৰ নাম সাৱিত্ৰী; যি শক্তিয়ে সৱন বা বস্তু প্ৰসৱ কৰে সেয়ে সাৱিত্ৰী। বিষ্ণুৰ প্ৰকাশশক্তিৰ নাম লক্ষ্মী; যি শক্তিৰদ্বাৰা বস্তুক লক্ষিত বা দৃষ্ট কৰি ৰখা হয় সেয়ে লক্ষ্মী। শিৱৰ শক্তিৰ নাম দুৰ্গা; যি শক্তিৰদ্বাৰা জগতক স্বকাৰণৰূপ দুৰ্গৰ ভিতৰত প্ৰবিষ্ট বা লীন কৰি ৰখা হয় সেয়ে দুৰ্গা।

*ব্ৰহ্মাদিৰ শক্তি*

ৰাজসিক অহঙ্কাৰৰপৰা চক্ষুঃ (চকু), শ্ৰোত্ৰ (কাণ), ঘ্ৰাণ (নাসিকা), ত্বক্ (চাল) ৰসনা (জিভা), এই পাঁচটা জ্ঞানেন্দ্ৰিয়: আৰু বাক্ (মুখ), পাণি (হাত), পাদ (ভৰি), পায়ু (গুহ্যদ্বাৰ) উপস্থ (জননেন্দ্ৰিয়) এই কৰ্মেন্দ্ৰিয় উৎপন্ন হ'ল।

*ইন্দ্ৰিয়*

সাত্ত্বিক অহঙ্কাৰৰপৰা মন (অন্তঃকৰণ)[৫]; আদিত্য, দিশ, অশ্বিনীকুমাৰদ্বয়, বায়ু, বৰুণ, অগ্নি, ইন্দ্ৰ, বিষ্ণু, মিত্ৰ আৰু প্ৰজাপতি এই দহোটা ইন্দ্ৰিয়াধিষ্ঠাতৃ দেৱতা উপজিল। এওঁলোকেই যথাক্ৰমে পূৰ্বোক্ত জ্ঞানেন্দ্ৰিয় আৰু কৰ্মেন্দ্ৰিয় মিলি দহোটাৰ অধিপতি দেৱতা। ৰজোগুণৰ ফলত ইন্দ্ৰিয়বিলাকে ক্ৰিয়া কৰে আৰু সত্ত্বগুণৰ ফলত অধিপতি দেৱতাসকলে তাৰদ্বাৰা বস্তু প্ৰকাশ কৰে।

*ইন্দ্ৰিয়ৰ দেৱতা আৰু মন*

অন্তঃকৰণ এক হলেও ক্ৰিয়াভেদে মন, বুদ্ধি, চিত্ত, অহঙ্কাৰ—এই চাৰিৰূপে প্ৰকাশ হয়। কোনো এটা বস্তুৰ লগত কোনো এটা ইন্দ্ৰিয়ৰ সান্নিকৰ্ষ বা সম্বন্ধ ঘটা সময়ত সেই ইন্দ্ৰিয়ৰ অন্তঃকৰণৰ লগত সম্বন্ধ ঘটি থাকে হেতুকে, অন্তঃকৰণত আপাততঃ সংশয় জন্মে আৰু সেই বস্তুটোক জানিবলৈ প্ৰবৃত্তি বা সঙ্কল্প জন্মে। এই অৱস্থাৰ অন্তঃকৰণৰ নাম মন। তাৰ পাছত "মই বুজিলোঁ" এনে নিশ্চয় জ্ঞান হয়। ইয়াত 'মই' এই অভিমানাত্মক অন্তঃকৰণৰ অহঙ্কাৰ আৰু 'বুজিলোঁ' এই বোধাত্মক অন্তঃকৰণক বুদ্ধি বোলা হয়। এনে নিশ্চয় জ্ঞান হলে তাৰ সংস্কাৰ এটা অন্তঃকৰণত ৰৈ যায়, যিটোৰ ফলত প্ৰাণীয়ে পাছতো তেনে কোনো বস্তু উপলব্ধি কৰিলে আগেয়

*অন্তঃকৰণৰ ভেদ*

---

৫. সাংখ্য আৰু যোগমতে মন ৰাজস-সহকৃত-সাত্ত্বিক অহঙ্কাৰৰ কাৰ্য, অদ্বৈত-বেদান্তমতে মহাভূতবোৰ সাত্ত্বিক অংশৰপৰা জন্মিছে। ন্যায়, বৈশেষিক আৰু মীমাংসকৰ মতে মন দ্ৰব্যান্তৰ। শ্ৰীমদ্ভাগৱতত মন সাত্ত্বিক অহঙ্কাৰৰপৰা হোৱা বুলি কোৱা আছে—

"অহংতত্ত্বাদ্ বিকুৰ্বাণান্মনো বৈকাৰিকাদভূৎ" [ভাঃ ৩।৫।৩০]

"বৈকাৰিকঃ=সাত্ত্বিকঃ" [শ্ৰীধৰটীকা]।

দেখাটোক সৌৰৱিব পাৰে। এই সংস্কাৰৰ আধাৰৰূপ অন্তঃকৰণক বোলা হয় চিত্ত।[৬]

মন, বুদ্ধি, অহঙ্কাৰ আৰু চিত্তৰ অধিষ্ঠাতৃ-দেৱতা যথাক্ৰমে চন্দ্ৰ, ব্ৰহ্মা, ৰুদ্ৰ আৰু বাসুদেৱ বিষ্ণু।

তামসিক অহঙ্কাৰৰপৰা শব্দ তন্মাত্ৰ অৰ্থাৎ কেৱল শব্দ নামৰ বস্তুটি, তাৰপৰা শব্দগুণৰ আশ্ৰয় আকাশ জন্মে। আকাশৰপৰা স্পৰ্শ তন্মাত্ৰ, তাৰপৰা বায়ু; উপাদান কাৰণবিলাক উপাদেয় অৰ্থাৎ কাৰ্যত থাকে, গতিকে বায়ুৰ ভিতৰত শব্দ, আকাশ আৰু স্পৰ্শও কাৰণৰূপে বৰ্তমান। বায়ুৰপৰা ৰূপতন্মাত্ৰ, তাৰপৰা জ্যোতিঃ বা তেজঃ নামৰ মহাভূত; তেজৰপৰা ৰসতন্মাত্ৰ, তাৰপৰা জল; জলৰপৰা-গন্ধতন্মাত্ৰ, তাৰপৰা পৃথিৱী মহাভূত উপজিল। কাৰণৰ গুণবিলাক কাৰ্যলৈ আহে গতিকে, পৃথিৱীত ৰূপ, ৰস, গন্ধ, স্পৰ্শ আৰু শব্দ এই পাঁচোটাই আছে; জলত গন্ধৰ বাহিৰে বাকী চাৰিটা আছে; তেজত ৰস আৰু গন্ধৰ বাহিৰে বাকী তিনিটা আছে।

*পঞ্চতন্মাত্ৰ আৰু মহাভূত*

এইদৰে প্ৰকৃতি (১), মহত্তত্ত্ব (১), অহঙ্কাৰতত্ত্ব (১), মন (১), জ্ঞানেন্দ্ৰিয় (৫),

---

৬. "হৃদয়ত থাকি কৰে ভাল মন্দ কাম।
একে মন চাৰি ৰূপ শুনা তাৰ নাম ॥
তন বুদ্ধি অহঙ্কাৰ আৰো জানা চিত্ত।
এহি চাৰি নাম তাৰ ভৈলন্ত বিদিত ॥"
× × ×
নানা কৰ্ম কৰিবাক কৰে আলোচন।
একো কৰ্ম স্থিৰ নোহে তাকে বুলি মন ॥
সংকল্প বিকল্প কৰ্ম কৰে আলোচন।
বুদ্ধি নাম বুলি তাক জানিবা লক্ষণ ॥
সমস্ত কাৰ্যক মই কৰো বুলি মানে।
অহঙ্কাৰ বুলি তাক জানিবা আপোনে ॥
নানা সংকৰ্মক কৰয় নিতেনিত।
নিশ্চয়ে জানিবা বাজ্য তাৰ নাম চিত্ত ॥ [ অঃ পাঃ ৬২—৬৫ ]

"শুনিয়োক চিত্ত হেৰ পৰম ৰহস্যবাণী
তুমি শুদ্ধ জ্ঞানৰ আলয়।"

[ নামঘোষা ১০৭ ]

কৰ্মেন্দ্ৰিয় (৫), তন্মাত্ৰ (৫) মহাভূত (৫), এই সৰ্ব্বমুঠ চৌবিশটা তত্ত্ব উপজিল। এই সমস্ততে ভগৱান্ অন্তৰ্যামীৰূপে প্ৰতিফলিত হয়; তেওঁৰ ইচ্ছা বা প্ৰেৰণাতে ইইঁত পৰস্পৰে লগ লাগি বিশ্ব জগদ্ৰূপে পৰিণত হৈছে। গতিকে এই বিশ্ব জগৎপ্ৰপঞ্চ অন্তৰ্যামী পুৰুষৰ দেহ আৰু তাৰ দেহীজনক বোলা হয় মহাবিৰাট্ পুৰুষ।[৭]

*চৌবিশ তত্ত্ব*

অদ্বৈত বেদান্তীসকলে জড়বৰ্গক কাৰণৰূপ মায়া, সূক্ষ্ম জগৎ আৰু স্থুল জগৎ—এই তিনি ভাগে ভাগ কৰি মায়োপহিত চৈতন্যক ঈশ্বৰ; সূক্ষ্মসমষ্টি জগদুপহিত চৈতন্যক হিৰণ্যগৰ্ভ বা সূত্ৰাত্মা, স্থূলসমষ্টি-জগদুপহিত চৈতন্যক বিশ্ব বা বিৰাট্ বুলি কৈছে। তেওঁলোকে বোধলাঘৱ অৰ্থাৎ জ্ঞানৰ সুবিধা আৰু উপনিষদ্ বাক্যৰ ওপৰত অধিক গুৰুত্ব দিছে। অসমীয়া বৈষ্ণৱসকলে ভাগৱত-পুৰাণৰ কথাকে অক্ষৰে অক্ষৰে অনুসৰণ কৰিছে। ইয়াৰদ্বাৰা মৌলিক দাৰ্শনিক মতবাদত কোনো মতানৈক্য নঘটে।

ভগৱান্ পুৰুষ বা পৰব্ৰহ্মৰ আৰু এটা শক্তি আছে যাক শ্ৰীধৰস্বামী আদিয়ে বিদ্যাশক্তি বুলিছে [ "বিদ্যাশক্ত্যা মায়া নিয়ন্তা ঈশ্বৰঃ—" ভাঃ ভাঃ ১।৭।৬ ] আৰু শ্ৰীশঙ্কৰে ভক্তি বুলি উল্লেখ কৰিছে। [ "বামপাশে মায়া দক্ষিণত ভক্তি মাৱ"। ১ম স্কন্ধ ] সেই শক্তিৰ বিকাশস্বৰূপ হ'ল তেওঁৰ বৈকুণ্ঠলোক। বিদ্যাশক্তি মায়াশক্তিৰ বিৰোধী, গতিকে ইয়াত অজ্ঞান, অনিত্যতা, দুঃখ আদি কোনো মায়াৰ স্বভাৱ আৰু প্ৰভাৱ নাই।

*বৈকুণ্ঠলোক*

এই লোকত ভগৱানৰ সচ্চিদানন্দৰূপ অনাবৃতভাৱে সৰ্বদাই প্ৰকাশিত হৈ আছে। যি ভক্তই এই স্থান পায় তেওঁ ভগৱদ্ ভক্তি আৰু জ্ঞানেৰে পৰিপূৰ্ণ হৈ নিঃসীম পৰমানন্দত মগ্ন হৈ থাকে।

ব্ৰহ্মাণ্ডৰ বাজ সিটো কৃষ্ণৰ নগৰ।
কদাচিতো যুহি নাশ জানা মুনিবৰ॥
প্ৰপঞ্চৰ ভিতৰ যুহিকে সিটো স্থান।
ভক্তৰ নিমিত্তে কৃষ্ণে কৰিছা নিৰ্মাণ।

[ শ্ৰীশঙ্কৰ ২য় স্কঃ ৫০২ ]

---

৭. "যত জীৱ জঙ্গম কীট পতঙ্গম, অগ-নগ-জগ তেৰি কায়া।"

[ শ্ৰীশঙ্কৰ ]

জগতৰ আত্মা ঈশ্বৰ দেৱ। তোমাৰ শত্ৰু-মিত্ৰ নাহি কেৱ॥

[ কী.—১১৩৬ ]

বৈকুণ্ঠ নগৰ যেন শুনা পৰীক্ষিত।
যাত কাৰ শ্ৰেষ্ঠ লোক নাহি কদাচিত॥
নাহি তাত কাম ক্ৰোধ শোক মোহ ভয়।
আত্মজ্ঞানী সৱেও যে স্তুতি সে কৰয়॥
কালৰ বিক্ৰম প্ৰকৃতিৰ গুণচয়।
বৈকুণ্ঠপুৰত কদাচিতো নাহি কয়॥
সৰ্বক্ষণে অখণ্ড আনন্দ জয় জয়।
কেৱলে ভকতে তাত নিবাস কৰয়॥

[ তথা ৬১৯-৬২০ ]

বি=বিগত=অৰ্থাৎ নাই, কুণ্ঠা মানে প্ৰতিবোধ বা সঙ্কোচ য'ত সেয়ে বিকুণ্ঠ; স্বাৰ্থত অণ্ প্ৰত্যয় হোৱাত হ'ল বৈকুণ্ঠ।

জীৱ

পূৰ্বাৰ্জ্জিত কৰ্মবাসনাৰ ফলত সেই সেই কৰ্মফল ভোগৰ অৰ্থে অন্তৰ্যামী পৰমাত্মাৰদ্বাৰা প্ৰেৰিত হৈ পূৰ্বোক্ত জ্ঞানেন্দ্ৰিয় পাঁচটা, কৰ্মেন্দ্ৰিয় পাঁচটা পঞ্চতন্মাত্ৰৰূপ বিষয় আৰু মন লগলাগি থাকে। ইয়াকে সূক্ষ্ম শৰীৰ বা লিঙ্গ-শৰীৰ বোলা হয়। উক্ত ষোলটা পদাৰ্থেৰে গঠিত হোৱাৰ কাৰণে ইয়াক ষোড়শকল অৰ্থাৎ ষোলটা কলা (অংশ) বিশিষ্ট বুলি কোৱা হয়। মনকে কেন্দ্ৰ কৰি বাকী কেইটা পদাৰ্থ মিলিত হয় গতিকে ইয়াৰ ভিতৰত মন বা অন্তঃকৰণেই প্ৰধান। এইবিলাক পদাৰ্থ স্বভাৱতে জড় বা অচেতন, গতিকে নিজে নিজে ইটোৰ লগত আনটো লগ লাগিব নোৱাৰে। যদি পৰস্পৰে লগ লগাটো ইহঁতৰ স্বভাৱ বুলি কোৱা হয়, তেতিয়া আপত্তি এই যে—জ্ঞান বা চৈতন্য অচেতন বস্তুৰ ধৰ্ম নহয়; গতিকে সিহঁত কোনো চৈতন্যশক্তিৰ সম্বন্ধ ব্যতিৰেকে জ্ঞানৰ কৰ্তা (আশ্ৰয়) কৰ্ম-কৰণ আদিৰূপে ভাসমান হব নোৱাৰে। অথচ আমি প্ৰত্যক্ষভাৱে অনুভৱ কৰি থাকোঁ যে আমি নিজে যেন কৰ্তা, আমাৰ ইন্দ্ৰিয়বিলাক যেন কৰণ আৰু বিষয়বিলাক কৰ্ম। ইয়াৰ উপপত্তি হয় কেনেকৈ? দ্বিতীয় কথা হৈছে এই যে ইহঁত যে লগ লাগে বুলি কোৱা হ'ল, সেই লগ লগা সম্বন্ধটি কি বা কেনে, কিহৰদ্বাৰা ইহঁত পৰস্পৰে সম্বন্ধী হৈ পৰিল? এই প্ৰশ্নৰ উত্তৰ এই— আগেয়ে কোৱা হৈছে যে বুদ্ধিৰ স্বৰূপ নিশ্চয়জ্ঞান, চিত্তৰ বৃত্তি অনুসন্ধান বা স্মৰণ, অহং বা মই অভিমানৰূপ বৃত্তিয়ে অহঙ্কাৰ আৰু সংকল্প-বিকল্পাত্মক বৃত্তিৰ নাম মন। এই সমুদায়কে অন্তঃকৰণ বোলা হয় আৰু কেতিয়াবা কেতিয়াৰ মন শব্দৰদ্বাৰাও এই অন্তঃকৰণকে বুজোৱা হয়। এই অন্তঃকৰণ অত্যন্ত স্বচ্ছ, নিৰ্মল

বস্তু, তাত পূৰ্বোক্ত ব্ৰহ্ম বা ভগৱন্ত প্ৰতিফলিত হয়। তেতিয়া সেই প্ৰতিবিম্বিত-চৈতন্যযুক্ত মন বা অন্তঃকৰণ চেতনৰূপে প্ৰতিভাত হয়। এই মন প্ৰতিবিম্বিত চৈতন্য ঈশ্বৰেই জীৱ।

আছে মন সমস্ত প্ৰাণীৰ হৃদয়ত।
ঈশ্বৰৰ প্ৰতিবিম্ব লাগিছে মনত॥
তাকে বুলি জীৱ মন এবে ভিন্ন দুই।
এক পিণ্ড ভৈলা যেন লোহা অগ্নি দুই॥

[অঃ পাঃ ৬৬-৬৭]

"যেন চন্দ্ৰৰ প্ৰতিবিম্বতেসে কম্পাদি গুণ দেখি, বিম্বত নেদেখি; তেমনে জীৱৰেসে সংসাৰ, ঈশ্বৰত নাই, এতেকে ঈশ্বৰত ভক্তি কৰিলে আপুনি সংসাৰ গুছে।" [কঃ ভাঃ ৩।৭ পৃঃ ৭৩]

মন অণু বা সূক্ষ্ম, গতিকে তদ্বিশিষ্ট হোৱাৰ কাৰণে নিঃসীম-ভূমৰূপ ঈশ্বৰকো জীৱ হিচাপে অণু বুলি কোৱা হয়; যেনে ক্ষুদ্ৰ আৰ্চিত প্ৰতিবিম্বিত ডাঙৰ বস্তুকো ক্ষুদ্ৰ দেখা যায়; যেনে আকাশ স্বৰূপতে নিঃসীম হলেও চুঙা বা বস্ত্ৰমধ্যগত হিচাপে সৰু চুঙা, ডাঙৰ চুঙা, সৰু ফুটা, ডাঙৰ ফুটা, এনেকৈ পৰিচ্ছিন্নৰূপে ব্যৱহাৰ কৰা হয়।

*বিষয়জ্ঞান*

এই অন্তঃকৰণ-প্ৰতিবিম্বিত চৈতন্যই গৈ আকৌ জ্ঞানেন্দ্ৰিয়ত প্ৰতিফলিত হৈ ইন্দ্ৰিয়বৃত্তিৰ লগে লগে গৈ বিষয়টোক বিয়পে আৰু বিষয়ব্যাপ্তিৰ লগে লগে ইন্দ্ৰিয়-বৃত্তি, আৰু অন্তঃকৰণ-বৃত্তি আৰু তৎপ্ৰতিবিম্বিত-চৈতন্য অভিন্ন যেন হৈ বিষয়াকাৰে পৰিণত হয়; এয়ে বিষয়ৰ প্ৰত্যক্ষ জ্ঞান। এনেকৈ অন্তঃকৰণ, ইন্দ্ৰিয় আৰু বিষয়ত চৈতন্যৰ প্ৰতিফলনটোৱে ইইঁতৰ সম্বন্ধৰ ঘটক আৰু ইটোত আনটো প্ৰতিফলিত হোৱাটোৱে ইইঁতৰ সম্বন্ধ। প্ৰতিবিম্বিত-চৈতন্য বিশিষ্ট অন্তঃকৰণ বা মন আদি কৰণবোৰৰ বিষয়-গ্ৰহণৰ অভিমুখে বিকিৰণ বা ব্যাপাৰৰ নাম বৃত্তি। এই কাৰণে প্ৰতিবিম্বিত-চৈতন্য-যুক্ত ইন্দ্ৰিয়ৰ বিষয়াভিমুখে যি স্ফুৰণ সেয়ে ইন্দ্ৰিয়-বৃত্তি; সেইদৰে প্ৰতিবিম্বিত চৈতন্য-বিশিষ্ট মনৰ বিষয় প্ৰকাশ-প্ৰবৃত্তিৰ নাম অন্তঃকৰণ-বৃত্তি ইত্যাদি প্ৰকাৰে বুজিব লাগে।

*অধ্যাস*

অন্তঃকৰণ ইন্দ্ৰিয় আৰু বিষয়ো প্ৰতিবিম্বিত চৈতন্যৰ যোগত ইটোত আনটো প্ৰতিফলিত হয়; তাৰ ফলত ইটোত আনটোৰ ৰূপ বা ধৰ্ম অধ্যস্ত (আৰোপিত) হয়। জ্ঞান বা প্ৰকাশ, সত্তা, আনন্দ—এইবিলাক চৈতন্যপুৰুষৰ স্বৰূপ; ক্ৰিয়া, দুঃখ, ক্লেশ, নিৰানন্দ আদি অন্তঃকৰণৰ

ধৰ্ম। যেনেকৈ লেমৰ চিম্নিটো ক'লা পৰিলে আমি কওঁ,—'জুইকুৰা ক'লা পৰিল' আৰু চিম্নিটো পৰিষ্কাৰে থাকিলে কওঁ—"চিম্নিটোৱে ভাল পোহৰ দিছে।" ইয়াত ক'লা পৰাটো চিম্নিৰ ধৰ্ম জুইত আৰোপিত হৈছে; পোহৰটো জুইৰ স্বৰূপ চিম্নিত আৰোপিত হৈছে। সেইদৰে চৈতন্যৰ স্বভাৱ সত্তা, জ্ঞান আৰু আনন্দ অন্তঃকৰণ আদিত আৰোপিত হৈ সিহঁতো চেতন বুলি , সৎ বুলি, প্ৰকাশস্বৰূপ বুলি, আনন্দযুক্ত বুলি প্ৰতীত হয় আৰু অন্তঃকৰণ আদিৰ ধৰ্ম, ক্ৰিয়া, দুখ-দৈন্য আদি চেতন আত্মাত আৰোপিত হৈ আত্মাই কৰ্তা ( ক্ৰিয়াবান্ ) দুঃখী আৰু দীন আদিৰূপে প্ৰতীত ।

তুমি সত্য ব্ৰহ্ম তোমাত প্ৰকাশে
জগত ইটো অনন্ত।
জগততো সদা তুমিসে প্ৰকাশা
অন্তৰ্যামী ভগৱন্ত ॥" [ কীঃ ২১।২।১৪ ]

ইন্দ্ৰিয়ৰ সঙ্গে জীৱে ভুঞ্জে বিষয়ক।
আত্মা বুলি মানে মায়াময় শৰীৰক ॥
[ নিঃ নঃ—১১০ ]

অন্তঃকৰণ মায়াৰ কাৰ্য। এই অন্তঃকৰণাৱচ্ছিন্ন চৈতন্য-পুৰুষেই জীৱ আৰু মায়াৱচ্ছিন্ন চৈতন্যপুৰুষেই ঈশ্বৰ। ইয়াৰ অৱচ্ছেদক ( পৰিচায়ক ) মায়া আৰু অন্তঃকৰণৰ ব্যাৱহাৰিক ভেদ থকাৰ কাৰণেই ঈশ্বৰ আৰু জীৱ ভিন্ন হৈ পৰিছে; ভেদক অন্তঃকৰণ নোহোৱা হৈ গলে জীৱৰ ভিন্ন সত্তা নাথাকে। যেনে, নানা বৰণৰ সৰু কাচৰ টুকুৰাৰে বনোৱা ডাঙৰ আৰ্চি এখনত যেতিয়া আকাশস্থ সূৰ্যৰ প্ৰতিবিম্ব পৰে তেতিয়া ভিন ভিন বৰণৰ প্ৰত্যেক টুকুৰা কাচত প্ৰতিবিম্বিত সূৰ্যক ভিন ভিন বৰণৰ দেখা যায় আৰু গোটেইখন আৰ্চিত প্ৰতিবিম্বিত নানা বৰ্ণবিশিষ্ট এটা বৃহৎ সূৰ্যও দেখা যায়। ইয়াত ভিন ভিন বৰণীয় কাচৰ টুকুৰাবিলাক অন্তঃকৰণস্থানীয়, তাত প্ৰতিবিম্বিত সূৰ্যবিলাক জীৱ-স্থানীয়; সমগ্ৰ আৰ্চিখন মায়াস্থানীয়, তাত প্ৰতিবিম্বিত সূৰ্যটো ঈশ্বৰস্থানীয় আৰু আচল বিম্বৰূপ সূৰ্যটো নিৰঞ্জন ভগৱন্তস্থানীয়। ইয়াত আচল বিম্বৰূপ সূৰ্য নিৰ্মল নিঃসঙ্গ হলেও মলিন কাচত প্ৰতিবিম্বিত হৈ তাৰ সম্পৰ্কত মলিন আৰু নানাৰূপে ৰূপান্বিত যেন দেখা যায়; সেইদৰে ভগৱন্ত নিৰ্মল, নিষ্ক্ৰিয়, শান্ত, অবিকাৰী সচ্চিদানন্দৰূপ হলেও মলিন, সক্ৰিয়, দীন আৰু বিকাৰী যেন অন্তঃকৰণত প্ৰতিবিম্বিত হৈ মলিন, সক্ৰিয় দীন আৰু বিকাৰী যেন দেখা যায়।

*জীৱ-ঈশ্বৰৰ ভেদ*

একে ব্ৰহ্ম আছা সৰ্ব দেহক প্ৰকটে।
যেন এক আকাশ প্ৰত্যেক ঘটে ঘটে ॥
জলত সূৰ্যক যেন দেখি ভিন্ন ভিন্ন।
সেহিমতে জানিবা ব্ৰহ্মবো ভেদহীন ॥
[ ভাঃ ১২ শ স্ক : ২০১৪৬ ]

নিত্য নিৰঞ্জন স্বপ্ৰকাশ আত্মা এক।
মায়া উপাধিৰ পদে দেখয় অনেক ॥
[ কুৰুক্ষেত্ৰ ৫১০ ]

যদ্যপি তোমাত কৰি জীৱ নোহে ভিন্ন।
তথাপিস্তো ভৈল প্ৰভু তোমাৰ অধীন ॥
[ দশম ১৬৯৮ ]

ঈশ্বৰত কৰি জীৱ ভিন্ন মুহি শান্ত অবিকাৰী হয়।
ভ্ৰান্তিয়ে অজ্ঞান আৱৰিত হুয়া আপোনাক নজানয় ॥
[ ভঃ ৰঃ ৭৬৮ ]

মনে দুঃখ পাইলে জীৱে বোলে মই পাওঁ।
মনে যৈক যাৱে জীৱে বোলে মই যাওঁ ॥
মনে যিবা কৰে জীৱে বোলে মই কৰোঁ।
মনৰ মৰণে জীৱে বোলে মই মৰোঁ ॥
যেন সূৰ্যবিম্ব লৰে জলৰ মাজত।
জল স্থিৰ ভৈলে বিম্ব থাকে পূৰ্ববত ॥
মনৰ কৰ্মক যিটো মোৰ বুলি মানে।
কৰ্মপাশে বন্দী জীৱ এহিসে নিদানে ॥
আত্মাৰ প্ৰসঙ্গে মন ভৈল সচেতন।
মনতেসে আছে জানা চৈধ্যয় ভুৱন ॥
[ অঃ পাঃ ৬৭-৬৯ ]

*জীৱ-ঈশ্বৰাদিৰ অভেদ*

এটা বস্তুৱে লক্ষণভেদে—( পৰিচায়ক ধৰ্ম ) নানাৰূপে প্ৰতীত হয়। যেনে এক দেহদত্তই বৰ্ণৰ পিনেদি ব্ৰাহ্মণ বয়সৰ পিনেদি বৃদ্ধ, আৰ্থিক অৱস্থাৰ পিনেদি ধনী, শাৰীৰিক অৱস্থাৰ পিনেদি দীন বা দুৰ্বল ইত্যাদিৰূপে প্ৰতীত হয়, সেইদৰে একে ভগৱন্তপুৰুষ লক্ষণ উপাধিভেদে ঈশ্বৰ, জীৱ, ব্ৰহ্ম, পৰমাত্মা, ভগৱান, নাৰায়ণ ইত্যাদি নানাৰূপে প্ৰতীত আৰু সেৱিত হয়।

স্বৰূপত একেমাত্ৰ মৃত্তিকা আকাৰ।
ঘট পট ভেদে দেখি অনেক প্ৰকাৰ॥
এহিমতে অনেক অদ্বৈত আত্মবুদ্ধ।
মায়া উপাধিৰ পদে দেখি নানা বিধ॥

[ কুঃ ক্ষেঃ ৫১২ ]

সেহিসে ঈশ্বৰ যাৰ বশ্য মায়া
পৰম আনন্দময়।
মায়া মৰ্দে যাক তাকে বুলি জীৱ
দুঃখতে তাৰ উদয়॥

[ ভঃ ৰঃ ৭৭৮ ]

ঈশ্বৰৰ সেৱা কৰিলে জীৱৰ,
গুচয় মায়াৰ ভ্ৰম।
ব্ৰহ্ম পদে শুদ্ধ জীৱক কহয়,
ঈশ্বৰ পৰমব্ৰহ্ম॥

[ নাঃ ঘোঃ ১৭৪ ]

সমাধিত বেকত হোৱন্তে গুচে ভ্ৰম।
তেখনে বোলয় জানা মাধৱক ব্ৰহ্ম॥

[ নিঃ নঃ ১৮০ ]

প্ৰবৰ্ত্তান্ত যেখনে ইন্দ্ৰিয় সমস্তক।
পৰমাত্মা বোলয় তেখনে মাধৱক॥

[ তথা ১৭৯ ]

ব্ৰহ্ম পৰমাত্মা ভগৱন্ত এক তত্ত্ব।
একেৰেসে তিনি নাম লক্ষণভেদত॥

[ তথা ১৮১ ]

কৰন্ত যেখনে ইটো-স্থিতি-অন্ত।
তেখনে বোলয় মাধৱক ভগৱন্ত॥

[ তথা ১৮০ ]

সবাৰো স্বৰূপ কৰে ব্ৰহ্মোসে প্ৰকাশ।
সমস্ততে যিটো কৰি আছন্ত প্ৰকাশ॥
তেহেন্তেসে নাৰায়ণ জানিবা নৃপতি।
তাহান চৰণ সেৱা বিনে নাই গতি॥

[ তথা ১৮৮ ]

ইয়াত লক্ষণভেদ মানে কি সেইটো নাজানিলে ব্ৰহ্ম, নাৰায়ণ, ভগৱন্ত আদিৰ ঐক্য জ্ঞান হোৱাত নানা বাধা উপস্থিত হয়। এক ঠাইত যিটোকে ব্ৰহ্ম বা পৰমাত্মাৰ লক্ষণ বুলি কোৱা হৈছে—সেইটোকে হয়তো আন ঠাইত আকৌ নাৰায়ণৰ লক্ষণ বুলি কোৱা হৈছে। গতিকে সেই বিষয়ে নিশ্চিতবোধ হব নোৱাৰে। এই কাৰণে লক্ষণ মানেনো কি, তাৰ ভেদেই বা কেনে, সেইটো বিচাৰ কৰি চোৱা হ'ক।

যাৰদ্বাৰা কোনো এটা বস্তুক তদ্‌ভিন্ন (আন) বস্তুৰপৰা বেলেগ হিচাপে চিনি পোৱা যায় সেয়ে সেই বস্তুৰ লক্ষণ। এই লক্ষণ বা পৰিচায়ক চাৰি প্ৰকাৰ—১। স্বৰূপ ২। বিশেষণ ৩। উপলক্ষণ ৪। উপাধি। ১। যিটো বস্তুটোৰ স্বৰূপতকৈ অনতিৰিক্ত হৈ বস্তুটোৰ পৰিচায়ক হয় সেয়ে স্বৰূপ লক্ষণ। ২। যিটো লক্ষ্য বস্তুটোৰ স্বৰূপৰ লগত অবিচ্ছেদ্য সম্বন্ধে সম্বন্ধ হৈ থাকি বস্তুটোক আনৰপৰা বেলেগ কৰি বুজাই দিয়ে সেয়ে বিশেষণ। ৩। যিটো কোনো এক সময়ত বা অৱস্থা বিশেষতহে লক্ষ্য বস্তুৰ লগত সম্বন্ধ হয় অথচ সি বস্তুটোক ইতৰ বস্তুৰপৰা বেলেগ কৰি বুজাব পাৰে তাকে বোলা হয় উপলক্ষণ অৰ্থাৎ ওপৰক্ষি লক্ষণ। ৪। যিটো আচলতে বস্তুটোৰ লগত লগ লাগি নাথাকে অথচ সি নিজৰ ৰূপেৰে বস্তুটোক ৰূপায়িত কৰি তাৰ পৰিচায়ক হয়, তাকে উপাধি বোলে। যেনে তিনিটা কাচৰ পাত্ৰ আছে, এটাত ৰঙা ৰঙ্ দিয়া ; এটাত যোৱাকালি ৰঙা ৰঙ্ দিয়া হৈছিল, তাৰ ৰঙটো এতিয়া উঠি গৈছে ; তৃতীয়টোৰ ওচৰত এটা ৰঙা জবাফুল থকাৰ কাৰণে সেই ফুলৰ জেউতি পৰি পাত্ৰটো ৰঙা বৰণীয়া হৈছে। এই তিনিওটা পাত্ৰকে আমি 'ৰঙা কাচৰ পাত্ৰ' বুলি কব পাৰোঁ। 'ৰঙা কাচৰ পাত্ৰটো আনাচোন' বুলি কলে কাচ কথাটো পাত্ৰৰ স্বৰূপ লক্ষণ, কাৰণ পাত্ৰটোৰ স্বৰূপভূত কাচক বাদ দিলে তাৰ অস্তিত্বই নাথাকে ; গতিকে এই বাক্যৰদ্বাৰা ৰঙা বৰণৰ কাচৰ পাত্ৰ এটা আনিব লাগে বুলি বুজা গ'ল। যদি 'ৰঙা' কথাটো পাত্ৰৰ বিশেষণ বুলি ধৰা হয় তেন্তে প্ৰথমটি পাত্ৰ ; যদি উপলক্ষণ বুলি ধৰা হয় তেন্তে দ্বিতীয়টি পাত্ৰ, যদি উপাধি বুলি ধৰা হয় তেন্তে তৃতীয়টি পাত্ৰ আনিব লাগিব। ৰঙা ৰঙ্‌টো প্ৰথমটোৰ বিশেষণ, দ্বিতীয়টোৰ উপলক্ষণ, তৃতীয়টোৰ উপাধিৰূপে পৰিচায়ক হৈছে।

*লক্ষণ কি*

*লক্ষণৰ প্ৰকাৰভেদ*

এই বিষয়ে আৰু এটা লৌকিক উদাহৰণ এই যে—'বুঢ়াগোহাঞি' এটা পদবী। এই পদত অধিষ্ঠিত ব্যক্তিক হে আচলতে 'বুঢ়াগোহাঞি' বোলা হয়। পুৰণি কালৰ আহোম ৰজা এজনে টেকেলাক আদেশ দিলে যে "বুঢ়াগোহাঞিক মাতি আনা।" তেতিয়া টেকেলাই 'বুঢ়াগোহাঞি' পদত অধিষ্ঠিত যি কোনো এজনকে মাতি আনিবগৈ। এইস্থলত 'বুঢ়াগোহাঞি' কথাটো স্বৰূপ লক্ষণ হৈছে। ৰজাই যদি কয় যে "বুঢ়াগোহাঞি পূৰ্ণানন্দক হে মাতি আনাগৈ।" এইস্থলত 'বুঢ়াগোহাঞি' কথাটো পূৰ্ণানন্দৰ বিশেষণৰূপ

লক্ষণ হৈছে ; কাৰণ 'বুঢ়াগোহাঞি' পদত অধিষ্ঠিত পূৰ্ণানন্দক হে মাতিবলৈ কৈছে। পূৰ্ণানন্দ 'বুঢ়াগোহাঞিয়ে' 'বুঢ়াগোহাঞি' পদৰপৰা অৱসৰ লোৱাৰ পিছত যদি ৰজাই "পূৰ্ণানন্দ বুঢ়াগোহাঞিক মাতি আনাগৈ।" বুলি কয় তেন্তে তেনেস্থলত 'বুঢ়াগোহাঞি' কথাটো উপলক্ষণৰূপ পৰিচায়ক হে হব; কাৰণ আগেয়েহে তেওঁ 'বুঢ়াগোহাঞি' আছিল, এতিয়া নহয়। কিন্তু যদি আজিকালিৰ কোনোবাই কয়—"অমুক বুঢ়াগোহাঞিক মাতি আনাগৈ।" তেন্তে ইয়াত 'বুঢ়াগোহাঞি' কথাটো উপাধি বুলিহে কোৱা হয় ; কাৰণ এই বুঢ়াগোহাঞিৰূপে পৰিচিত মানুহজন কেতিয়াও বুঢ়াগোহাঞি পদত অধিষ্ঠিত হোৱা নাই ; এওঁৰ বংশৰ উপৰি পুৰুষ কোনোবা 'বুঢ়াগোহাঞি' আছিল, তেওঁৰ বংশত ওপজাৰ কাৰণেই তেওঁৰ সেই পদবীটো এওঁত আৰোপ কৰা হৈছে। সেইদৰে নিৰ্বিশেষ নিৰাকাৰ পৰমব্ৰহ্মতত্ত্বক যে সৎ, চিৎ(জ্ঞান), আনন্দ, নিত্য, সত্য বুলি কোৱা হয় তাত সৎ, চিৎ আদি কথাবিলাক ব্ৰহ্মৰ স্বৰূপলক্ষণ অৰ্থাৎ এইবিলাকতকৈ ব্ৰহ্মতত্ত্ব বা ব্ৰহ্মতত্ত্বতকৈ এইবিলাক ভিন্ন তত্ত্ব নহয়। তেওঁক যে জগৎ-প্ৰপঞ্চৰ সৃষ্টি-স্থিতি-লয়ৰ কাৰণ বা ঈশ্বৰ বোলা হয়, এইস্থলত সৃষ্টি-স্থিতি-লয়াদি তেওঁৰ উপলক্ষণ ; কাৰণ ব্ৰহ্ম, সৃষ্টি-স্থিতি-লয়ৰ কাৰণ হয় কেতিয়াবা হে ; সৃষ্টি-স্থিতি-লয় নকৰা অৱস্থাৰ ব্ৰহ্মবো ই পৰিচায়ক হৈছে। সেই ব্ৰহ্মক যে সগুণ, সবিশেষ, সাকাৰ, ঈশ্বৰ বুলি কোৱা হয় তাত সগুণ আদি কথাবিলাক তেওঁৰ ( ব্ৰহ্মৰ ) উপাধিৰূপ পৰিচায়ক হয় ; সগুণতা, সবিশেষতা আদি তেওঁৰ নিজৰ ধৰ্ম নহয় তেওঁৰ শক্তি-মায়াৰ হে ধৰ্ম। মায়াত তেওঁৰ প্ৰতিবিম্ব পৰাৰ কাৰণে মায়াৰ ৰূপটো তেওঁত আৰোপিত হৈছে। সেইদৰে যেতিয়া সবিশেষ ঈশ্বৰক সগুণ বুলি, নিৰ্গুণ বুলি, সাকাৰ বুলি, নিৰাকাৰ বুলি কোৱা হয় তেতিয়া বুজিব লাগিব যে সগুণতা, আৰু সাকাৰতা ঈশ্বৰৰ বিশেষণ, নিৰ্গুণতা আৰু নিৰাকাৰতা তেওঁৰ উপলক্ষণৰূপ পৰিচায়ক হে।

*ব্ৰহ্মত লক্ষণ সমন্বয়*

মায়াৱচ্ছিন্ন চৈতন্যই ঈশ্বৰ আৰু অন্তঃকৰণাৱচ্ছিন্ন চৈতন্যই জীৱ ; অৰ্থাৎ মায়াৰ-দ্বাৰা পৰিচিত হলে ব্ৰহ্মই ঈশ্বৰশব্দ-বাচ্য হয় আৰু অন্তঃকৰণদ্বাৰা পৰিচ্ছিন্ন হলে সেই ব্ৰহ্মই জীৱ শব্দৰ বাচ্য হয়। ইয়াত মায়া বিশেষণৰূপে ঈশ্বৰৰ আৰু উপাধিৰূপে ব্ৰহ্ম-চৈতন্যৰ অৱচ্ছেদক (পৰিচায়ক) হৈছে আৰু অন্তঃকৰণ বিশেষণৰূপে জীৱৰ আৰু উপাধি ৰূপে ব্ৰহ্ম-চৈতন্যৰ অৱচ্ছেদক হৈছে ; যেনে ৰঙা ফটিক পাত্ৰ বুলিলে, ফটিক ৰঙা হব নোৱাৰে গতিকে ৰঙাটো পাত্ৰৰ উপাধি আৰু ফটিকটো পাত্ৰৰ স্বৰূপ বা বিশেষণ বুলি অৱশ্যে স্বীকাৰ কৰিব লগা হয়। ভগৱন্ত, ঈশ্বৰ, ব্ৰহ্ম, পৰমাত্মা, নাৰায়ণ, জীৱ আদিৰ স্বৰূপ কাৰ্য বা ধৰ্ম আদিৰূপে বৰ্ণিত পৰস্পৰ বিৰোধী কথাবিলাকৰ স্বৰূপ, বিশেষণ, উপলক্ষণ বা উপাধিৰূপতা যথাযোগ্যভাৱে স্বীকাৰ কৰি সামঞ্জস্য বিধান কৰিব লাগে।

উল্লিখিত সন্দৰ্ভৰদ্বাৰা এইকেইটা কথা কোৱা হ'ল—(১) পৰমব্ৰহ্ম বা ভগৱন্ত আচলতে নিৰাকাৰ, নিৰ্বিশেষ, নিৰ্গুণ, সত্য, জ্ঞান, আনন্দস্বৰূপ। (২) মায়া তেওঁৰ শক্তি, তেওঁতকৈ অনতিৰিক্ত ভাৱৰূপ অজ্ঞানস্বৰূপ গতিকে অনিৰ্বাচ্য। (৩) মায়োপহিত ব্ৰহ্ম-চৈতন্যই ঈশ্বৰ। (৪) অন্তঃকৰণ মায়াৰ কাৰ্য। (৫) অন্তঃকৰণোপহিত ( অন্তঃকৰণৰূপ উপাধিবিশিষ্ট ) ব্ৰহ্ম-চৈতন্যই জীৱ। (৬) ব্ৰহ্ম মায়া আৰু অন্তঃকৰণত প্ৰতিবিম্বিত (প্ৰতিফলিত) হয় গতিকে মায়া আৰু অন্তঃকৰণৰ ধৰ্মবোৰ তেওঁত আৰোপিত হয় আৰু ব্ৰহ্মৰ স্বৰূপ চৈতন্য আনন্দ, সত্তা আদিও মায়া আৰু তাৰ কাৰ্য অন্তঃকৰণ বা জগতত আৰোপিত হয়। (৭) মায়াই ভগৱৎ চৈতন্যৰ প্ৰেৰণাবশতঃ প্ৰকৃত্যাদি জগৎ-প্ৰপঞ্চৰূপে পৰিণত হৈছে কাৰণেই মায়াৰ কাৰ্যই জগৎ।

এতিয়া, ভগৱন্ত (ব্ৰহ্ম), জীৱ আৰু জগতৰ পৰস্পৰ ভেদাভেদ কেনেকুৱা তাকে চোৱা য'ক।

ভগৱন্তই উপাধিভেদে ঈশ্বৰ আৰু জীৱৰূপে বৰ্তমান গতিকে জীৱ আৰু ঈশ্বৰৰ যে আচলতে ভেদ নাই, এই কথা আগৰ কথাখিনিৰ ভিতৰতে কোৱা হৈছে।

আমি যদি জগতৰ বস্তুবিলাকৰ স্বৰূপ বিবেচনা কৰোঁ তেন্তে এইটো স্পষ্টভাৱে বুজোঁ যে এই জগতত আমাৰ যত প্ৰকাৰ জ্ঞান হয় সেই সকলো জ্ঞানতে দুইপ্ৰকাৰ পদাৰ্থ প্ৰতীত হয় ; এক প্ৰকাৰ হৈছে সামান্য বা অনুবৃত্ত আৰু আন প্ৰকাৰ হৈছে বিশেষ বা ব্যাবৃত্ত। আমাৰ সকলো জ্ঞানেই এইদৰে সামন্য আৰু বিশেষ বা অনুবৃত্ত আৰু ব্যাবৃত্ত, এই দুটা বস্তুকে সদায় প্ৰকাশ কৰিব লাগিছে। ঘট আছে, পট আছে, নীল আছে, পীত আছে, এই সকলোকেইটি জ্ঞানতে এই দুটা বস্তুই প্ৰতিভাত হৈছে, 'আছে' এই শব্দটোৰদ্বাৰা আমি যাক কৈছোঁ সেইটো সত্তা বা অস্তিত্বৰ বাহিৰে একো নহয়। এই সত্তাই সামান্য পদাৰ্থ. সকলো বস্তুমাত্ৰতে ই অনুবৃত্ত (অবিচ্ছিন্ন) ভাৱে আছে। ঘট, পট, নীল, পীত আদি শব্দৰদ্বাৰা যাক কোৱা হৈছে সকলোৱে বিশেষ বা ব্যাবৃত্ত পদাৰ্থ। ঘটত্ব ঘটতহে আছে, ঘটব্যতিৰিক্ত পট আদিত নাই। সেইদৰে পটত্বও পটতহে আছে, তদতিৰিক্ত ঘট আদিত নাই। ঘট বোলা বস্তু ঘটবিষয়ক জ্ঞানত আছে, পটবিষয়ক জ্ঞানত নাই ; পট বোলা বস্তুটো আকৌ পটবিষয়ক জ্ঞানতহে আছে, ঘটবিষয়ক জ্ঞানত নাই। কিন্তু সত্তা বোলা বস্তুটো হলে সকলো জ্ঞানতে আছে ; আমাৰ এনে কোনো জ্ঞান নাই যিটোত সত্তাৰূপ সামান্য পদাৰ্থৰ প্ৰকাশ হোৱা নাই। যিকোনো বিশেষ বস্তুৰ জ্ঞান নহওক তাত সত্তাৰূপ সামান্য পদাৰ্থটিক এৰি তাৰ বিশেষৰূপটিক আমি কোনোমতে বুজিব নোৱাৰোঁ। অকল যদি ঘট শব্দটো উচ্চাৰণ কৰোঁ তাতো আমি বুজিম যে ঘট আছে, অথবা ঘট আছিল নাইবা ঘট হব। আছে, আছিল আৰু হব এই শব্দকেইটায়ো কালভেদে হলেও সত্তা বা

*সত্তা/ সৰ্বময়তা*

অস্তিত্বকে বুজাইছে। একে সত্তা বোলা পদাৰ্থটিক ভিন-ভিন বিষয়ৰ জ্ঞানত আমি অতীত, বৰ্তমান বা ভবিষ্যৎকালৰদ্বাৰা আৰু ভিন ভিন বিষয়ৰ বিশেষ বিশেষ ৰূপৰ-দ্বাৰা পৰিচ্ছিন্নৰূপে বুজোঁ; এই কথা কোনোৱে অস্বীকাৰ কৰিব নোৱাৰে। ঘট, পট, মঠ আদি সকলো বস্তুকে বুজাৰ পিছত আমি কওঁ– ঘট-সৎ, পট-সৎ, মঠ-সৎ, পৃথিবী-সৎ, জল-সৎ, বায়ু-সৎ, আকাশ-সৎ ; গতিকে বুজা যায় যে যিদৰে ঘট আৰু সৎ অভিন্ন বস্তু ; সেইদৰে পট আৰু সৎও একেই পদাৰ্থ। এনে হলে ঘট আৰু পট একে বস্তু নহব কিয় ? সৎ বুলিলে আমি এটা পদাৰ্থকে বুজোঁ, ঘটো সৎ, পটো সৎ অথচ ঘট আৰু পট হলে একে বস্তু নহয় বেলেগ, এইটো কোনোমতে সম্ভৱ হব নোৱাৰে ! যেনে 'ক' আৰু 'খ' যদি একে বস্তু হয় আৰু 'খ' আৰু 'গ' যদি একে বস্তু হয় তেন্তে 'ক' আৰু গ'ও যে একে বস্তু এইটো সহজবোধ্য কথা। এতিয়া আমি বুজিলোঁ যে সত্তা বোলা বস্তুটি সকলো দেশতে, সকলো কালতে, সকলো অৱস্থাতে সকলো বিষয়তে অনুবৃত্তভাৱে আছে ; এনে কোনো বিষয় বস্তু নাই যিটো কোনো দেশত কোনো সময়ত. কোনো অৱস্থাত সত্তাতকৈ ভিন্নভাৱে থাকিব পাৰে।

*জ্ঞানৰ সৰ্বময়তা*

সত্তা বোলা বস্তুটি আকৌ জ্ঞানক বাদ দি কেতিয়াও ক'তো নাথাকে। ঘট, পট, মঠ, নীল, পীত আদি সকলো সৎ পদাৰ্থই জ্ঞানৰদ্বাৰা প্ৰকাশিত হয়। দৃশ্য বস্তু যেতিয়ালৈকে ক'তো কাৰো কোনো প্ৰকাৰ জ্ঞানৰ বিষয় নহয় তাৰ অস্তিত্বত কোনোৱে বিশ্বাস কৰিব নোৱাৰে। আমাৰ জ্ঞানে যাক যিৰূপে প্ৰকাশ কৰে 'সেয়ে সেইৰূপে সৎ' বুলি আমি স্বীকাৰ কৰোঁ। যিটো কোনো জ্ঞানৰদ্বাৰা প্ৰকাশিত হোৱাৰ সম্ভাৱনা নাই তাৰ সত্তা বা অস্তিত্ব স্বীকৃত হোৱাৰো কোনো সম্ভাৱনা নাই। যি জ্ঞানৰদ্বাৰা জগতৰ সকলো বস্তু প্ৰকাশিত হয় সেই জ্ঞান কিন্তু সৰ্বদাই একৰূপ ; তাৰ স্বৰূপৰ কেতিয়াও কোনো পৰিবৰ্তন নহয়। ঘট, পট, মঠ. নীল, পীত আদি বিষয়বিলাক বিভিন্ন হলেও জ্ঞান প্ৰকাশময় স্বৰূপৰ বাহিৰে আন কোনোৰূপে আমাৰ পৰিচিত নহয়। ঘটজ্ঞানৰ বিষয় ঘটতকৈ পটজ্ঞানৰ বিষয় পট পৃথক্ বস্তু ; কিন্তু ঘটজ্ঞান আৰু পটজ্ঞানৰ বিষয়গত পাৰ্থক্যখিনিক বাদ দিলে স্বৰূপগত কোনো পাৰ্থক্য আছে বুলি আমি বুজি নাপাওঁ। এই কথাৰদ্বাৰা জ্ঞান আৰু বিষয় সত্তাও ফলতঃ একে হৈ পৰে ; কাৰণ যি বস্তু দুটা পৰস্পৰে ভিন্ন তাৰ

*আত্মাৰ সদ্‌জ্ঞান অব্যতিৰেক*

কেতিয়াবা নহয় কেতিয়াবা এটাক এৰিও আনটিৰ উপলব্ধি হয়; কিন্তু জ্ঞান আৰু সত্তাৰ এটাক এৰি আনটোৰ উপলব্ধি হোৱা কেতিয়াও দেখা নাযায়। গতিকে ইহঁত পৰস্পৰ ভিন্ন বস্তু নহয় বুলি বুজা যায়। এই কাৰণে ঘট-পটাদি বিশেষ বিশেষ বিষয়বোৰ, তথা সৎ আৰু জ্ঞান আচলতে একে বস্তু। যুক্তিৰদ্বাৰা ইহঁতৰ ভেদ-নিৰূপণ কৰা অসম্ভৱ।

সত্তা আৰু জ্ঞানৰ লগে লগে নিয়তভাৱে আৰু এটা বস্তুৰ উপলব্ধি হয়, সেইটো হৈছে আত্মা বা দ্ৰষ্টা। আমাৰ যি জ্ঞানেই নহ'ক তাত 'মই' বোলা অহঙ্কাৰাত্মক তত্ত্বটিৰ মাজত আত্মা নামৰ বস্তুটিৰ প্ৰকাশ নোহোৱাকৈ নাথাকে। ঘট-জ্ঞান, পট-জ্ঞান, মঠ-জ্ঞান এই সকলোতে 'মই' জ্ঞান আদিৰ সাক্ষী হিচাপে এক আত্মাৰ স্ফুৰণ আমি উপলব্ধি কৰোঁ। সেইদৰে এই আত্মাৰ লগতে সত্তাৰো প্ৰতীতি হব লাগিছে। কেতিয়াবা যে সত্তাক বা জ্ঞানক এৰি আত্মাৰ স্ফুৰণ নাইবা আত্মাক এৰি এইবিলাকৰ প্ৰকাশ হব পাৰিব, সেইটো কল্পনাও কৰিব নোৱাৰি। 'মই' বুলিলেই তাৰ লগত সত্তা আৰু জ্ঞান অভিন্নভাৱে উপস্থিত হয়। 'মই অসৎ' বা মই অজ্ঞাত এনে বোধ নহয়, হোৱাৰ সম্ভাৱনাও নাই।

*আত্মা স্বপ্ৰকাশ*

অন্য বিষয়-বস্তুবিলাকৰ অপ্ৰকাশিত অৱস্থা এটা আমাৰ বোধত ধৰা পৰে, অন্য সময়ৰ কথাকে নকওঁ, গভীৰ নিদ্ৰাত কোনো বিষয়-বস্তুৱে প্ৰকাশ নাথাকে ; কিন্তু আত্মা তেতিয়াও নিদ্ৰা বা অজ্ঞানৰ সাক্ষীৰূপে ভাসমান হৈ থাকে। সেয়েহে গভীৰ টোপনিৰ পৰা উঠি আমি বুজোঁ আৰু কওঁ যে "মই গভীৰভাৱে পৰমসুখে নিদ্ৰিত হৈ আছিলোঁ, একোকে জনা নাছিলোঁ।" যদি সেই সময়ৰ কোনো জাগ্ৰত সাক্ষী নাই তেন্তে ময়ে যে শুইছিলোঁ, আকৌ সুখে শুইছিলোঁ, আকৌ একো জনা নাছিলোঁ – এইবিলাক খবৰ কোনে কৈ দিলে, কেনেকৈ জানিলোঁ ? এইবিলাকৰ সোঁৱৰণ হৈছে যেতিয়া অৱশ্যে সেইসময়ত এইবিলাকৰ অনুভূতি আছিল বুলি স্বীকাৰ কৰিব লাগিব ; অজ্ঞাত কথাৰ স্মৰণ হব নোৱাৰে। গতিকে সুসুপ্তিকালতো আত্মা নিজে নিজে প্ৰকাশ হৈ সুসুপ্তি বা অজ্ঞানৰ প্ৰকাশ কৰি আছিল বুলি বুজা যায়। এই কথাকে শঙ্কৰদেৱে বৰ্ণাইছে—

> যেখনে নিৰ্ভৰ নিদ্ৰা হোৱে উপস্থিত।
> ইন্দ্ৰিয়সকল অহঙ্কাৰৰ সহিত ॥
> তেখনে আত্মাত গৈয়া সবে হোৱে লয়।
> সেহিকালে আত্মা সাক্ষী স্বৰূপে থাকয় ॥

[ নিঃ নঃ ১৯৬ ]

জাগ্ৰতকালতো অনৱৰতে আত্মা বোলা বস্তুটিৰ অনুভৱ বা প্ৰত্যক্ষ হৈয়ে থাকে। নহলে মাজে মাজে "মই আছো নে নাই" এনেকুৱা সন্দেহ, বা 'মই নাই' এনেকুৱা বিপৰীত জ্ঞান উপস্থিত হ'লহেঁতেন ; তেনেতো হোৱা কেতিয়াও দেখা নাযায়। গতিকে আত্মা স্বয়ংপ্ৰকাশ জ্ঞানস্বৰূপ, ইয়াক আন কোনোৱে প্ৰকাশ নকৰে ই নিজে নিজেই প্ৰকাশমান হৈ থাকে আৰু আন বিষয়কো প্ৰকাশ কৰে।

নিত্য নিৰঞ্জন স্বপ্ৰকাশ আত্মা এক।
মায়া উপাধিৰ পদে দেখয় অনেক ॥

[ কুঃ ক্ষেঃ ৫১০ ]

আমি যে নানা বস্তুৰপৰা সুখ বা আনন্দ ভোগ কৰোঁ। সেই আনন্দ বোলা বস্তুটি ক'ত থাকে, ক'ত পাওঁ, কেনেকৈ ভোগ কৰোঁ? সাংখ্যবিদ্‌সকলৰ মতে সুখ সত্ত্বগুণৰ স্বৰূপ; নৈয়ায়িক আদিৰ মতে আত্মাৰ বিশেষ গুণ; অদ্বৈতৱাদী বেদান্তীসকলৰ মতে আত্মা স্বয়ংএ সুখৰূপ। আমি প্ৰত্যক্ষভাৱে বুজি পাওঁ যে নিজৰ অৰ্থেহে আমি সকলো বস্তুকে ভাল পাওঁ; আত্মাৰ সম্বন্ধ নোহোৱাকৈ কেতিয়াও ক'তো সুখানুভূতি কৰি পোৱা নাই। বিষয়ৰ অনুভূতি নথকা অৱস্থাতো গভীৰ নিদ্ৰাত পৰি কেৱল আত্মাতে আমি সুখানুভৱ কৰি থাকোঁ, সেই কাৰণেহে গভীৰ নিদ্ৰাৰ পিছত সাৰ পাই উঠি, সকলোৱে কয় যে "বৰ সুখেৰে শুই আছিলোঁ।" যদি নিদ্ৰিত অৱস্থাত সুখানুভৱ নহ'লহেঁতেন তেন্তে পিছত সুখৰ স্মৰণ হব নোৱাৰিলেহেঁতেন। পুত্ৰ, ভাৰ্যা, বিত্ত, বিদ্যা এই সকলোতকৈ প্ৰাণীয়ে নিজক বেছি ভাল পায়; নিজৰ কাৰ্যত নালাগিলে বা নিজৰ লগত সম্বন্ধ নহলে কোনো বস্তুৱে আমাৰ প্ৰিয় নহয়। নিজৰ বেয়া গুণে আমাক তৃপ্তি দিয়ে, আনৰ ভাল গুণেও তেনে তৃপ্তি নিদিয়ে। বিষয়াদি নহলেও সুসুপ্তি অৱস্থাত সুখ দেখা যায়, কিন্তু আত্মা ব্যতিৰেকে কতো সুখানুভূতি হোৱা দেখা নাযায়। গতিকে বিষয়বিলাক যে সুখস্বৰূপ নহয় আত্মাইহে সুখস্বৰূপ সেইটো এই অন্বয়-ব্যতিৰেকৰদ্বাৰাই বুজা গ'ল।

*আত্মাৰ সুখ স্বৰূপতা*

ইয়াৰদ্বাৰাই সৎ, চিৎ(স্বয়ং প্ৰকাশ জ্ঞান) আনন্দ (সুখ) আৰু আত্মা যে একেই বস্তু ঘট, পট, নীল, পীত আদি সমস্ততে যে এই সচ্চিদানন্দৰূপ আত্মাই অনুবৃত্তভাৱে বিয়পি আছে আৰু ঘট, পটাদি বস্তুবোৰো যে ইয়াতকৈ ভিন্ন নহয় এইখিনি কথা সিদ্ধ হ'ল।

*আত্মা সচ্চিদানন্দৰূপ*

এই আত্মাই অন্তঃকৰণত প্ৰতিবিম্বিত হৈ ইন্দ্ৰিয়-বৃত্তিৰ যোগেদি বিয়পি পৰিলে বিষয়াকাৰে পৰিণত হৈ বিষয়ৰ লগত অভিন্ন যেন হৈ পৰে; তেতিয়া ভুলতে জীৱে বিষয়ৰ ধৰ্মবিলাকক আত্মাৰ ধৰ্ম আৰু আত্মাৰ স্বৰূপকে বিষয়ৰ ধৰ্ম বা স্বৰূপ বুলি ভাবি আত্মাৰ সত্তাৰদ্বাৰাই বিষয়ক সৎ বুলি বুজে; আত্মাৰ প্ৰকাশ বা জ্ঞানৰদ্বাৰাই বিষয়ক প্ৰকাশিত বা জ্ঞাত বুলি কয় আৰু আত্মাৰ আনন্দকে বিষয়ৰ সুখ বুলি ধৰে আৰু ভোগ কৰে। এনেকৈ আত্মসুখৰ স্ফুৰণ বা প্ৰকাশেই সুখৰ ভোগ। সেইদৰে আকৌ বিষয়ৰ অসত্তা বা অভাৱকে আত্মাৰ অভাৱ বুলি জীৱে ভাবে; বিষয়ৰ অজ্ঞান বা অপ্ৰকাশকে আত্মাৰ

*বিষয়ৰ সত্তা, জ্ঞান আৰু সুখ*

অজ্ঞান আৰু বিষয়ৰ দুঃখ-দৈন্যকে আত্মাৰ দুঃখ-দৈন্য বুলি ভাবি "মই অজ্ঞ, মই দীন, মই দুঃখী" বুলি অনুতপ্ত হয়। এয়ে দুঃখ আদিৰ ভোগ।

*বিষয়ৰ মিথ্যাত্ব* বিষয়বিলাকত প্ৰতিভাত সত্তাটো যদি বিষয়ৰ নহয় আত্মাৰহে তেন্তে বিষয়-বিলাকৰ যে স্বৰূপটি অসৎ এইটো সহজবোধ্য কথা। ইয়াকে বৈষ্ণৱসকলে কৈছে—

অসত্ত্ব জগতখান তোমাত উস্তৱ ভৈলা
সত্ত্ব হেন প্ৰকাশে সদায়॥ [ কীঃ ১৬৭০ ]
জানো মায়াগুণে বহুৰূপ ধৰি
তুমিসে কৰা প্ৰকাশ।
এহিসে নিমিত্তে সিসবকো দেখি
সত্যৰ কিছু আভাস॥

[ গোপালচৰণ ৩য় স্কঃ ৮৯৩ ]

যিটো পূৰ্বে নাছিল আৰু পিছতো নাথাকিব কেৱল মাজতে কিছু সময়ৰ কাৰণে ব্যৱহাৰৰ বিষয় হয় তাকেই মিছা বোলে, যেনে জৰীত যেতিয়া সাপ বুলি ভ্ৰম হয়, তাত সাপ বোলা বস্তুটি আগেয়ে নাছিল, জৰী বুলি বুজাৰ পিছতো নাথাকিব, কেৱল মাজতে প্ৰতিভাত হৈ উঠিল আৰু তাকে দেখি ভ্ৰান্ত ব্যক্তিয়ে ভয়ত চিঞঁৰিবলৈ ধৰিলে। সপোনত আমি অনেক ঘটনা প্ৰত্যক্ষ কৰোঁ ; কিন্তু সেইবিলাক সপোনৰ আগে নাছিল, সাৰ পোৱাৰ পিছতো নাথাকে, মাজৰ সময়খিনিত (তন্দ্ৰাগ্ৰস্ত অৱস্থাত) সি প্ৰত্যক্ষ হৈ আমাক হুহুৱাইছে, কন্দুৱাইছে আৰু কত কি কৰিছে। যিটো একৰূপে নাথাকে, পৰিৱৰ্ত্তিত হোৱাটোৱে যাৰ স্বভাৱ সেয়ে মিছা। জগতো পৰিৱৰ্তনশীল আৰু বিনাশী গতিকে ইও মিছা, নামৰূপেই সাৰ ; ইয়াৰ নিজৰ কোনো স্থায়ীৰূপ বা সত্তা নাই। ভাগৱতত আছে—

জগতৰ পূৰ্বে মই মাত্ৰ থাকোঁ জান।
কাৰ্য কাৰণৰ কিছু নাছিলেক আন॥
মোক মাত্ৰ দেখিয়োক সৃষ্টিৰ মধ্যত।
দেখা শুনা মাত্ৰে সবে মই স্বৰূপত॥
মই মাত্ৰ সবশেষে থাকোহো অন্তত।
কুণ্ডল ভাঙ্গিলে যেন সোণা স্বৰূপত॥ [ ২য় স্কঃ ৬৪৮-৪৯]

যি কথা পুছিলা তাৰ কৈলোঁ পৰিচ্ছেদ।
সবে কৃষ্ণময় ইটো কৈলোঁ সত্যভেদ ॥

[ ১ম স্কঃ ]

ব্ৰহ্ম ব্যতিৰেকে যত দেখা মিছা আন।
জৰীত উপজি আছে যেন সৰ্পজ্ঞান ॥

[ ১২শ স্কঃ ২০১৪০ ]

জাগন সপোন বুদ্ধিৰেসে বৃত্তিচয়।
নানাবিধ দেখা যিটো সিটো মায়াময় ॥
অনন্ত অবস্তু যেন তাতে কৰ নয়।
ক্ষেণেকে উপজি ক্ষেণেকতে নাশ হয় ॥

[ তথা ২০১৪১ ]

কীৰ্ত্তন গ্ৰন্থতো আছে—

মুকুট কুণ্ডল যেন সুৱৰ্ণৰ ভিন্ন নুহি
মিছা মাত্ৰ নামৰূপ যত।
অহঙ্কাৰ পঞ্চভূত তোমাত পৃথক্ নুহি
প্ৰভু পৰমাৰ্থ বিচাৰত ॥

[ কীৰ্ত্তন ]

কথা ভাগৱততো আছে—

"যাহাত মিছা প্ৰপঞ্চ প্ৰকাশে" [কঃ ভাঃ ১ ১। পৃঃ ২ ]

এনেকুৱা বস্তুকে যে অনিৰ্বাচ্য আৰু মায়িক বোলা হয় এই কথা আগেয়ে কোৱা হৈছে। যাক সৎ বুলিও কব নোৱাৰি অসৎ বুলিও কব নোৱাৰি সেয়ে অনিৰ্বাচ্য; যেনে স্বাপ্নিক বস্তুবিলাক। জাগতিক বস্তুবিলাকো তেনেকুৱাই। ইয়াক যদি সৎ বুলি কোৱা হয় তেন্তে তাৰ বিনাশ হব নোৱাৰে ; যদি অসৎ বুলি কোৱা তেন্তে এইদৰে প্ৰত্যক্ষাদি প্ৰমাণৰ বিষয় হৈ সুস্পষ্টভাৱে প্ৰতীত হব নোৱাৰে। এইবিলাকৰ বিনাশ আছে, ৰূপ পৰিৱৰ্তন আছে ; অথচ প্ৰত্যক্ষাদি প্ৰমাণৰ বিষয়ৰূপে প্ৰতীতও হয় গতিকে ই অলীক বা মায়াৰ বাহিৰে কি হব পাৰে ? তাকেই ভাগৱত আদিত বৰ্ণাইছে—

আন অসত্যত প্ৰয়োজন নাই
কহিলোঁ কৰি নিৰ্ণয়।
যদি কিছু আছে বিচাৰত পুনু
সিটো সত্য নৰহয় ॥

[ গোপালচৰণ ৩য় স্কঃ ৮৯২ ]

যত দেখা যত শুনা যতকে মনন্ত গুণা
সবে মায়াময় স্বপ্নসম ॥ [ কীৰ্ত্তন ১৮১৫ ]

যত দেখা মায়াময় সবে স্বপ্নসম ।
হৰিময় দেখি দূৰ কৰা মতিভ্ৰম ॥ [ ১১শ স্কঃ ১১২৬২ ]

হে কৃষ্ণ তুমি মাত্ৰ চৈতন্যস্বৰূপ নিত্য
সত্য শুদ্ধ জ্ঞান অখণ্ডিত ।
আৰৰ যতেক ইটো তোমাৰ বিনোদৰূপ
চৰাচৰ মায়াৰ কল্পিত ॥
[ নাঃ ঘোঃ ৮৪ ]

আকৌ একপিনে ভাবি চালে এই মায়া বা তাৰ কাৰ্য জগৎ কাৰণৰূপে সৎ আৰু কাৰ্যৰূপে অসৎ; এই কাৰণে কেতিয়াবা কেতিয়াবা সদসদ্ৰূপা বুলি কোৱা হৈছে । এই বিষয়ে কথাভাগৱতত কোৱা হৈছে—

বিদুৰে পুছন্তঃ—হে মৈত্ৰেয়, নিৰ্গুণ ভগৱন্তৰ গুণময় সৃষ্টি আদি লীলা কেমনে হয় ; তুমি কহিছা জীৱৰ অৰ্থে কৰন্ত সিয়ো নঘটে দেশ কালাদিয়ে অসুপ্তবোধ ব্ৰহ্মৰূপি জীৱৰ কেনে অবিদ্যাময় সংসাৰ হয়, মোৰ এহি মনৰ সংশয় দূৰ কৰা । মৈত্ৰেয়ে কহন্ত : জানা বিদুৰ, এইটো হৰিৰ মায়া যি বিচাৰ নহে যাত হন্তে মিছা সংসাৰ জীৱত লক্ষি । যেন স্বপ্নত আপুনাৰ শিৰচ্ছেদ আপুনি দেখি । [কঃ ভাঃ ৩।৭ পৃঃ ৭৩ ]

পাৰমাৰ্থিকৰূপে ই (মায়াৰ কাৰ্য জগৎ) অসত্য হলেও ব্যৱহাৰিক হিচাপে ইয়াক সত্য বুলিব পাৰি । একেবাৰে মানুহৰ শিঙৰ দৰে অলীক হলে তাৰদ্বাৰা কোনো ব্যৱহাৰ বা ক্ৰিয়া চলিব নোৱাৰে ; অথচ এই জাগতিক বস্তুবিলাকৰদ্বাৰা সদায় ব্যৱহাৰ চলি আছে, শাস্ত্ৰতো ইয়াৰ নানা ব্যৱহাৰৰ বিধান দিয়া আছে । গতিকে ইয়াক ব্যাৱহাৰিক সত্য বোলা হয় । স্বাপ্নিক বস্তুৰদ্বাৰাও সপোনত নানা ব্যৱহাৰ চলা দেখা যায়, গতিকে ব্যৱহাৰ চলে বুলিয়ে তাক স্বাপ্নিক বস্তুতকৈ বিলক্ষণ বুলিবৰ কোনো হেতু নাই ।

ঐন্দ্ৰজালিক বা যাদুকৰে যিদৰে তাৰ মায়া (যাদু-বিদ্যা) শক্তিৰদ্বাৰা নিজতে নানা অদ্ভুত, অশ্ৰুত বস্তুৰ প্ৰকাশ কৰি দেখুৱায় তাত তাৰ কাৰ্যবিলাকৰ মায়া শক্তিৰ বাহিৰে আন একো উপাদান কাৰণ নাই । সেইদৰে ভগৱন্ত পুৰুষেও নিজ মায়া শক্তিৰদ্বাৰাই নিজতে এই বিচিত্ৰ জগৎ প্ৰকাশ কৰে , গতিকে তেওঁ নিজেই এই জগতৰ উপাদান আৰু নিমিত্ত কাৰণ । তেওঁৰ বাহিৰে ইয়াৰ আন একো অতিৰিক্ত কাৰণ নাই । মানুহৰ অজ্ঞানে যিদৰে জীৱৰ

*ভগৱন্তই জগতৰ উপাদান আৰু নিমিত্ত*

স্বৰূপক ঢাকি ৰাখি তাত সাপৰ প্ৰকাশ কৰে ভগৱানৰ মায়াই সেইদৰে তেওঁৰ ইচ্ছামতে অন্তঃকৰণৰূপে উপাধিভাৱে থাকি জীৱে বুজিব নোৱাৰাকৈ ভগৱানৰ স্বৰূপটিকে ঢাকি ৰাখে আৰু তেওঁৰ ওপৰতে বিচিত্ৰ জগৎ ৰচনা কৰি দেখুৱায়।

*অদ্বৈতৱাদ*

গতিকে জীৱ বা জগৎ একোৱে তেওঁতকৈ ভিন্ন সত্তা নাই; তেৱেঁই একমাত্ৰ সত্য বাকী সকলো মিছা; তেওঁৰে বিৱৰ্তৰূপ হে। জীৱ সঁচা যদিও সি ব্ৰহ্ম-ব্যতিৰিক্ত নহয়, জগত্‌তো একেবাৰে মিছাই। গতিকে ব্ৰহ্মই একমাত্ৰ সত্য, তেওঁৰ সজাতীয় বা বিজাতীয় দ্বিতীয় একো নাই।[৮] তাকেই বৈষ্ণৱ সাহিত্যত ব্যক্ত কৰা হৈছে—

যতেক আকৃতি মানে মায়াময় সৃষ্টি।
হেন জানি কেৱল ব্ৰহ্মত দিয়া দৃষ্টি ॥
× × ×
মায়াময় নামৰূপ সবাকো উপেক্ষা।
অন্তৰ্যামী মই ঈশ্বৰক মাত্ৰ দেখা ॥

[ কুঃ ক্ষেঃ ]

সমস্ত প্ৰাণীক ব্যাপি আছোহো অনন্ত।
বাহিৰে ভিতৰে সমস্ততে ভগৱন্ত ॥
যেন ঘটসব মাটি মাত্ৰ বিচাৰত।
সেহিমতে ব্যাপি আছোঁ এহি ত্ৰিজগত ॥ [ তথা ]

তোমাৰ অদ্বৈতৰূপ পৰম আনন্দ পদ
তাতে মোৰ মগ্ন হৌক চিত্ত। [ কীঃ ১৬৭০ ]

মায়াতেসে দেখয় বিবিধ পৰিচ্ছেদ।
স্বৰূপত তোমাৰ নাহিকে কিছু ভেদ ॥
চৈতন্যস্বৰূপে ব্যাপি এক নিৰঞ্জন।
তোমাক বুলিবে দ্বৈত কোন অজ্ঞজন ॥

[তথা ২১৭৮]

(৮) "নানাৱতাৰতয়া ভেদেন প্ৰতীয়মানোহপি দাৰুভেদাদগ্নিভেদৱৎ সজাতীয়ভেদ-শূন্যম্, একম্ ৱিজাতীয় দেহাদ্যাশ্ৰয়তয়া জীৱৰূপেণ নানাত্মতয়া দৃশ্যমানোহপি ঘটাদ্যাকাশৱৎ বিজাতীয়ভেদৰহিতম্ ; সৰ্ব্বৃংহকত্বেন চ পৰিপূৰ্ণ ব্ৰহ্ম।"
[ ভঃ বিঃ ৩য় পৰিচ্ছেদ ]

এতেকেসে মই ইহাক আশ্রয়
করিলোহো কৃপাময়।
অদ্বৈত যিহেতু সি কাৰণে আক
উপাসিবে যোগ্য হয়॥

[ গোপালচৰণ ৩য় স্কঃ ৮৯৭]

ভট্টদেৱৰ প্ৰণীত বুলি কথিত শ্ৰীধৰস্বামিকৃত 'ভাগৱত ভাৱাৰ্থদীপিকা'ৰ সংক্ষিপ্ত টীকাত, 'তৎ ত্বম্' পদৰ অৰ্থ নিৰূপণ-প্ৰসঙ্গত, জীৱ আৰু ঈশ্বৰৰ স্বৰূপ কবলৈ গৈ, ব্ৰহ্মই জীৱৰ বাস্তৱ বা আচল স্বৰূপ বুলি কৈছে আৰু শ্ৰীশঙ্কৰভগৱৎপাদ আদি প্ৰসিদ্ধ অদ্বৈতৱাদীসকলৰ মতকে ঔপনিষদসকলৰ মত বুলি উল্লেখ কৰি তাতেই নিজৰ সন্মতি প্ৰকাশ কৰিছে।[১] ইয়াৰদ্বাৰা এইটো কব পৰা হ'ল যে অসমৰ বৈষ্ণৱসকলেও অদ্বৈত ৱেদান্তীসকলৰ—

(১) "ত্বম্‌পদাৰ্থ-তৎপদাৰ্থৌ জীৱেশ্বৰৌ। ৱিপ্ৰতিপত্তিৰিয়ং ৱাদিনাম্। তথাহি দেহাকাৰ-পৰিণতানি চত্বাৰি ভূতানি ত্বম্পদাৰ্থ ইতি চাৰ্ব্বাকঃ। চক্ষুৰাদীনি প্ৰত্যেক-মিত্যপৰে। মন ইত্যেকে। ক্ষণিকৱিজ্ঞানমিতি সৌগতাঃ। শূন্যমিতি মাধ্যমিকাঃ। দেহেন্দ্ৰিয়াতিৰিক্তো দেহপৰিমাণ ইতি দিগম্বৰাঃ। কৰ্তা ভোক্তা জড়ো ৱিভুৰিতি ৱৈশেষিক-তাৰ্কিক-প্ৰাভাকৰাঃ। জড়ো বোধাত্মক ইতি ভাট্টাঃ। ভোক্তৈৱ কেৱল-বোধাত্মক ইতি সাংখ্যাঃ পাতঞ্জলাশ্চ। অৱিদ্যয়া কৰ্তৃত্বাদিভাক্ বস্তুতো নিৰ্দ্ধৰ্মকঃ পৰমানন্দস্বৰূপ ইত্যোপনিষদাঃ। তৎপদাৰ্থো যথা, সদেৱ সৌম্যেদমগ্ৰ আসীদিতি শ্ৰুত্যা জগৎকাৰণং প্ৰধানমিতি সাংখ্যাঃ। পশুপতিৰেৱ জগৎকাৰণম্, স চ চেতনোঽপি জীৱাদ্ভিন্নঃ স এৱোপাস্য ইতি পাশুপতাঃ। ভগৱান্ ৱাসুদেৱো জগৎকাৰণং তস্মাদুৎ-পদ্যতে সঙ্কৰ্ষণাখ্যো জীৱঃ তস্মান্মনঃ সঃ প্ৰদ্যুম্নঃ, তস্মাদহঙ্কাৰঃ সোঽনিৰুদ্ধঃ(?)তেন কাৰ্য্যত্বাজ্জীৱস্য তেন সহ ব্ৰহ্মণো নাত্যন্তভেদ ইতি পাঞ্চৰাত্ৰিকাঃ। পৰিণামী নিত্যঃ সৰ্ব্বজ্ঞো ভিন্নাভিন্ন ইতি জৈমিনীয়াস্ত্ৰিদণ্ডিনশ্চ (জৈনাস্ত্ৰিদণ্ডিনশ্চেতি ক্বচিৎ পাঠঃ) নাস্তি সৰ্ব্বজ্ঞত্বাদ্যুপগতং ব্ৰহ্ম" আম্নায়স্য ক্ৰিয়াৰ্থত্বেন তত্ৰ তাৎপৰ্য্যাভাৱাৎ। কিন্তু ৱাগ্ধেন্বাদিৱৎ সৰ্ব্বজ্ঞত্বাদিদৃষ্ট্যা-জগৎ-পৰমাত্মাদি-জীৱৈৰোপাস্য ইতি মীমাংসকাঃ। অস্তি নিত্যজ্ঞানাদিমানীশ্বৰঃ পৃথিৱ্যাদিকাৰ্য্যানুমিতঃ স চ জীৱাদ্ভিন্ন এৱেতি তাৰ্কিকাঃ। ক্ষণিকঃ সৰ্ব্বজ্ঞ ইতি সৌগতাঃ ক্লেশকৰ্ম্মৱিপাকাশয়ৈৰপৰামৃষ্টঃ পুৰুষো নিত্যজ্ঞানৰূপঃ প্ৰধানাংশসত্ত্বগুণ-প্ৰতিফলিততয়া সৰ্ব্বজ্ঞ সংসাৰিপুৰুষ-ৱিলক্ষণ এৱেশ্বৰঃ ইতি পাতঞ্জলাঃ। অদ্বিতীয়-পৰমানন্দ এৱ ব্ৰহ্ম তচ্চ জীৱস্য ৱাস্তৱং ৰূপং মায়য়া সৰ্ব্বজ্ঞত্বাদিৱিশিষ্টং জগদুপাদানমিত্যোপনিষদাঃ।"

[ ভাৱাৰ্থদীপিকা ৱৃত্তি :—১।১]

"শ্লোকাৰ্দ্ধেন প্ৰৱক্ষ্যামি যদুক্তং গ্ৰন্থকোটিভিঃ।
ব্ৰহ্ম সত্যং জগন্মিথ্যা জীৱো ব্ৰহ্মৈৱ নাপৰঃ॥"

এই সিদ্ধান্তত সম্পূৰ্ণ সন্মতি দান কৰিছে। এয়ে অদ্বৈতৱাদ, মায়াৱাদ বা বিৱৰ্তবাদ।

*প্ৰাণীয়ে নিজক ভাল পায় কিয়?*

ভগৱন্তই একমাত্ৰ সচ্চিদানন্দ পৰম প্ৰেমস্বৰূপ; সমস্ত প্ৰাণীৰ অন্তঃকৰণত অন্তৰ্যামী আত্মৰূপে এৱেঁই আছে। নাম-ঘোষাত আছে—

প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা মাধৱ।
সমস্তৰে আত্মা হৰি পৰম বান্ধৱ॥
[ নামঘোষা ]

এই কাৰণেই প্ৰাণীবিলাকে নিজক বা আত্মাক সকলোতকৈ ভাল পায়। তাকেই দোহাৰিছে—

যিহেতু হিয়াত আছা তুমি কৃপাময়।
তাতেসে সমস্ত জড় জীৱ প্ৰৱৰ্তন॥
[ ১০ম ১৬৯৭ ]

যিহেতু কৃষ্ণেসে আত্মা এতেকেসে
জীৱৰাশি নিৰন্তৰে আনন্দ লভয়॥
[ নাঃ ঘোঃ ১৪৯ ]

সমস্তৰে আত্মা নাৰায়ণ আত্মসুখে ৰতি সৰ্বক্ষণ
এহি হেতু হৰি সমস্ত প্ৰাণীতে সম॥
[ তথা ৬৩৫ ]

এই আত্মস্বৰূপৰ সম্পৰ্কত হে আনবিলাক সুখময়, আনন্দময় বা সুন্দৰ হৈ উঠে। নাম-ঘোষাকাৰে গাইছে—

চৈতন্যত কৰি পৰ মায়াত উপজি যত
আছে তাক ৰমায়ন্ত হৰি।
[ তথা ১৫২ ]

এই পৰমানন্দপূৰ্ণ পৰমাত্মাৰ উপলব্ধিৰ অৰ্থেই দেহ, মন প্ৰাণ আদি সমস্ত ব্যাপৃত অৰ্থাৎ তেওঁৰ প্ৰতি আকৃষ্ট হৈ আছে। মাধৱদেৱে নাম-ঘোষাত তাকেই ব্যক্ত কৰিছে—

যিহেতু চৈতন্যপূৰ্ণ পৰমাত্মাৰূপে হৰি
হৃদয়ত আছন্ত প্ৰকাশি।
তাতেসে ইন্দ্ৰিয়গণ ভূত প্ৰাণ বুদ্ধি মন
প্ৰৱৰ্তে যতেক জড়ৰাশি॥
[ নাঃ ঘোঃ ২২ ]

ভট্টদেৱে কথা ভাগৱতত লিখিছে—

মঞি সবাৰে আত্মা ; মোৰ নিমিত্তেসে দেহাদি প্ৰিয় হয়াছে ।

[ কঃ ভাঃ ৩।৯ ]

সেই কাৰণে যাৰ সত্তা নাই, যাৰ প্ৰকাশ নাই, য'ত আনন্দ বা সুখ নাই তেনে অসৎ, অজ্ঞাত আৰু দুঃখজনক বস্তুৰ প্ৰতি প্ৰাণীৰ মন, ইন্দ্ৰিয় আদি ব্যাপৃত হব নোখোজে ।

এই ভগৱন্তই সমস্ত সত্তাৰ আকৰ গতিকে পৰম সত্য, সমস্ত জ্ঞানৰ আধাৰ গতিকে পৰম শিৱ আৰু সমস্ত আনন্দৰ উৎপত্তিস্থান গতিকে পৰম 'সুন্দৰ । মায়া নামৰ সৃষ্টি শক্তিৰ আশ্ৰয়ৰূপে এওঁৱেই সত্যাধিপতি সৃষ্টিকৰ ব্ৰহ্মৰূপে, কালশক্তিৰ আশ্ৰয় বুলি শিৱস্বৰূপ ৰুদ্ৰৰূপে আৰু চৈতন্য বা বিদ্যাশক্তিৰ আশ্ৰয় হেতুকে সুন্দৰমূৰ্তি বিষ্ণুৰূপে অৱস্থিত । এই কাৰণেই ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰক অভিন্ন বুলি কোৱা হৈছে । এই পৰ্যন্ত গ্ৰন্থত ভগৱন্ত, জীৱ আৰু জগৎ যে অভিন্ন একেই তত্ত্ব; ভেদটো ঔপাধিক বা মায়িক হে, এই কথা কোৱা হ'ল ।

ইয়াত আপত্তি এই যে যদি জীৱ আৰু ঈশ্বৰৰ ভেদ নাই তেন্তে জীৱক ঈশ্বৰৰ অংশ ধোলা যায় কিৰূপে ? কাৰণ অংশ আৰু অংশীটো অভিন্ন বা একে বস্তু বুলি কোনোৱে নকয় । বৰঞ্চ হাতখন কাটি নিলেও দেহটো থাকে গতিকে দেহ আৰু হাত ভিন্ন বুলিহে বুজা যায় । শ্ৰীশঙ্কৰকে আদি কৰি অসমীয়া বৈষ্ণৱসকলে জীৱক ঈশ্বৰৰ অংশ বুলি পুনঃ পুনঃ কৈছে । যেনে—

*জীৱেশ্বৰৰ অংশাংশিভাৱ বিষয়ে আপত্তি*

তোমাৰেসে অংশ আমি জীৱ ঝাক ।

[ কীৰ্ত্তন ]

ব্ৰহ্মাৰেসে অংশ জীৱ জগত সকল ।
ঘটে ঘটে আছে যেন জাহ্নবীৰ জল ॥
যেন এক লোহিতৰ সুতি অসংখ্যাত ।
ঈশ্বৰৰ অংশ অণু অংশ হৈল জাত ॥

( শ্ৰীচন্দ্ৰভাৰতী ৪ৰ্থ স্কঃ )

আচাৰ্য ভট্টদেৱ আৰু গোবিন্দ মিশ্ৰয়ো কথাগীতা আৰু পদগীতাত "অপৰেয়-মিতস্ত্বন্যাম্" ইত্যাদি । [ গীঃ ৭।৫ ] শ্লোকৰ অনুবাদ প্ৰসঙ্গত জীৱক ঈশ্বৰৰ অংশ বুলি স্পষ্টকৈ কৈছে । এয়ে হলে জীৱ ঈশ্বৰ একে হয় কেনেকৈ ?

ইয়াৰ উত্তৰ এই—অংশ আৰু অংশী যদি ভিন্ন বুলি ধৰা হয় তেন্তে অংশ যে অংশীত থাকে তাত গোটেই অংশটোৱে গোটেই অংশীটোক বিয়পি থাকে নে

অংশটো আংশিকভাৱেহে ( অংশৰদ্বাৰা ) অংশীত লাগি থাকে ? গোটেই অংশটোৱে অংশীক বিয়পি থাকে বুলি কব নোৱাৰি ; কাৰণ তেতিয়া হলে অংশীৰ প্ৰতি স্থানতে সকলো অংশৰ উপলব্ধি হ'লহেঁতেন। অংশটোৱে এটা অংশৰদ্বাৰা অংশীত সম্বন্ধ হৈ থাকে বুলিও কব নোৱাৰি। কাৰণ তেতিয়া হলে অংশৰে আৰু আৰু অংশ স্বীকাৰ কৰি যাব লগা হয় গতিকে অনৱস্থা (অবিৰাম কল্পনা) দোষ ঘটে। এই দুয়ো প্ৰকাৰে অংশ অংশীত থাকিব নোৱৰা হ'ল আৰু আন কোনো তৃতীয় প্ৰকাৰে থকাৰো সম্ভাৱনা নাই ; এই কাৰণে অংশাংশীৰ ভেদ স্বীকাৰ কৰিলে কোনো প্ৰকাৰে অংশাংশী লগ লাগি থাকিব নোৱৰা হৈ পৰে। গতিকে কাৰ্য-কাৰণৰ ভেদ আৰু কাৰ্যবিলাকৰ পৰস্পৰ ভেদৰ দৰে অংশাংশীৰ ভেদো কাল্পনিক বা মায়িক অৰ্থাৎ ব্যৱহাৰিকভাৱেহে সত্য বুলি কব লাগিব। ইয়াত সেই ব্যৱহাৰিক অশাংশিভাৱৰে কথা কোৱা হৈছে। পাৰমাৰ্থিক ভাৱে অংশাংশিভাৱ আছে বুলি কোৱা নাই। যিটো যাৰপৰা ওলায়, যিটো য'ত সমৱেতভাৱে লাগি থাকে তাকেই তাৰ অংশ বোলা হয়। জীৱ ভগৱন্তৰে প্ৰতিবিম্বৰূপ, অন্তঃকৰণত প্ৰতিফলিত হৈ জীৱ নাম পাইছে। গতিকে সি ভগৱন্তৰপৰাই ওলাইছে, অন্তত ভগৱন্তত লীন হৈ যাব, ভগৱন্তৰ অস্তিত্বৰ ব্যতিৰেকে ইয়াৰ কোনো স্বতন্ত্ৰ অস্তিত্ব নাই; সেই কাৰণেই জীৱক গৌণভাৱে ঈশ্বৰৰ অংশ বোলাটো যুক্তিসঙ্গত। তাদৃশ বস্তুকো তদ্বাচক শব্দই লক্ষণাৰদ্বাৰা নিৰ্দিষ্ট কৰে ; যেনে চন্দ্ৰৰ তুল্য মুখতো চন্দ্ৰ শব্দৰ ব্যৱহাৰ দেখা যায়। ইয়াতো সেইদৰে অংশ তুল্য বুলি অংশ শব্দৰ প্ৰয়োগ অসঙ্গত নহয়। আকাশ নিঃসীমতত্ত্ব গতিকে তাৰ অংশ নাই। অথচ চুঙা বা বস্ত্ৰৰ ভিতৰত পৰা আকাশক আমি মহাকাশৰ অংশ যেন দেখোঁ। সেইদৰে ভগৱন্তৰ আচলতে কোনো অংশ বা অৱয়ৱ নাথাকিলেও অন্তঃকৰণৰদ্বাৰা উপস্থিত হৈ সীমাৱদ্ধ যেন হৈ পৰাৰ কাৰণে জীৱক তেওঁৰ অংশ বুলি কোৱাত অদ্বৈতবাদৰ বিৰোধ নঘটে।

*আপত্তিৰ উত্তৰ*

সমস্ত মায়িক জড় জগতৰ ভিতৰত কাল্পনিক সাপত জৰীৰ দৰে অধিষ্ঠানৰূপে থাকি ভগৱানে নিজৰ স্বৰূপ সত্তাৰদ্বাৰা তাক (জড় জগতক) সত্তাবান্ কৰি আৰু স্বৰূপ জ্ঞানৰদ্বাৰা প্ৰকাশ কৰি আছে। মায়া বা অজ্ঞানৰদ্বাৰা আবৃত হোৱাৰ কাৰণে জীৱে তেওঁক দেখা নাপায়। এইদৰে অন্তঃপ্ৰৱাহিত হৈ জড়জগতৰ গতি বা স্বৰূপক নিয়ন্ত্ৰিত কৰি ৰাখিছে কাৰণে তেওঁ অন্তৰ্যামী। তেওঁক অন্তৰ্যামী বুলি স্বীকাৰ কৰিলে জড়জগতৰ বা জীৱৰ স্বতন্ত্ৰ অস্তিত্ব, সত্যতা বা ভিন্ন সত্তা স্বীকাৰ কৰা নহয় ; গতিকে অন্তৰ্যামিত্ব স্বীকাৰৰদ্বাৰা অদ্বৈতবাদৰ ব্যাঘাত নঘটে।

*অন্তৰ্যামিতাৰদ্বাৰা সম্ভাৱিত দ্বৈতাপত্তিৰ বাৰণ*

যিদৰে অপ্ৰাকৃত বিদ্যাশক্তিৰ বিকাশৰূপ বৈকুণ্ঠলোক স্বীকাৰ কৰা হৈছে সেইদৰে বিদ্যাশক্তিৰ বিকাশস্বৰূপ ভগৱানৰ চৈতন্যৰূপ লীলা বিগ্ৰহো স্বীকাৰ কৰা হয়। আমাৰ ভাষাত বা ব্যৱহাৰত যাক আকাৰ বা বিগ্ৰহ বোলোঁ তেনে আকাৰ বা মূৰ্ত্তি ভগৱানৰ নাই। ইয়াকে মাধৱদেৱে কৈছে—

*অপ্ৰাকৃত চৈতন্য মূৰ্ত্তি স্বীকাৰৰদ্বাৰা সম্ভাৱিত দ্বৈতাপত্তিৰ বাৰণ*

অব্যক্ত ঈশ্বৰ হৰি কিমতে পূজিবা তাঙ্ক
ব্যাপকত কিবা বিসৰ্জন।
এতাৱন্ত মূৰ্তিশূন্য কেনমতে চিন্তিবাহা
ৰাম বুলি শুদ্ধ কৰা মন॥

( নাঃ ঘোঃ ৮ )

গতিকে তেওঁ স্বৰূপতে নিৰাকাৰ ; ভক্তৰ অনুগ্ৰহৰ অৰ্থে কেতিয়াবা কেতিয়াবা তেওঁ লীলা-বিগ্ৰহ ধাৰণ কৰে।

আচাৰ্য ভট্টদেৱে তাকেই ব্যক্ত কৰিছে, "যদি বোলা নিৰুপাধি ব্ৰহ্মৰ কেনে এতেক ঐশ্বৰ্য ; আত শুনা, সেই ব্ৰহ্ম শুদ্ধ সত্ত্ব মূৰ্তিয়ে ভক্তৰ সদায় প্ৰীতি কৰিতে লাগিছে।"

[কঃ ভাঃ ৩।১৫ পৃঃ ৮৭]

আমাৰ দেহ যিদৰে আত্মাতকৈ ভিন্ন বুলি ধৰোঁ সেইদৰে তেওঁৰ নিত্য চৈতন্যমূৰ্তিক স্বৰূপতকৈ ভিন্ন বুলি ধৰা নহয়। আমাৰ কৰ-চৰণাদি অঙ্গ-প্ৰত্যঙ্গৰ যেনেকুৱা মায়িক ভেদ আছে তেওঁৰ দেহৰ কৰচৰণাদিৰ মায়িক ভেদবোৰ নাই। আমাৰ দেহ সসীম মায়িক স্থূল নানা ভেদভিন্ন পদাৰ্থৰ সংহতিৰূপ ; কিন্তু তেওঁৰ মূৰ্তি নিঃসীম অমায়িক সূক্ষ্ম অদ্বৈতৰূপ, তাতেই এই দ্বৈতভাৱ আৰোপিত বা অধ্যস্ত হয়। আচলতে তাত আকাৰ মূৰ্তি বা দেহাদি শব্দৰ প্ৰয়োগ নাখাটে। সেই কাৰণে তাত্ত্বিক দৃষ্টিত তেওঁক নিৰাকাৰ অমূৰ্ত আদি বোলা হয়। কিন্তু ভক্তসকলে তাকেই দেহ বুলি গ্ৰহণ কৰি উপাসনা কৰে। গতিকে তেওঁলোকৰ দৃষ্টিত তেওঁ সাকাৰ, মূৰ্ত আনন্দবিগ্ৰহৱান্। আচাৰ্য ভট্টদেৱে 'ভক্তিবিৱেক'ৰ অন্তত এনেকুৱা অপ্ৰাকৃত আকাৰ হে স্বীকাৰ কৰিছে। এই আকাৰ যদি অমায়িক স্বগতভেদ বা এই মূৰ্তিতকৈ অতিৰিক্ত যদি আন কিবা সৎ বস্তুৰ অস্তিত্ব মনা হয় তেতিয়াহে অদ্বৈতভাৱৰ ব্যাঘাত ঘটিব পাৰে। অসমীয়া বৈষ্ণৱসকলে তেনে ভেদ বা আন বস্তুৰ সত্তা স্বীকাৰ কৰাৰ কোনো প্ৰমাণ নাই। গতিকে অপ্ৰাকৃত আকাৰ স্বীকাৰ কৰিলেও দেহদেহীৰ ভেদ স্বীকাৰ নকৰাৰ কাৰণে অদ্বৈতবাদৰ বিৰোধ নঘটিল। তেওঁৰ অপ্ৰাকৃত লোক, মূৰ্তি আদি তেওঁৰ বিদ্যাশক্তিৰে বিকাশ ; বিদ্যাশক্তি তেওঁতকৈ ভিন্ন নহয় ; শক্তিক ভিন্ন বুলি ধৰি যে শক্তিমানক সদ্বিতীয় বুলি

ধৰা নহয়, এই কথা আগেয়ে কোৱা হৈছে। গতিকে ভগৱানভকৈ ভগৱানৰ আকাৰ মূৰ্ত্তিক যে ভিন্ন বুলি ভবা হয় সেই ভেদো কাল্পনিক বা মিছা, এই কাৰণে এনে জ্ঞানো মিথ্যাজ্ঞানহে সত্যজ্ঞান নহয়। সত্যজ্ঞান ব্যতিৰেকেও আৰোপজ্ঞানৰদ্বাৰা উপাসনা চলাত কোনো বাধা নাই।

"কং ব্ৰহ্ম, খং ব্ৰহ্ম, আদিত্যং ব্ৰহ্মেত্যুপাসীত।"

ইত্যাদি স্থলত জলক, আকাশক আৰু আদিত্যক যে ব্ৰহ্মৰূপে উপাসনা কৰিবলৈ বিধান দিয়া হৈছে তাত জল, আকাশ আৰু আদিত্যৰূপ অতাত্ত্বিক বস্তুক আশ্ৰয় কৰিয়ে উপাসনা চলাব দিয়া হৈছে. উপাসনাত উপাস্য বস্তুৰ ৰূপৰ যথাৰ্থতাৰ উপযোগিতা নিয়তভাৱে নাথাকে। একান্ত জ্ঞানী ভক্তৰ পক্ষে ভগৱানৰ লীলা বিগ্ৰহ বিহাৰ আদি এই সকলোৱে বিপৰীত আৰু বিস্ময়জনক কথা অথচ পৰম আনন্দদায়ক।

পৰম দুৰ্বোধ আত্ম-তত্ত্ব তাৰ জ্ঞান-অৰ্থে হৰি যত
লীলা অৱতাৰ ধৰা তুমি কৃপাময়।
তাহাৰ চৰিত্ৰ-সুধা-সিন্ধু তাত ক্ৰীড়া কৰি দীনবন্ধু
চাৰি পুৰুষাৰ্থ তৃণৰ সম কৰয়॥

[নাঃ ঘোঃ ৬৪৩]

কহিতে বিস্ময় বিপৰীত শুনিবাৰ।
কোথা শুনি আছ ভাই ব্ৰহ্মৰ বিহাৰ॥
অনুমানে কহে যাক সকল নিগমে।
সোহি হৰি কেলি কৰে গোপ শিশু সমে॥
নিত্য শুদ্ধ বুদ্ধ নিৰঞ্জন নিৰাকাৰ।
শুনিতে কৌতুক বৰ ব্ৰহ্মৰ বিহাৰ॥
যিটো জগতৰ অন্তৰ্যামী সৰ্ব সাখী॥
তাঁহেৰ ভূষণ গুঞ্জা গেৰু মৈৰা পাখী॥
যাহাৰ প্ৰকাশে চৰাচৰ প্ৰকাশয়।
গোপবেশে আছে দেখ সেহি কৃপাময়॥
আত্মাৰ বিনোদ শুনিবাৰ বিপৰীত।
হৰিপদে মজি ৰহোঁ মাধৱৰ চিত্ত॥

[ বৰগীত ]

শুনিতে কৌতুক অনুপাম।
ব্ৰহ্মৰ বৰণ ঘনশ্যাম ॥

[মাধৱ বৰগীত]

দুষ্টৰ নিগ্ৰহ আৰু ভক্তৰ অনুগ্ৰহৰদ্বাৰা বিশ্বত শান্তি স্থাপনৰ অৰ্থে ভগৱানে যি লীলা বিগ্ৰহ ধাৰণ কৰে সেইবিলাকক অৱতাৰ বোলা হয়। যি বিগ্ৰহত ঐশ্বৰ্য, জ্ঞান, ধৰ্ম, বৈৰাগ্য, শ্ৰী, যশঃ এইবিলাক গুণ-মহিমাৰ পূৰ্ণভাৱে প্ৰকাশ থাকে সেয়ে পূৰ্ণৱতাৰ। য'ত সেইবিলাক থকা সত্ত্বেও পূৰ্ণভাৱে প্ৰকাশ নহয় তাক গুণাৱতাৰ, অংশৱতাৰ নাইবা কলাৱতাৰ বুলি কোৱা হয়। গুণ আৰু মহিমা প্ৰকাশৰ কম বেছিৰ কাৰণেই এই অৱতাৰ ভেদ স্বীকাৰ কৰা হয়। ভগৱান শ্ৰীকৃষ্ণ পূৰ্ণৱতাৰ।[১০]

অৱতাৰ

১০. কথিতা ভগৱন্ বিষ্ণোৰৱতাৰা মহাত্মনঃ।
সম্পূৰ্ণাংশ-কলাভেদৈৰ্ভাৱনীয়াস্ত্বয়া প্ৰভো ॥
নিৰ্বিকল্পস্য কৃষ্ণস্য ব্ৰহ্মণঃ পৰমাত্মনঃ।
কথমংশ কলাভাগ এতদ্ বৰ্ণয় নো বিভো ॥
শ্ৰীশিৱ উবাচ—সত্যমুক্তং ত্বয়া ব্ৰহ্মন্ কৃষ্ণস্য জগদাত্মনঃ।
অৱতাৰেষু সৰ্ব্বেষু ভেদাদংশ-কলাঃ স্বতঃ ॥
ন বৰ্ণয়ন্তি নিপুণাঃ জ্ঞানিনো ভগৱৎপৰাঃ।
অৱিকাৰাদচ্যুতাচ্চ নিৰ্ভেদাদ্ব্ৰহ্মৰূপিণঃ
কিন্তু জ্ঞানপ্ৰভাৱাদেঃ পূৰ্ণাংশানুদৰ্শনাৎ।
পূৰ্ণমংশকলাভাৱং বদন্তি জগদীশিতুঃ ॥

[ সাত্বত তন্ত্ৰ ৩।১-৫ ]




# সংসাৰ আৰু মুক্তি

এতিয়া বিচাৰ্য হৈছে ভগৱানে কি উদ্দেশ্য এই বিচিত্ৰ জগতৰ সৃষ্টি-স্থিতি-লয়ত প্ৰবৃত্ত হয়? আৰু তেওঁ যদি স্বেচ্ছাই জগতৰ প্ৰাণীবোৰৰ কাকো ভাল, কাকো বেয়া কাকো সুখী, কাকো দুখী, কাকো পণ্ডিত, কাকো মূৰ্খ কাকো ধনী কাকো কাকো দৰিদ্ৰ, কাকো বা পশু-পক্ষী, গছ-লতা আদি কৰি বিষমভাৱে সৃষ্টি কৰিছে বুলি কোৱা হয় তেন্তে ভগৱানত বৈষম্য বা নৈঘৃ'ণ্য দোষ আহি পৰে অৰ্থাৎ প্ৰাকৃত প্ৰাণীয়ে যিদৰে কাৰো প্ৰতি সদয় হৈ সুখ দিয়ে, কাৰো প্ৰতি বা বিদ্বেষবশতঃ দুঃখ দিয়ে, সকলোৰে প্ৰতি সমভাৱ কৰি সকলোকে সমভাৱে ব্যৱহাৰ কৰিব নোৱাৰে ঠিক সেইদৰে ভগৱানতো বিষমভাৱ আৰু নিৰ্দয়তা আছে বুলি তেওঁৰ বিষম কাৰ্যৰদ্বাৰা অনুমান কৰিব পাৰি। তেতিয়া হলে ভগৱানো যদি প্ৰাকৃতজনৰ দৰে হৈ পৰে তেন্তে প্ৰাকৃতজনৰ পক্ষে এনেকুৱা বিশ্ব-সৃষ্টিৰ উপাদান আৰু 'নিমিত্ত কাৰণ হোৱা যিদৰে অসম্ভৱ সেইদৰে ভগৱানৰ পক্ষেও এই কাৰ্য অসম্ভৱ বুলি অনুমান কৰিব লাগিব আৰু ঈশ্বৰৰ ঈশ্বৰত্ব আৰু সৰ্বকৰ্তৃত্ব আদি, এই প্ৰমাণৰদ্বাৰাই বাধিত হব।

*সৃষ্টিৰ উদ্দেশ্য*

প্ৰথম প্ৰশ্নৰ উত্তৰ এই—পৰমেশ্বৰ আপ্তকাম অৰ্থাৎ তেওঁৰ কোনো কামনা বা অভিলাষ নাই গতিকে কোনো কাম্য প্ৰয়োজন সিদ্ধিৰ উদ্দেশ্যে তেওঁ সৃষ্টি আদি ক্ৰিয়াত প্ৰবৃত্ত নহয়। কিন্তু তেওঁৰ এক প্ৰকাৰ স্বাভাৱিক লীলা আছে, যেনে কোনো কোনো মানুহৰ দেখা যায় যেতিয়া মনত অত্যন্ত বং লাগিব তেতিয়া অজ্ঞাতসাৰেই দেহত নানা ৰকম চেষ্টাৰ ( শিহৰণ, স্পন্দন আদি ) উদয় হয় যাৰদ্বাৰা তেওঁৰ অন্তৰৰ সেই উচ্ছ্বসিত আনন্দ অভিব্যক্ত হৈ পৰে; সেই আনন্দৰ অভিব্যঞ্জক অঙ্গীভংগী আদিৰ নামেই লীলা। পৰমেশ্বৰ অসীম আনন্দৰ আকৰস্বৰূপ, তেওঁৰ সেই আনন্দ নিৰবচ্ছিন্ন নিত্য আৰু অপাৰ সেই আনন্দৰ অভিব্যঞ্জনাৰূপ লীলা হ'ল এই বিচিত্ৰ বিশ্ব-সৃষ্টি আদি।

লীলা কৰি তেহো পূৰ্বে প্ৰকৃতি স্ৰজিলা ।
মায়াগুণ দ্বাৰা ইটো ব্ৰহ্মাণ্ড কৰাইলা ॥

[ ২য় স্কঃ ]

মিছা মায়াময়ত ওপজে মৰে জীৱ ।
এহি লীলা আতে প্ৰীত হোন্ত সদাশিৱ ॥

[ নিঃ নঃ ১১১ ]

মায়াৰ হাতত কৰাওঁ জগত প্ৰকাশ ।
কৰো সৃষ্টি লীলা আৰে বিনোদবিলাস ॥

[ অঃ পাঃ ৪৩ ]

ঈশ্বৰৰ লীলাত জগত নাশ হয় ।
কটাক্ষতে কোটি কোটি ব্ৰহ্মাণ্ডৰো ক্ষয় ॥

[ ১২শ স্কঃ ২০২৩৮ ]

কোটি ব্ৰহ্মাণ্ড ক্ৰীড়া ভাণ্ড যাৰ ।
কোটোৰা খেলান কমন বিহাৰ ॥

[ মাধৱদেৱ বৰগীত ]

দ্বিতীয় প্ৰশ্নৰ উত্তৰ হৈছে এই যে—ভগৱান্ সৰ্বকৰ্তা অৰ্থাৎ সমস্ত কাৰ্যবস্তুৰ উপাদান আৰু নিমিত্তকাৰণ হলেও তেওঁ সমস্ত কাৰ্যৰ সাধাৰণ কাৰণ হে অসাধাৰণ কাৰণ নহয় গতিকে কাৰ্যভেদৰ প্ৰতি তেওঁৰ মায়াহে কাৰণ। যেনেকুৱা বৃষ্টি বা কাল সমস্ত কৃষিজাত বস্তুৰ সাধাৰণ কাৰণ, কিন্তু ধান মাহ আদি কাৰ্যভেদৰ কাৰণ নহয়, তাৰ কাৰণ বীজভেদহে। সেইদৰে ঈশ্বৰো সমস্ত কাৰ্যৰ সাধাৰণ কাৰণ, কাৰ্যভেদৰ কাৰণ মায়া বা প্ৰাণীৰ কৰ্ম-বাসনাভেদহে।

কৰ্মেসে ওপজে জন্তু কৰ্মেসে প্ৰলয় ।
সুখ দুঃখ শোক ভয় কৰ্মেসে মিলয় ॥
আছন্ত ঈশ্বৰ যদি ফলদাতা হোন্ত ।
কৰ্মীক পাৰন্ত অকৰ্মীৰ কিছু নোন্ত ॥
শুভাশুভ ভুঞ্জে লোকে নিজ কৰ্মভাগে ।
ইন্দ্ৰক পূজয় কিয় ইন্দ্ৰ কৈত লাগে ॥

[১০ম ১০০০৬-৭]

যায়ে মহা মোহে আতি হোয়ে জ্ঞানশূন্য ।
সকামে অনেক কৰ্ম কৰে পাপ পুণ্য ॥

সেহি কৰ্মফল ভুঞ্জি ভ্ৰমে সংসাৰত।
নাহি অন্ত জীৱৰ যাতনা দুঃখযত॥

[নিঃ নঃ ১১০-১১]

জনম মৰণ মিলে নিজ কৰ্ম গতি।
সুখ দুঃখ দাতা আন নাহিকে নৃপতি॥

[১২শ স্কঃ ২৭১]

গতিকে, ভগৱানত বৈষম্য বা নৈঘৃ‌ণ্য দোষৰ স্পৰ্শৰ কোনো আশঙ্কা নাই। কৰ্ম অনুসাৰেহে তেওঁ ফলদান কৰে; সিয়ো আকৌ মায়িক গতিকে পৰামাৰ্থতঃ মিছা।

*সংসাৰ বা জন্ম-মৃত্যুৰ কাৰণ বিষয়-বাসনা*

অন্তঃকৰণৰ বিষয়ৰূপে পৰিণতি অৰ্থাৎ কোনো বিষয়ৰ আকাৰে আকাৰিত হোৱাটোৱে সেইবিষয়ৰ অনুভূতি; এই কথা আগেয়ে কোৱা হৈছে। অন্তঃকৰণ বোলা বস্তুটি অতি স্বচ্ছ, বৰফ বা লাখ দৰে বিষয়ৰ সম্বন্ধৰপৰা হোৱা কাম, ক্ৰোধ, লোভ, হৰ্ষ আদিৰ উত্তাপত গলি যায় আৰু তাপকৰ উপশমৰ লগে-লগে পুনঃ গোট মৰাৰ দৰে হয়। এনে দ্ৰুত বা পনীয়া অন্তঃকৰণত কোনো বিষয়ৰ ৰূপ প্ৰতিফলিত হলে সেয়ে বাসনা বা সংস্কাৰৰূপে চিত্তত থাকি যায়। ইয়াকে পৰমভক্ত আৰু জ্ঞানী মধুসূদনসৰস্বতীয়ে কৈছে—

চিত্তদ্ৰব্যং হি জতুৱৎ স্বভাৱাৎ কঠিনাত্মকম্।
তাপকৈৰ্বিষয়ৈৰ্যোগে দ্ৰৱত্বং প্ৰতিপদ্যতে॥
কামক্ৰোধভয়স্নেহহৰ্ষশোকদয়াদয়ঃ।
তাপকাশ্চিত্তজতুনস্তচ্ছান্তৌ কঠিনস্তু তৎ॥
দ্ৰুতে চিত্তে ৱিনিক্ষিপ্তঃ স্বাকাৰো যস্তু বস্তুনঃ।
সংস্কাৰৱাসনাভাৱ-ভাৱনা শব্দভাগসৌ॥

[ভক্তিৰসায়ন ১।৪-৬]

জীৱে কোনো এটা সুখজনক বস্তু এবাৰ অনুভৱ কৰিলে তাৰপৰা হোৱা সুখৰো অনুভূতি হয়। সেই অনুভূতিৰপৰা তাৰ অন্তঃকৰণত সেই বিষয় আৰু বিষয়জন্য সুখৰ সংস্কাৰ, সাঁচ, বাসনা বা ৰঙ্ যিয়েই বোলা তেনেকুৱা, সেই বস্তুটোৰ প্ৰতি আকৰ্ষণৰূপ কিবা এটা হৈ যায়। সেই সংস্কাৰ বা সাঁচটোৱে প্ৰাণীক মাজে সময়ে সেই বস্তুটিক মনত পেলাই দিয়ে আৰু তাৰ অন্তঃকৰণখনক সেই বস্তুটিৰ প্ৰতি আকৃষ্ট কৰে; সেই সুখস্মৃতিয়ে প্ৰাণীক পুনঃ পুনঃ সেই বস্তুটিক পাবৰ কাৰণে লালায়িত কৰি তোলে। পুনঃ সেই বস্তুটি সেইদৰে পালে আৰু তজ্জন্য সুখানুভৱ কৰিলে তাৰ অন্তঃকৰণ পুনঃ

পুনঃ দ্রবীভূত হয় আৰু সেই সংস্কাৰ বা সাঁচটি উজ্জ্বলতৰ হৈ উঠে। এইদৰে যিমানেই তাৰ সংস্কাৰটি উজ্জ্বলতকৈ উজ্জ্বলতৰ হৈ যাব সিমানে সেই বস্তুটোৰ সুখ-স্মৃতি মনত প্রবলতকৈও প্রবলতৰ হৈ উঠিব আৰু সিমানে সেই বস্তুটোৰ প্রতি তাৰ অভিলাষ বা লালসা বাঢ়ি যাব। এই বাসনাৰ ফলতে সি সেই বস্তুটিৰ লাভৰ অনুকূল কর্ম কৰিব আৰু তাক লাভ কৰিব, তাক ভোগ কৰিব। এইদৰে কর্মৰপৰা কর্মফল ভোগ, ফল-ভোগৰপৰা বাসনা, বাসনাৰপৰা পুনঃ কর্ম-আচৰণ অনৱৰত চলি থাকে। কর্মৰ ফলভোগৰদ্বাৰা তাৰ কামনা উপশান্ত নহয় বাঢ়েহে—

ন জাতু কামঃ কামানামুপভোগেন শাম্যতি।
হৱিষা কৃষ্ণৱর্ত্মেৱ ভূয় এৱাভিৱর্দ্ধতে।

[মনুঃ—]

সেইদৰে কোনো দুঃখজনক বস্তুৰ আৰু তজ্জন্য দুঃখৰ অনুভূতিৰপৰাও আমাৰ মনত তাৰ তেনেকুৱা দুঃখময় সংস্কাৰ বা সাঁচ জন্মে যিটো উদ্বোধিত হলে আমাৰ অন্তঃকৰণত তাৰ আৰু তজ্জন্য দুঃখৰ স্মৰণ হয়। এনেকুৱা বিষয়ৰ প্রতি আমাৰ মনত জিঘাংসা বা দ্বেষ জন্মে আৰু তাৰ ফলত আমি সেই বস্তুৰ অনুকূল কর্মাচৰণৰ পৰা নিবৃত্ত থাকোঁ। কিন্তু এই দুঃখানুভূতি আৰু তৎকাৰণীভূত কর্মানুষ্ঠানৰ পুনঃ পুনঃ আবৃত্তিৰদ্বাৰা সেই সংস্কাৰ বা সাঁচ যিমানে উজ্জ্বল বা গাঢ় হব সিমানে আমাৰ অন্তঃকৰণখন তন্ময় হৈ পৰিব গৈ, গতিকে পাছত সেই দুঃখানুভূতি যেতিয়া অন্তঃকৰণৰ লগত খাপ খাই যাব তেতিয়া তাক আমি সহ্য কৰিব পৰা হম আৰু তাৰ প্রতি জিঘাংসা বা বিদ্বেষো লাহে-লাহে কমি যাব। সেয়েহে কোনো এটা ক্রিয়াৰ অনুষ্ঠান বা কোনো এটা বস্তুৰ অনুভূতি প্রথমতে আমাৰ অতি দুঃখজনক বুলি প্রতীত হলেও বহুদিনৰ অভ্যাসৰ ফলত সি আৰু দুঃখজনক বুলি প্রতীত হৈ নাথাকে।

এইদৰে আমি যি যি কর্ম কৰোঁ আৰু যি যি ফলভোগ কৰোঁ তাৰ সংস্কাৰ, বাসনা বা সাঁচ ক্রমশঃ গাঢ় হৈ হৈ অন্তঃকৰণত বহি যায়; তেতিয়া অন্তঃকৰণখনেই তদাকাৰে আকাৰিত বা তাৰ ৰূপে ৰূপায়িত হৈ তন্ময় হৈ পৰে। এনে অৱস্থাত প্রাণী মৰিলে তাৰ অন্তঃকৰণখনে শব্দ-ৰূপ-ৰস-গন্ধ-স্পর্শ এই পঞ্চ তন্মাত্র আৰু দহোটা ইন্দ্রিয়ক লগত লৈ প্রতিফলিত চৈতন্য সহকাৰে এই স্থুল দেহৰপৰা ওলাই যায়। তেতিয়া তাৰ কর্ম-বাসনা আৰু ভোগ-বাসনাই তাক তাৰ অজ্ঞাতসাৰেই টানি লৈ যাব তেনেকুৱা আন এটা স্থুল দেহৰ সন্ধানত য'ত তাৰ সেই পূর্বসঞ্চিত কর্ম-বাসনা আৰু ফলভোগ বাসনা চৰিতার্থ হব পাৰে। যেনে, কোনো মদ্যপায়ী ব্যক্তি মদৰ নিচাৰ ফলতে অজ্ঞাতসাৰেই তাৰ অভ্যাস আৰু বাসনা অনুসাৰে মদৰ দোকানত সোমায় গৈ; সেইদৰে

*বাসনাই জন্মান্তৰ হেতু*

জীৱেও তাৰ বাসনা অনুসাৰে য'ত তাৰ ভোগোপযোগী ক্ষেত্ৰ এটা পাব পাৰে সেই স্থানত যি কোনো প্ৰকাৰে উপনীত হয় গৈ। কৰ্ম-বাসনাতকৈ ভোগবাসনা প্ৰৱল আৰু পূৰ্বৱৰ্তী গতিকে প্ৰথমতে সি ভোগোপযোগী শৰীৰহে বিচাৰে।

সজাতীয় বস্তুবোৰৰ পৰস্পৰৰ ভিতৰত মিলনৰ টান এটা সৰ্বদায় আছে; সেয়েহে পানীৰ পানীৰ লগত, মাটিৰ মাটিৰ লগত, তেজৰ তেজৰ লগত মিলাৰ কাৰণে এটা প্ৰৱল স্বাভাৱিক টান বা আকৰ্ষণ দেখা যায়। পৃথিবী আদিৰ মাধ্যাকৰ্ষণো এয়ে।

*জন্মান্তৰ গ্ৰহণৰ প্ৰক্ৰিয়া*

পূৰ্বোক্ত নানাবিধ কৰ্ম আৰু ভোগৰ বাসনাৰে ভৰপূৰ অন্তঃকৰণেও প্ৰথমতে তেনেকুৱা নিজৰ সদৃশ অন্তঃকৰণৰ লগত মিলি যাবলৈ বিচাৰে আৰু সেই বাসনাৰ বলত যি কোনো প্ৰকাৰে তাদৃশ অন্তঃকৰণবিশিষ্ট প্ৰাণীৰ দেহৰ ভিতৰত সোমায় গৈ তাৰ সজাতীয় অন্তঃকৰণৰ লগত মিলি তাৰ ভোগোপযোগী আৰু কৰ্মোপযোগী স্থূলদেহ নিৰ্মাণত ব্যাপৃত হয়; পুৰুষৰ বীৰ্য আৰু স্ত্ৰীৰ ৰজঃৰ সহায়ত ক্ৰমশঃ গৰ্ভৰূপে পৰিণত হয় আৰু মাকৰ দেহৰপৰা খাদ্যৰ সাৰ আকৰ্ষণ কৰি স্থূল দেহ নিৰ্মাণ কৰি লয়গৈ ; এইদৰে পূৰ্বজন্মোপাৰ্জিত কৰ্ম-বাসনাৰ পাৰিপাকৰদ্বাৰাই পুনৰ্জন্ম গ্ৰহণপূৰ্বক পূৰ্বোপাৰ্জিত কৰ্মৰ ফল ভোগ কৰে আৰু নতুন কৰ্মৰ অনুষ্ঠান কৰে। ফল নজন্মোৱাকৈ কোনো কৰ্মই আপোনা-আপুনি নষ্ট হৈ নাযায়। "নাভুক্তং ক্ষীয়তে কৰ্ম কল্পকোটিশতৈৰপি"। কিবা এটা বেয়া-ভাল কৰ্ম কৰিলে ইহ জন্মতে হ'ক বা পৰজন্মতে হ'ক ফলভোগ কৰিবই লাগিব।

ধৰিলোৱা হওক এজন মানুহে সাপৰ নিচিনা ক্ৰূৰ কৰ্ম আচৰণ কৰি আহিছে ; তাৰ ফলত তাৰ হৃদয়খন সৰ্পোপযোগী ক্ৰূৰতাৰে ভৰপূৰ হৈ পৰিছে। সি মৃত্যুৰ পাছত পূৰ্বোক্ত প্ৰণালীৰে সৰ্পজন্ম পালেগৈ আৰু সেই ক্ৰূৰতা চৰিতাৰ্থ কৰিলে। সৰ্প-দেহত যিবিলাক কৰ্ম কৰিব সেই কৰ্মবিলাকৰ বাসনা বা সংস্কাৰ তাৰ অন্তঃকৰণত আহিত নহয়; নোহোৱাৰ কাৰণ এই যে মানুহৰ বাহিৰে সাধাৰণ জীৱ-জন্তুবিলাকৰ কৰ্মত অলপো স্বাধীনতা নাই; সি স্বভাৱ বা প্ৰকৃতিৰ বশীভূত হৈয়ে কৰ্মবিলাক কৰে তাৰ কৰ্তৃত্বাভিমান বা কৰ্মত অভিনিৱেশ নাই। পূৰ্বজন্মোপাৰ্জিত কৰ্মৰ ফল ভোগ কৰাই তাৰ কাম ; যি যি কৰ্ম নকৰিলে সেই ফলভোগ হব নোৱাৰে তেনেবোৰ কৰ্মৰ হে সি অস্বতন্ত্ৰভাৱে আচৰণ কৰে। গতিকে সেইবিলাক ভোগদেহ হে, কৰ্মদেহ নহয় ; সেই দেহত নতুন কৰ্ম-বাসনাৰ সৃষ্টি নহয়। মানুহ জীৱ হলেও সাধাৰণ জীৱ নহয় তাৰ স্বকৃত কৰ্মত কৰ্তৃত্বাভিমান বা অভিনিৱেশ পূৰ্ণমাত্ৰাই আছে; সেই কাৰণে মনুষ্য জন্মত কৃত কৰ্মৰ বাসনাহে জন্মান্তৰলৈ লগত যায় আৰু তদনুসাৰে জন্মান্তৰতো তাৰ ফল অৱশ্যে ভুগিব লাগে।

মনুষ্য হৈয়ো যদি কৰ্তৃত্বাভিমান নোহোৱাকৈ কিবা কৰ্ম কৰে তাৰ বাসনা আহিত নহয়; গতিকে সেই কৰ্মানুষ্ঠানো পূৰ্বোপাৰ্জিত কৰ্মফলৰূপেই পৰ্যবসিত হয়। ইয়াকে ভগৱানে সংক্ষিপ্তভাৱে কৈছে—

প্ৰকৃতেঃ ক্ৰিয়মাণানি গুণৈঃ কৰ্মাণি সৰ্বশঃ।
অহঙ্কাৰবিমূঢ়াত্মা কৰ্তাহমিতি মন্যতে॥

[গীঃ ৩।২৭]

গতসঙ্গস্য মুক্তস্য জ্ঞানাৱস্থিতচেতসঃ।
যজ্ঞায়াচৰতঃ কৰ্ম সমগ্ৰং প্ৰৱিলীয়তে॥

[গীঃ ৪।২৩]

অতি উৎকট কৰ্ম-বাসনাই অতি তাৰাতাৰি ফল জন্মাব লগা হয়; নতুনকৈ স্থূল দেহ নিৰ্মাণ কৰি তাত ভুগিবলৈ হলে বিলম্ব হয়; গতিকে তেনে কৰ্ম-বাসনাই জীৱক তেনেকুৱা স্থানলৈ টানি লৈ যায় য'ত অতি শীঘ্ৰে সেই কৰ্মফল ভুগিব পাৰে। সৎকৰ্মৰ ফলভোগোপযোগী তেনে স্থানক স্বৰ্গ আৰু অসৎ (দুঃখজনক) কৰ্মৰ ফলভোগোপযোগী তেনে স্থানক নৰক বোলা হয়।

*স্বৰ্গ-নৰক*

কৰ্ম-বাসনাপাশত আৱদ্ধ হৈয়ে জীৱে নানা কৰ্ম-ফল ভুঞ্জি নানা যোনিত ভ্ৰমণ কৰে।

ইন্দ্ৰিয়ৰ সঙ্গে জীৱ ভুঞ্জে বিষয়ক।
আত্মা বুলি মানে মায়াময় সংসাৰক॥
যাৱে মহামোহে অতি হোৱে জ্ঞানশূন্য।
সকামে অনেক কৰ্ম কৰে পাপ পুণ্য॥
সেহি কৰ্মফল ভুঞ্জি ভ্ৰমে সংসাৰত।
নাহি অন্ত জীৱৰ যাতনা দুঃখ যত॥ ইত্যাদি।

[নিঃ নঃ ১১০-১১]

নানা বিধ ব্যাধি জৰা ৰোগ দুঃখে পীড়ে।
কৰ্মপাশে বন্ধ ভৈলোঁ লোভ মোহ নেৰে॥

* * *

মায়ায়ে মোহিল হেন সংসাৰত আতি।
চিৰকাল ভ্ৰমো প্ৰভু হুয়া নানা জাতি॥

[কীঃ ২১৮২।৮৩]

জল যন্ত্ৰ চক্ৰে　　জৰী বন্ধ হুয়া
খণ্ড ঘট যেন মন্তে ।
কতো উৰ্দ্ধগতি　　কতো অধোগতি
কতোহো থাকে মধ্যতে ॥
কৰ্ম্মে বদ্ধ হুয়া　　সংসাৰ চক্ৰত
সেহিমতে ভগৱন্ত ।
ভ্ৰমো চিৰকাল　　কদাচিতো মঞি
দুঃখৰ নেদেখোঁ অন্ত ॥　ইত্যাদি ।

[কীঃ ২৫।১।১৬-১৭]

মন বা অন্তঃকৰণতে কৰ্মবাসনা আহিত হয় ; অজ্ঞানৱশতঃ জীৱে মনকে "মই" বুলি ভাৱে গতিকে মনৰ কৃত আৰু ভুক্ত পাপ-পুণ্যকো নিজৰ বুলি লৈ দুঃখ-সুখ ভোগ কৰে। মন বা অন্তঃকৰণেই সকলো কৰ্মবন্ধৰ মূল।

মনৰ কৰ্মক যিটো মোৰ বুলি মানে ।
কৰ্মপাশে বন্দী জীৱ সেয়েসে নিদানে ॥
আত্মাৰ প্ৰসঙ্গে মন ভৈল সচেতন ।
মনতেসে আছে জানা চৈধ্যয় ভুৱন ।।
মনে পাপ পুণ্য স্বৰ্গ মনেসে নৰক ।
মনেসে কৰিছে ভেদ আপোন পৰক ।।
যতেক ইন্দ্ৰিয়গণ মনৰ অধীন ।
মনৰেসে আজ্ঞা পালি থাকে ৰাত্ৰি দিন ।।
মনে উপজয় জানা মনেসে মৰণ ।
মনুষ্যৰ মনে মোক্ষ বন্ধৰ কাৰণ ॥

[অঃ পাঃ ৬৯-৭০]

কৰ্তৃত্বাভিমানপূৰ্বক কৰ্ম কৰিলেই তাৰ ফলভোগ অৱশ্যে কৰিব লাগিব ; ফলভোগ কৰিবলৈ হলেই আকৌ অৱশ্যে জন্ম গ্ৰহণ কৰিব লাগিব ; জন্ম হলে তাৰ পাছত জৰা, ব্যাধি, মৃত্যু আদি লাগিয়ে আছে। এই জন্ম-মৃত্যু কৰ্মভোগৰ চাঁক-নৈয়াৰ মাজত অবিৰাম ঘূৰি ফুৰাকে সংসাৰ বোলে।

বহু অমঙ্গলপ্ৰদ হেন কৰ্ম গতি ।
পায়া নৰ সংসাৰত ভ্ৰমে বিসঙ্গতি ।।
নিতান্ত অধম হুয়া প্ৰলয় যাৱত ।
জন্ম মৃত্যু ৰূপ দুঃখ ভুঞ্জে নানা মত ।।

[নিঃ নঃ ১১৩]

এই সংসাৰৰূপ চাঁকনৈয়াৰ পৰা বাহিৰ হোৱাটোৱে মুক্তি।

ছাৰি মিছা মায়াময় নিজ ব্ৰহ্মৰূপ হয়
মুকুতি বুলিয়া তাকে ভূপ ॥

[২য় স্কঃ ৬৭২]

মায়াই বন্ধন, মায়াৰ হাতৰপৰা মুকলি হোৱা বা এৰণ পোৱাকে মোক্ষ বা মুক্তি বোলা হয়। ভগৱানৰ লগত অভিন্ন জীৱক মায়া বা অজ্ঞানে তেওঁৰপৰা বেলেগাই বান্ধি তেওঁতকৈ ভিন্নৰূপে প্ৰতিভাসিত কৰি ৰাখে। এই মায়াৰ আৱৰণ আঁতৰিলে, অজ্ঞানৰ বন্ধন ছিগি গলে ব্ৰহ্মস্বৰূপ জীৱ নিজৰ স্বৰূপ ব্ৰহ্মৰ লগত মিলি যাবৰ কাৰণে, অভিন্ন হৈ যাবৰ কাৰণে যে ধাৰ্য্যিত হয় সেয়ে মুক্তি। জীৱে মায়াৰপৰা মুকলি হৈ ভগৱানৰ লোক পায়। ভগৱানৰ তুল্য ঐশ্বৰ্য লাভ কৰে; ভগৱানৰ নিকটৱৰ্তী হয়, ভগৱানৰ ৰূপ লাভ কৰে আৰু ভগৱানৰ লগত অভিন্ন হৈ মিলি যায়। এই পাঁচ বিধৰ পূৰ্বৰ পূৰ্বৰবিলাক আপেক্ষিক শেষোক্ত আত্যন্তিক লয়ে আচল মুক্তি। এই পাঁচোটা অৱস্থাতে মায়াৰ প্ৰভাৱ নাথাকে কাৰণে পাঁচ বিধ মুক্তি বুলি কোৱা হৈছে—

*মুক্তি*

সালোক্য সাৰ্ষ্টি সামীপ্যসাৰূপ্যৈকত্বমপ্যুত।
দীয়মানং ন গৃহ্ণন্তি বিনা মৎশৰণংজনাঃ।

[ভঃ ৰঃ ধৃত ভাঃ ৩।২৯।১৩]

পূৰ্বৰবিলাকত ভেদজ্ঞানৰ লেশ থাকে শেষৰটোত মুঠেই নাথাকে। ধৰি লোৱা হওক এটা প্ৰকাণ্ড পকীঘৰ আছে, তাৰ ভিতৰত এটা বেছি বহল ঘৰ আছে, সেই ঘৰৰ ভিতৰত এটা ডাঙৰ কোঠা আছে; সেই কোঠাৰ ভিতৰত এটা ঘট থোৱা আছে। ঘটটো ভাঙিলে তাৰ ভিতৰৰ আকাশখিনি সৰু কোঠাৰ ভিতৰৰ আকাশৰ লগত মিলি গ'ল, সৰু কোঠাটো ভাঙি দিলত সি ডাঙৰ কোঠাৰ অভ্যন্তৰ আকাশৰ লগত এক হৈ গ'ল; ঘৰটোও ভাঙিলে পকীঘৰৰ ভিতৰৰ আকাশত লীন হ'ল আৰু সেই পকীঘৰটো ভঙাত মহাকাশৰ লগত অভিন্ন হৈ তাৰ নিৰৱচ্ছিন্নস্বৰূপ প্ৰাপ্ত হ'ল। ইয়াত যিবিলাক দৃষ্টান্ত দিয়া হৈছে তাত উপমেয়টো আলৌকিক আৰু উপমানটো লৌকিক গতিকে সৰ্বাংশে মিল থকা বুলি নাভাবে যেন। এই আত্যন্তিক লয় বা চৰম মুক্তি কেনেকৈ হয় সেইটো শ্ৰীশঙ্কৰৰ কথাৰেই কোৱা ভাল।

*লয় মুক্তি কেনেকৈ হয়*

মোক্ষকেসে বুলি জানা আত্যন্তিক লয়।
ব্ৰহ্মজ্ঞানী দেখে জগতক ব্ৰহ্মময় ॥

বুদ্ধি মন ইন্দ্ৰিয় মহত্তত্ত্ব অহঙ্কাৰ।
ব্ৰহ্মত পৃথক্ নুহি যতেক সংসাৰ॥
ব্ৰহ্ম ব্যতিৰেকে মিছা যত দেখা আন।
জৰীত উপজি যেন আছে সৰ্পজ্ঞান॥
জাগন সপোন বুদ্ধিৰেসে বৃত্তিচয়।
নানাবিধ দেখা যিটো সবে মায়াময়॥
ক্ষণকেতে উপজে ক্ষণেকে নাশ হয়।
সমস্তে অৱস্থা যেন ভাতেকৰ নয়॥
যেন আকাশত মিলে সংহত মেঘৰ।
ক্ষণেকে থাকিয়া হোৱে ক্ষণেকে অন্তৰ॥
ব্ৰহ্মতো জগত ৰাজা জানা সেহি নয়।
উপজিয়া ব্ৰহ্মত ব্ৰহ্মাতে যায় লয়॥
একে ব্ৰহ্ম আছে সৰ্ব দেহত প্ৰকটে।
যেন এক আকশ প্ৰত্যেক ঘটে ঘটে॥
জলত সূৰ্যক যেন দেখি ভিনে ভিন।
এহিমতে জানিবা ব্ৰহ্মতো ভেদ হীন॥
কঙ্কণ কুণ্ডল ঘট গঢ়ে হেমহাৰ।
একে স্বৰ্ণতে দেখি অনেক আকাৰ॥
সেহিমতে এক ব্ৰহ্ম জানা শুদ্ধ সিদ্ধ।
অজ্ঞানত বাক্য বোলে তাঙ্ক বহুবিধ॥
সূৰ্য ৰশ্মি হোৱে যেন মহামেঘগণ।
সূৰ্য অঙ্গ চক্ষুক তথাপি কৰে চ্ছন্ন॥
ব্ৰহ্মৰে স্বৰূপ অহঙ্কাৰ আদি হয়।
ব্ৰহ্ম অংশ জীৱক তথাপি আৱৰয়॥
যেন মেঘ গৈলে সূৰ্য চক্ষুৱে নিৰেখে।
অহঙ্কাৰ গুচিলে ব্ৰহ্মকো জীৱে দেখে॥
মায়া এৰে আপুনি বুদ্ধিৰ গুছে ভ্ৰম।
নিৰ্মল হৃদয়ে জীৱে দেখে পৰব্ৰহ্ম॥

যি কালত জ্ঞান-অস্ত্রে ছেদে অহঙ্কাৰ।
ছিন্দে কর্মবন্ধ তেবে জীৱে আপোনাৰ ॥
হৃদয়ত পৰম আনন্দ হোৱে জাত।
পৰিপূর্ণ আত্মা হোৱে মনত সাক্ষাত।
দেহকো নেদেখে জীৱে হোৱে ব্রহ্মময়।
ইয়াকে বুলি ৰাজা আত্যন্তিক লয় ॥

[১২শ স্কঃ ভাঃ ১৭১-১৮০]

ইয়াতো আমি দেখিলোঁ যে ব্রহ্ম আৰু জীৱৰ নিজৰ ঐক্যজ্ঞানেই মোক্ষ। অদ্বৈত জ্ঞান হৈ যোৱা মাত্রে জীৱ শিৱ হৈ যায়, পৰিপূর্ণ সচ্চিদানন্দৰূপে অৱস্থান কৰে। এই অদ্বৈত ব্রহ্মজ্ঞানব্যতিৰেকে যে আত্যন্তিক মুক্তি হব নোৱাৰে এইটো ইয়াতেই বুজা গ'ল। অদ্বৈতৰূপ স্বৰূপ অনুভৱৰদ্বাৰা মায়া বা অজ্ঞানৰ নিবৃত্তি ঘটে, তেতিয়া আত্মা অখণ্ড, নিত্য, শুদ্ধ চৈতন্যৰূপে অৱস্থান কৰে। ইয়াকে মাধৱদেৱেও কৈছে—

আত্মা ঈশ্বৰক লাগ প্রত্যক্ষ সতত পাৱে।
নাপায় জানা তাক্ক অবিদ্যাত।
অবিদ্যা নাশিলে লাগ কৃষ্ণক পাৱয় জানা
কণ্ঠলগ্ন বস্তুক সাক্ষাত ॥

[ নাঃ ঘোঃ ৪১ ]

হে কৃষ্ণ তুমি মাত্র চৈতন্যস্বৰূপ নিত্য।
সত্য শুদ্ধ জ্ঞান অখণ্ডিত।
আৱৰ যতেক ইটো তোমাৰ বিনোদৰূপ
চৰাচৰ মায়াৰ কল্পিত ॥

[ তথা ৮৪ ]

মায়িক বিষয়বস্তুবোৰৰ সখণ্ডতা অনিত্যতা মলিনতা আদি আৰোপিত হোৱাৰ কাৰণেই জ্ঞান অনিত্য, সখণ্ড, অবিশুদ্ধ বুলি প্রতিভাত হয়; তাৰ সম্যক্ জ্ঞান হলে বিষয় আৰু জ্ঞান যে অত্যন্ত ভিন্ন, বিষয়ৰদ্বাৰা যে জ্ঞানৰ কোনো পাৰমার্থিক বিকাৰ নঘটে সেইটো জানিলে বিষয়ৰ ধর্ম সখণ্ডতা, অনিত্যতা, মলিনতা আদি জ্ঞানত আৰোপিত বা অধ্যস্ত হব নোৱাৰে।

*মোক্ষৰ সাধন*

ভগৱদ্ ভক্তিৰদ্বাৰা তেওঁৰ কৃপাৱশতঃ তেওঁৰ স্বৰূপ বিদ্যা অর্থাৎ জ্ঞানৰ প্রকাশ হলে জীৱৰ আত্মবোধ হয়; গতিকে কুঠাৰে উৎপাতন নিপাতন (উঠা-নমা) ৰূপব্যাপাৰযুক্ত হৈ কাঠ আদিৰ দ্বৈধীভাৱ বা ছেদনৰ সাধন হোৱাৰ দৰে ভগৱদ্‌ভক্তিয়ে অদ্বৈতজ্ঞান বা আত্মবোধৰূপ ব্যাপাৰযুক্ত হৈ মোক্ষৰ সাধন হয়।

ভগৱন্ত ভক্তিযুক্ত           পুৰুষৰ আত্মবোধ
মাধৱৰ প্ৰসাদে মিলয় ।
কৃষ্ণৰ কৃপাত সুখে           তৰয় সংসাৰ বন্ধ
এহিমানে গীতাৰ নিৰ্ণয় ॥

[নাঃ ঘোঃ ৬২০]

এইদৰে স্বীকাৰ কৰাৰ কাৰণ এই যে শাস্ত্ৰত দেখা যায় অনেক স্থলত কেৱল জ্ঞানকে মোক্ষৰ কাৰণ বোলা হৈছে—

"তমেৱ ৱিদিত্বাতি মৃত্যুমেতি নান্যঃ পন্থা ৱিদ্যতে অয়নায়"

[মুণ্ডক উঃ] ইত্যাদি ।

তদুপৰি অবিদ্যা বা অজ্ঞানেই যদি বন্ধ হয় তেন্তে জ্ঞানৰ বাহিৰে আন কোনো ক্ৰিয়াৰদ্বাৰা অজ্ঞানৰ নিবৃত্তি হোৱা দেখা নাযায় গতিকে একমাত্ৰ জ্ঞানৰদ্বাৰাহে অজ্ঞানৰ বা মায়াৰ নিবৃত্তি হব পাৰে ।

অনেক ঠাইত আকৌ ভক্তিকে মোক্ষৰ কাৰণ বুলি কোৱা হৈছে—

"যেনৈৱৈষঃ ৱৃণুতে তেন লভ্যঃ..."

[ কঠ উঃ ]

সৰ্ৱধৰ্মান্ পৰিত্যজ্য মামেকং শৰণং ৱ্ৰজ ।
অহং ত্বাং সৰ্ৱপাপেভ্যো মোক্ষয়িষ্যামি মা শুচঃ ॥

[ গীঃ ১৮।৬৬ ]

পুৰুষঃ সঃ পৰঃ পাৰ্থ ভক্ত্যা লভ্যস্ত্বনন্যয়া ।

[তথা৮।২২]

গীতা আৰু ভাগৱত শাস্ত্ৰত এনে বিৰোধভঞ্জন কৰিবৰ অৰ্থে ভক্তিক মোক্ষৰ কৰণ আৰু জ্ঞানক কৰণাশ্ৰিত ব্যাপাৰ বুলি কোৱা হৈছে—

তেষাং সততযুক্তানাং ভজতাং প্ৰীতিপূৰ্ৱকম্ ।
দদামি বুদ্ধিযোগং তং যেন মামুপযান্তি তে ॥

[গীঃ ১০।১০]

মদ্ভক্ত এতদ্বিজ্ঞায় মদ্ভাৱায়োপপদ্যতে ।

[ গীঃ— ]

সমঃ সৰ্ৱেষু ভূতেষু মদ্ভক্তিং লভতে নৰঃ ।      [গীঃ ১৯।৫৪]
ভক্ত্যা মামভিজানাতি যাৱান্ যশ্চাস্মি তত্ত্বতঃ ॥

[ গীঃ ১৯।৫৫ ]

ভক্ত্যাত্বনন্যয়া শক্য অহমেৱংৱিধোঽৰ্জ্জুন ।
জ্ঞাতুং দ্ৰষ্টুং চ তত্ত্বেন প্ৰৱেষ্টুং চ পৰন্তপ ।।

[ গীঃ ১১।৫৪ ]

ইয়াত অনন্য ভক্তিৰপৰা প্ৰথমতে পৰোক্ষজ্ঞান, তাৰ পাছত অপৰোক্ষানুভূতি বা তত্ত্বজ্ঞান হয় আৰু তাৰপৰা ভগৱানত প্ৰৱেশ কৰে (লীন হয়) বুলি স্পষ্টভাৱে কোৱা হৈছে। ভক্তিৰপৰা জ্ঞান আৰু তাৰপৰা মায়া নিবৃত্তি মোক্ষ হয় বুলি ভাগৱততো অনেক ঠাইত স্পষ্টভাৱে কোৱা হৈছে যেনে—

বাসুদেৱে ভগৱতি ভক্তিযোগঃ সমাহিতঃ ।
সধ্ৰীচীনেন বৈৰাগ্যং জ্ঞানঞ্চ জনয়িষ্যতি ।।

[ ভঃ ৰঃ ধৃত ভাঃ ৪।২৯।৩৭ ]

যেষাং স এৱ ভগৱান্ দয়য়েদনন্তঃ
সৰ্বাত্মনাশ্ৰিতপদো যদি নিৰ্ব্যলীকম্ ।
তে দুস্তৰামতিতৰন্তি চ দেৱমায়াং
নৈষাং মমাহমিতি ধীঃ শ্ব-শৃগালভক্ষ্যে ।।

[তথা ২।৭।৪২]

শ্ৰীশঙ্কৰে ভক্তিৰত্নাকৰত পুৰাণান্তৰৰ বাক্যৰদ্বাৰাও এই কথাকে স্পষ্টকৈ কৈছে—

তস্য ৱিষ্ণোঃ প্ৰসাদেন যদি কশ্চিৎ প্ৰবুধ্যতি ।
স নিস্তৰতি সংসাৰং দেৱনামপি দুস্তৰম্ ।।

ভট্টদেৱেও, ভক্তিয়ে জ্ঞানৰূপ অৱান্তৰ ব্যাপাৰাশ্ৰিত হৈহে মোক্ষৰ কাৰণ হয় বুলি "কথাগীতা"ত স্বীকাৰ কৰিছে।

"এতেকে শ্ৰীকৃষ্ণৰ একান্ত ভক্তিসে তান প্ৰসাদে আত্মজ্ঞান অৱান্তৰ ব্যাপাৰে যুক্ত হুয়া মোক্ষৰ হেতু হয়। জ্ঞান পুনু ভক্তিৰ অৱান্তৰ ব্যাপাৰ বুজিবা।"

[কথাগীতা ১৮অঃ ১২১ পৃঃ]

শ্ৰীশঙ্কৰে জগন্নাথ ক্ষেত্ৰত গৈ আৰু শ্ৰীদামোদৰে ওৰেষাৰ বাসুদেৱ সন্ন্যাসীৰপৰা যি তত্ত্বৰ উপদেশ পাইছিল তাক অকল 'ভক্তি' নুবুলি 'জ্ঞান-ভক্তি' হে বোলা হৈছে।[১] যদি জ্ঞানাত্মক ব্যাপাৰৰ সাহায্য ব্যতিৰেকে কেৱল ভক্তিয়ে মোক্ষৰ সাধন হোৱাটো তেওঁবিলাকৰ অভিপ্ৰেত হ'লহেঁতেন তেন্তে ইয়াত 'জ্ঞান' শব্দৰ প্ৰয়োগ নকৰি কেৱল 'ভক্তি' শব্দৰ হে প্ৰয়োগ কৰিলেহেঁতেন। এই বিষয়ে কথা ভাগৱতৰ ২য় স্কন্ধৰ ৫ম অধ্যায়ত ভট্টদেৱৰ উক্তি আৰু অধিক স্পষ্ট, যেনে—

১. ৫৪ পৃঃ আৰু ৫৭ পৃঃ পাদটীকা দ্ৰষ্টব্য।

"নাৰদী ভক্তিৰ ক্ৰম শুনা। প্ৰথমে মহন্তৰ সেৱা, পাচত কৃপা, পাচে হৰিভজন ধৰ্ম্মত শ্ৰদ্ধা, পাচে হৰিকথা শ্ৰৱন, পাচে ভগৱন্তত ৰতি, পাচে দেহাত্মবিবেক, পাচে দৃঢ়াভক্তি, পাচে ঈশ্বৰ-তত্ত্বজ্ঞান, পাচে হৰিৰ কৃপায়ে সৰ্বজ্ঞাদি গুণ হয়॥"

[ কঃ ভাঃ ২।৩ উপসংহাৰ ]

গতিকে যি যি স্থানত জ্ঞানক নিন্দা কৰা দেখা যায় তাত ভক্তিৰ অনাশ্ৰিত অৰ্থাৎ ভগৱদ্‌ভক্তিৰপৰা নোপজা জ্ঞানৰ হে হেয়ত্ত্বা প্ৰতিপাদন কৰা হৈছে বুলি বুজিব লাগে। যেনে—

জ্ঞান কৰ্ম যোগ যাগ তপস্যা আচৰে।
কদাচিতো বৈকুণ্ঠক নাযায় সিটো নৰে॥

[ ২ য় স্কঃ ]

জ্ঞানতেসে মুক্তি পাইবো বুলি কৰে
বিবিধ যোগ অভ্যাস।
দুঃখ মাত্ৰ পাৱে পাছতেসে জানে
পৰম সিটো অজ্ঞান।

[ ১০ম ১০১৭ ]

জ্ঞানীতো কৰ্মতো কৰি তথাপি অধিক।
দেৱৰ বন্দনা সিটো ভকতি ৰামক॥

[ ১ম স্কঃ ]

ইয়াত ভক্তিহীন জ্ঞানকহে মুক্তিৰ কাৰণ নহয় বুলি বুজোৱা হৈছে।

ভকতি বিহীন জ্ঞান কৰ্ম সবে ব্যৰ্থ।
কহিলো স্বৰূপে বেদান্তৰ তত্ত্ব অৰ্থ॥

[ ১ম স্কঃ ]

নছাৰে কৰ্মক শোক দুঃখ প্ৰতিদিনে।
জ্ঞানতো নাহিকে গতি ভকতি বিহীনে॥

[ ১১গ স্কঃ ১০৯১৭ ]

ইয়াত "বেদান্তৰ তত্ত্ব অৰ্থ" বুলি কৈ, এয়ে যে নিজৰো সিদ্ধান্ত এইটো সূচিত কৰা হৈছে। নহলে "ভকতিবিহীন" এই বিশেষণ প্ৰয়োগ নিৰৰ্থক আৰু বিৰুদ্ধ হৈ পৰে। সামান্যাৰ্থক বাক্যবিলাক বিশেষাৰ্থপৰ হয়, বিশেষাৰ্থক বাক্যবিলাক সামান্যাৰ্থপৰ হব নোৱাৰে ; এইটো বাক্য মাত্ৰৰে সাধাৰণ নিয়ম। ভক্তিৰ আশ্ৰিত জ্ঞানৰদ্বাৰাই মোক্ষ হয় বুলি যে বেদে কয় এই কথা একাদশ স্কন্ধতো শ্ৰীশঙ্কৰে স্পষ্টকৈ কৈছে—

জ্ঞানে গতি কহে বেদ        লৈয়া তাৰ পৰিচ্ছেদ
আছে জ্ঞান ভকতিৰ মাজে।
ভকতি কৰন্তে জ্ঞান        আপুনি উপজে জ্ঞান
যোগ চিন্তি মৰে মিছা কাজে ॥
[১১শ স্কঃ ২০০]

কৰ্মও কেনেকৈ ভক্তিৰ উপযোগী হয় এই কথা পাছত কোৱা হব। ভক্তিহীন জ্ঞান কৰ্ম ব্যৰ্থ হয় এই কাৰণে যে, যি জ্ঞানৰদ্বাৰা বিষয় বস্তুৰ আচল স্বৰূপৰ প্ৰকাশ হয় সেয়ে যথাৰ্থ জ্ঞান বা সাৰ্থক জ্ঞান আৰু যি কৰ্ম কৰিলে তাৰদ্বাৰা অভিলষিত কাৰ্য সিদ্ধ হয় সেই কৰ্মই সাৰ্থক ; যেনে—আমি কোনো এবিধ অলঙ্কাৰ বুজিবৰ কাৰণে চক্ষু-ৰিন্দ্ৰিয়ক সেই বিষয়ত ব্যাপৃত কৰাত যি প্ৰত্যক্ষৰূপ জ্ঞান জন্মে সেই জ্ঞানৰদ্বাৰা যদি সেই অলঙ্কাৰৰ সম্যক অৰ্থাৎ যথাৰ্থ উপলব্ধি হয় তেন্তে সেই জ্ঞানক আমি সত্য সাৰ্থক জ্ঞান বোলোঁ ; সেইদৰে সুসিদ্ধ অন্ন পাবৰ কাৰণে ভাত ৰন্ধা কামত প্ৰবৃত্ত হৈ সেই ৰন্ধন ক্ৰিয়াৰদ্বাৰা যদি সুসিদ্ধ ভাতমুঠি পাওঁ তেন্তে সেই ৰন্ধন ক্ৰিয়া সাৰ্থক বা সফল বুলি কওঁ। প্ৰাণীৰ আত্যন্তিক দুঃখনিবৃত্তি আৰু সুখ-প্ৰাপ্তিৰূপ মোক্ষই হৈছে শ্ৰেষ্ঠ পুৰুষাৰ্থ। এই অভিলষিত পুৰুষাৰ্থ লাভৰ উপায় হ'ল ভগৱত্তত্ত্বজ্ঞানৰূপ-ব্যাপাৰযুক্ত ভক্তি। গতিকে ভগৱদ্‌ভক্তিক আশ্ৰয় কৰি যি তত্ত্ব জ্ঞান হয় সেই জ্ঞানেহে আমাৰ অভিলষিত মুক্তিৰ জনক আৰু কাম্য। যি জ্ঞান ভক্তিক আশ্ৰয় কৰি নহয় তাৰদ্বাৰা ভগৱত্তত্ত্বৰ প্ৰকাশ বা ভগৱস্তৰূপ সত্য বস্তুৰ উপলব্ধি নহয় গতিকে সি যথাৰ্থ জ্ঞানেই নহয়। ইপিনে সকলো দৃশ্য বস্তুৰে উপাদান আৰু নিমিত্ত কাৰণৰূপে একমাত্ৰ ভগৱানেই সমস্ত বস্তুৰ স্বৰূপভূত তত্ত্ব। এই কাৰণে যি জ্ঞান ভগৱদ্‌ভক্তিক আশ্ৰয় কৰি হোৱা নাই তেনে জ্ঞান ভগৱত্তত্ত্ব-বিষয়ক নহয় অৰ্থাৎ তাৰদ্বাৰা ভগৱন্তৰ স্বৰূপ উপলব্ধি হব নোৱাৰে, এই হেতুকে সি ব্যৰ্থ অৰ্থাৎ নিষ্প্ৰয়োজন, অযথাৰ্থ বা অপ্ৰমাণ। সেইদৰে মুক্তিৰ কাৰণস্বৰূপ ভগৱদ্‌ভক্তি লাভৰ অৰ্থেই বৈধকৰ্মৰ অনুষ্ঠান কৰা হয়। যি কৰ্মৰপৰা জীৱৰ অভিলষিত ভক্তিৰূপ প্ৰয়োজন সিদ্ধ নহয় সেই কৰ্ম ব্যৰ্থ। গতিকে যি জ্ঞান, ভক্তিক আশ্ৰয় কৰি হয় আৰু যি কৰ্ম, ভক্তিৰ জনক তেনে জ্ঞান-কৰ্মহে সাৰ্থক ; এয়ে সন্তসকলৰ কথাৰ তাৎপৰ্য। নহলে পূৰ্বোক্ত জ্ঞানৰ কাৰণতাবোধক আৰু বক্ষ্যমান কৰ্মবিধি-বিষয়ক কথাবিলাকৰ কোনোমতেই সঙ্গতি ৰক্ষা কৰিব নোৱাৰি।

এতিয়া ভক্তি বোলা তত্ত্বটিৰ আলোচনা কৰা যাওঁক। আমি পূৰ্বেই কৈছোঁ যে জীৱাত্মা আৰু ভগৱান অভিন্ন, একেই তত্ত্ব আৰু প্ৰত্যেক বস্তুৰে সজাতীয় বা নিজৰ প্ৰতি এটা স্বাভাৱিক মিলন-প্ৰৱণতা বা আকৰ্ষণ আছে। গতিকে নদীবিলাকৰ সমুদ্ৰৰ

প্ৰতি, ওজন থকা পাৰ্থিৱ বস্তুবোৰৰ পৃথিৱীৰ প্ৰতি যি টান বা আকৰ্ষণ আছে জীৱাত্মাৰো পৰমাত্মা বা ভগৱানৰ প্ৰতি তেনে এটা প্ৰবল টান বা আকৰ্ষণ আছে। কঠিন অন্তঃকৰণত আৱদ্ধ হৈ মায়াৰদ্বাৰা আবৃত থকাৰ কাৰণেহে সি ভগৱানৰ পিনে আকৃষ্ট হব পৰা নাই। ভাগৱানৰ নাম-গুণ-মহিমাদি শ্ৰৱণৰ ফলত অন্ত:কৰণৰ ৰজঃ আৰু তমোগুণ অভিভূত হৈ সত্ত্বগুণ উদ্ৰিক্ত হলে অন্তঃকৰণ দ্ৰুত অৰ্থাৎ পনীয়া হৈ গলি যায় আৰু ধাৰাবাহিকভাৱে ভগৱানৰ প্ৰতি বৈ যাব ধৰে অৰ্থাৎ ভগৱদাকাৰে আকাৰিত হৈয়ে থাকে। তাৰ লগে লগে তাত প্ৰতিফলিত জীৱ-চৈতন্যও ভগৱৎস্বৰূপতে মগ্ন হৈ যায়। এনেকুৱা ভগৱদাকাৰে আকাৰিত দ্ৰবীভূত অন্তঃকৰণবৃত্তি বা ভগৱদভিমুখী টানটোৱে ভদৱদ্ভক্তি।

ভক্তি

মদ্‌গুণশ্ৰুতিমাত্ৰেণ ময়ি সৰ্বগুহাশয়ে।
মনোগতিৰবিচ্ছিন্না যথা গঙ্গাম্ভসোঽম্বুধৌ ॥
[ ভঃ ৰঃ ধৃতঃ ভাঃ ৩।৩৯।১ ]

ইয়াকে মধুসূদনসৰস্বতীয়ে স্পষ্টকৈ কৈছে—

দ্ৰুতস্য ভগৱৰ্দ্ধৰ্মাদ্ধাৰাৱাহিকতাং গতা।
সৰ্বেশে মনসো বৃত্তিৰ্ভক্তিৰিত্যভিধীয়তে ॥
[ভক্তিৰসায়ন ১।৩]

ভদৱদ্-জ্ঞানতো অন্তঃকৰণ তদাকাৰে আকাৰিত হয় কিন্তু তাত চিত্তৰ দ্ৰৱতাৰ নাথাকে গতিকে চিত্তদ্ৰুতিয়ে ভক্তিৰ বিশেষ লক্ষণ—

কথং ৱিনা ৰোমহৰ্ষং দ্ৰৱতা চেতসা ৱিনা।
ৱিনানন্দাশ্ৰুকলয়া শুধ্যেদ্ ভক্ত্যা ৱিনাশয়ঃ ॥
[ ভঃ বিঃ ধৃত ভাঃ ১১।১৪।২৩ ]

শুনিয়ো উদ্ধৱ সখি কহো প্ৰসঙ্গত।
ভকতিৰ চিহ্ন যাৰ নভৈল বেকত ॥
নোহে চিত্তদ্ৰৱ যাৰ শৰীৰ পুলক।
যাহাৰ নেত্ৰত নাহি আনন্দ লোতক ॥
তেবে কেনমতে তাৰ লক্ষিবা ভকতি।
বিনে ভক্তি চিত্ত শুদ্ধ নোহে মহামতি ॥
[ মাধৱদেৱ, ৰত্নাৱলী ]

বাক্য গদ গদ কৰে প্ৰেমৰ ভৰত।
দ্ৰৱে চিত্ত স্মৰি মোৰ মহিমা মনত ॥
[ভথা ২২।৯]

এই দ্ৰৱীভূত চিত্তৰ টানটিয়ে বিষয়ভেদে অনুৰাগ, প্ৰেম, স্নেহ, ভক্তি আদি শব্দৰ বাচ্য হয়। আগেয়ে কোৱা হৈছে যে বিষয়ত ভগৱৎ-চৈতন্যৰ ব্যাপ্তি ঘটিলে সেই ভগৱানৰ স্বৰূপভূত আনন্দ বা সুখটোৱে বিষয়ৰ সুখৰূপে ভুলতে প্ৰতীত হয়। গতিকে বিষয় বস্তুৰ প্ৰতি যে আমাৰ লালসা বা টান আছে সিও অজ্ঞাতভাৱে থকা ভগৱান্ আত্মাৰ প্ৰতিয়ে আকৰ্ষণ। আকৰ্ষণটি বিষয়ৰূপ উপাধিৰদ্বাৰা উপহিত হলে তাত ভগৱদ্ৰূপৰ প্ৰকাশ নহয় গতিকে সি নিন্দিত বিষয়াকাঙ্ক্ষাৰূপে পৰিচিত হৈ থাকে। প্ৰত্যেক জীৱাত্মাই পৰমাত্মাৰ লগত অভিন্ন গতিকে জীৱবিলাকৰ যে পৰস্পৰৰ প্ৰতি আকৰ্ষণ বা ভালপোৱা আছে সিও এই ভগৱদ্ভক্তিৰে ঔপাধিক বা ব্যৱহাৰিক ৰূপ হে। এটা জীৱৰ আন এটা জীৱৰ প্ৰতি যি টান বা আকৰ্ষণ তাকেই সম্বন্ধী ভেদে স্নেহ, প্ৰেম আৰু ভক্তি বুলি কোৱা হয়।

এই টানটি নিজতকৈ অপকৃষ্টৰূপে প্ৰতিভাত পুত্ৰশিষ্যাদিবিষয়ক হলে তাৰ নাম স্নেহ বা বাৎসল্য ; নিজৰ সমানৰূপে প্ৰতিভাত সুহৃদ ভাৰ্যাদি বিষয়ক হলে তাক বোলা হয় ভালপোৱা, প্ৰেম বা ৰতি আৰু নিজতকৈ উৎকৃষ্ট পিতা-মাতা, গুৰু আদি বিষয়ক হলে তাৰ নাম হয় ভক্তি। একেই টান, প্ৰৱণতা বা অন্তঃকৰণদ্ৰুতিৰ বিষয় আৰু কাৰ্য-ভেদেই নামভেদৰ কাৰণ।

পানীত এক প্ৰকাৰ স্নেহগুণ থকাৰ কাৰণেই পানীৰদ্বাৰা ভিজালে গুড়া বা ধূলি আদি বস্তুবিলাক পৰস্পৰে লগ লাগি পিণ্ড হৈ যায়। সেই স্নেহৰদ্বাৰা লগ লগোৱা

স্নেহ

বস্তুবো এটা আনটোৰ লগত একান্তভাৱে অভিন্ন বা এক হৈ নাযায় কেৱল লগ লাগিহে থাকে। ইয়াত আমি বুজোঁ যে স্নেহসিক্ত বস্তুবোৰত কিবা এটা লগ লগোৱা শক্তি আহিত থাকে, গতিকে এটাক আনটোৰ লগত সম্বন্ধ কৰি দিয়া বা লগ লগোৱাটোৱে স্নেহৰ কাৰ্য। জীৱেও আন কোনো সন্নিকৃষ্ট জীৱৰ লগত সম্বন্ধ স্থাপন কৰি থাকিব খোজে বা থাকে। সেই স্নিহ্যমান বা স্নেহাস্পদজনৰপৰা স্নেহযুক্ত-জনে কোনো অতিৰিক্ত লাভৰ প্ৰত্যাশা নকৰে, তাৰ লগত সম্বন্ধ হৈ থকাটোৱে তাৰ সুখ গতিকে ইয়াত স্নেহযুক্তজনৰ পক্ষে স্নিহ্যমান ব্যক্তিৰ ওচৰত অভিমানৰ আবদাৰৰ স্থান নাই। কাৰণ মানুহে তাতেহে অভিমান কৰে যদি অভিমান কৰোতাজনে জানে যে যাৰ ওচৰত সি অভিমান কৰিছে সি তাৰপৰা (অভিমান কৰোতাজনৰ) কোনো কিছু পাবলৈ আশা কৰে। সেয়েহে স্নেহশীলজনৰ ওচৰত স্নেহাস্পদ ব্যক্তিয়ে অভিমান কৰা দেখা যায়। ইয়াৰ দৃষ্টান্ত মাধৱদেৱৰ নিম্নলিখিত বৰগীতটি—

যশোৱকু আগু বোলত হৰি ভাৱ।
আজু চিনান কৰ:বা নাহি মাৱ॥

\+ + +

কাকূ কৰিয়ে বলহু শুন মাই ।
শুতিয়ে ৰহব আজু বিছুয়ে নখাই ।।
তনয়কু বাণী শুনিয়ে বৰ নাৰী ।
প্ৰেম পৰশি নয়নে ঝুৰে বাৰি ।।
কৰতহু স্নান শুনহু মেৰি বাপ ।
দুঃখিনীক পুত্ৰ কৰবি নাই তাপ ।। ইত্যাদি

যশোদাৰ মনত বালগোপাল যে এটা প্ৰাকৃত শিশু, তেওঁৰ চেনেহৰ লাডু, প্ৰাণাধিক সন্তান; এই কথা গোপালে জানে গতিকেহে তেওঁ তেওঁৰ স্নেহময়ী মাকৰ ওচৰত অভিমান কৰিলে আৰু শিশু পুত্ৰৰ আব্দাৰপূৰ্ণ ক্ৰন্দনত যশোদাৰ মাতৃহৃদয় একেবাৰে গলি গ'ল। যশোদাই যদি তেওঁক শিশু পুত্ৰ বুলি নাভাবি তেওঁৰ আচল স্বৰূপটো [ তেওঁ যে সৰ্বেশ্বৰ সৰ্বকৰ্তা, পৰমপুৰুষ সেইটো ] জানিলেহেঁতেন তেন্তে সেই অভিমানপূৰ্ণ বিননিত, তেওঁৰ ভবিষ্যৎ অস্বস্তি অসুবিধাৰ আশঙ্কাত যশোদাৰ হৃদয় তেনেভাৱে গলি নগ'লহেঁতেন। তেতিয়া হলে বালগোপালৰ এই অভিমান বা আব্দাৰ এক প্ৰকাৰ ব্যঙ্গ্যৰ বিষয় হে হৈ উঠিলহেঁতেন। কবিৰ এই তত্ত্ব জনা আছিল কাৰণে তেওঁৰ পক্ষে ই এটা উপহাসৰ হে বস্তু হৈ পৰিল—

মাধৱ কহ হৰি গোচৰ হামাৰি ।
কাতল কতি ব্ৰহ্ম শৰীৰ তোহাৰি ।।

জীৱ দুটাৰ ইটোৰ লগত আনটোৰ মিলনৰ কাৰণে যি পৰস্পৰৰ সমপ্ৰৱণতা অৰ্থাৎ পৰস্পৰৰ আকৰ্ষণ তাৰ নাম প্ৰেম বা প্ৰীতি। প্ৰপূৰ্ব্বক ই ধাতু ভাৱপ্ৰত্যয়ান্ত প্ৰাপ্ত্যৰ্থক। বিবক্ষাভেদে ইয়াকে ৰতি, অনুৰাগ আদি শব্দেৰে বুজোৱা হয়। প্ৰেমৰ স্থলত উক্ত আকৰ্ষণটি উভয়গত অৰ্থাৎ প্ৰেমাস্পদ আৰু প্ৰেমিক উভয়ৰে ইটোৰ আনটোৰ প্ৰতি সমজাতীয় আকৰ্ষণ থাকে। ইয়াত উভয়ে ইটোৰ লগত আনটো মিলি যাব খোজে উভয়ৰ সান্নিধ্যই উভয়ৰ সুখজনক, গতিকে উভয়ে উভয়ৰপৰা লাভৱান হয়। ইহঁতৰ পৰস্পৰৰ বিৰহ উভয়ৰে দুঃখজনক হেতুকে জিগাসিত। ইয়াত উভয়ৰে ইটোৰ আনটোৰ ওচৰত অভিমান বা আব্দাৰৰ স্থান আছে। কাৰণ ইহঁতে উভয়ে জানে যে পৰস্পৰৰ মিলন বা বিচ্ছেদ নিজৰ পক্ষে যেনেকুৱা সিজনৰ পক্ষেও তেনেকুৱাই সুখ-দুঃখৰ হেতু।

প্ৰেম

ৰাস-ক্ৰীড়াত গোপীসকলৰ অভিমান [ গৰ্ব ] চূৰ্ণৰ কাৰণে শ্ৰীকৃষ্ণই অভিমান কৰি সকলো আন নায়িকাৰ সঙ্গ এৰি কোনো এজনীক লৈ অদৃশ্য হ'ল। পাছত সেই সঙ্গিনীজনীয়ে নিজৰ প্ৰতি কৃষ্ণৰ ভালপোৱা অধিক বুলি ভাবি ঠেহ ধৰি কলে—

"অৱ চলয়ে নাহি পাৰি যেন কয় নিয়া যাৱ।"

[ কেলিগোপাল ]

শ্ৰীকৃষ্ণই সেই জনীৰো গৰ্বচূৰ্ণ কৰিবৰ কাৰণে নিজেই অভিমান কৰি তেওঁৰপৰাও অন্তৰ্দ্ধান হ'ল। এই স্থলত শ্ৰীকৃষ্ণ আৰু গোপীসকলৰ পৰস্পৰে পৰস্পৰক ভাল পায় বুলি জানিছিল কাৰণেহে পৰস্পৰে অভিমান কৰিছে। কিন্তু ভাগৱতৰ শ্ৰীকৃষ্ণ আপ্তকাম পৰমপুৰুষ গতিকে তেওঁ জয়দেৱৰ শ্ৰীকৃষ্ণৰ দৰে "দেহি পদপল্লৱমুদাৰম্" বুলি কাতৰ অনুনয়-বিনয়েৰে গোপীৰ অভিমান সাফল্যমণ্ডিত নকৰি স্বীয় অভিমানৰ প্ৰতিঘাতেৰে তাক চূৰ্ণ-বিচূৰ্ণ কৰি দিলে। গতিকে এই স্থলত ভাগৱতৰ শ্ৰীকৃষ্ণৰ গোপীসকলৰ প্ৰতি যি প্ৰেম দেখা গৈছে সি আচল প্ৰেম নহয় কৃত্ৰিম প্ৰেমাভাস হে। কিন্তু গোপীসকলৰ শ্ৰীকৃষ্ণৰ প্ৰতি যি প্ৰেম সি আচল। সেই কাৰণেহে শ্ৰীকৃষ্ণ যেতিয়া লুকাল তেতিয়া তেওঁলোকে শ্ৰীকৃষ্ণৰ বিৰহ-বেদনাত ব্যাকুল হৈ নিজৰ অভিমানক জলাঞ্জলি দি শ্ৰীকৃষ্ণক বিচাৰি সমগ্ৰ বৃন্দাবনৰ মাজত অনাই-বনাই ফুৰিব ধৰিলে, তেওঁলোকৰ করুণ বেদনাত শোকপূৰ্ণ বিননিত আৰু হতাশৰ নিশ্বাসত গোটেই বৃন্দাবন ধ্বনিত আৰু উত্তপ্ত হৈ উঠিল।

আকৌ 'পাৰিজাতহৰণ'ত সত্যভামাৰ সাফাল্যমণ্ডিত প্ৰেমাভিমানে তেওঁৰ প্ৰতি শ্ৰীকৃষ্ণৰ আচল প্ৰেম থকাটো ব্যৱহাৰিকভাৱে প্ৰমাণ কৰে। প্ৰেমিকে ভাৱে যে প্ৰেমৰ পাত্ৰটোক তেওঁ যেনেদৰে ভাল পায় প্ৰেমাস্পদটিয়েও তেওঁক সেইদৰে ভাল পায়। এনেকুৱা পাৰস্পৰিক প্ৰেমেই পূৰ্ণ প্ৰেম। একতৰীয়া প্ৰেম পূৰ্ণ নহয় অৰ্দ্ধসমাপ্ত। এনে প্ৰেমকে ৰাগ, ৰতি, অনুৰাগ আদি শব্দেৰে বুজোৱা হয়। 'ৰাগ শব্দৰ' অৰ্থ 'ৰঙ্'। সেইকাৰণেই কোনো পুৰুষ বা স্ত্ৰীক ঔষধ, অভিচাৰ, বশীকৰণমন্ত্ৰ আদিৰে কোনোবাৰ প্ৰতি অনুৰক্ত কৰি তোলাক অসমীয়াত 'ৰঙ্ চলোৱা' বোলে। এটা জীৱাত্মাৰ আন এটা জীৱৰ লগত মিলনৰ স্বাভাৱিক প্ৰৱণতা বা টান থাকিলেও সিহঁত বিশেষ বিশেষ ধৰণৰ, পৰস্পৰ বিলক্ষণ, অন্তঃকৰণত প্ৰতিবিম্বিতৰূপে অৱচ্ছিন্ন হৈ থাকে হেতুকে সেই উপাধিভূত বা পৰিচ্ছেদক অন্তঃকৰণে এটা জীৱক আনটো জীৱৰপৰা আতৰাই ভিন্ন কৰি ৰাখে আৰু সিহঁতৰ অভেদ বা সজাতীয়তা একেৰে প্ৰকাশ নহয়; গতিকে সেই মিলনপ্ৰৱণতা বা ভালপোৱাৰ স্ফুৰণ নহয়। যিবিলাকৰ অন্তঃকৰণ পৰস্পৰে অধিক বিলক্ষণ সিহঁতৰ পৰস্পৰৰ ভিতৰত ভালপোৱাৰ আকৰ্ষণ তদনুসাৰে কম। যিবিলাকৰ অন্তঃকৰণৰ

বাসনাসাদৃশ্যবশতঃ সাদৃশ্য বা সজাতীয়তা আছে সিহঁতৰ ভিতৰত ভালপোৱা বা প্ৰণয়-বন্ধনো সহজ হয় ; সেয়েহে চোৰে চোৰক, সাধুৱে সাধুক অৰ্থাৎ সমৰুচি আৰু সম চৰিত্ৰৰ মানুহকহে মানুহে ভাল পায়। জীৱ-চৈতন্যৰ স্বৰূপতঃ ভেদ নাই ; অন্তঃকৰণবোৰেই নিজত প্ৰতিবিম্বত চৈতন্যক ভিন্ ভিন্ কৰি ৰাখিছে। অন্তঃকৰণৰ বাসনা অৱস্থা আদিৰ ভেদেই জীৱাত্মাৰ ভেদ, দৰ্পণ ভাঙিলে তাত পৰা প্ৰতিবিম্বও অদৃশ্য হৈ বিম্বৰ লগত মিলি যোৱাৰ দৰে অন্তঃকৰণবোৰ বা তাৰ বিচিত্ৰ বাসনাবোৰ নাথাকিলে জীৱো নোহোৱা হৈ বা ভেদহীন হৈ ঈশ্বৰৰূপেই অৱস্থান কৰিব। এটা জীৱৰ লগত মিলন হব লাগিলে ইখন অন্তঃকৰণ আনখন অন্তঃকৰণৰ ৰূপেৰে অনুৰূপিত বা ৰঙেৰে অনুৰঞ্জিত হৈ তৎসদৃশ হৈ উঠিব লাগিব। এই অনুৰঞ্জন বা অনুৰূপতা প্ৰাপ্তিয়ে অনুৰাগ। যিসকলৰ অন্তঃকৰণ বাসনাহীন সেইবিলাকে যেই সেই জীৱৰ অন্তঃকৰণৰ লগতে সৰূপতা প্ৰাপ্ত হব পাৰে গতিকে তেনে লোকে সকলোকে ভাল পায়, স্নেহ কৰে; তেওঁলোকৰ পক্ষে ' বসুধৈৱ কুটুম্বকম্'' ।

পিতৃ, মাতৃ আদি নিজতকৈ উৎকৃষ্ট ব্যক্তিৰ প্ৰতি প্ৰবাহিত পূৰ্বোক্ত আকৰ্ষণক ভক্তি বোলা হয়। ভক্তিমানৰ মানত ভক্তিভাজন ব্যক্তি নিজতকৈ বহু ওপৰত ;

*লৌকিক ভক্তি*

নিজে তেওঁৰ ওচৰত নিঃকিন, অভাজন, অজ্ঞান, কৃপাৰ পাত্ৰ। ভক্তিভাজন ব্যক্তিৰ ওচৰত থাকি তেওঁৰ সেৱা-শুশ্ৰূষা কৰিবলৈ পোৱাটোৱে ভক্তিমান্ ব্যক্তিৰ অভিলষিত ; তেওঁৰ দাসত্ব কৰাটোৱে জীৱনৰ লক্ষ্য, অনুগ্ৰহ লাভেই সাৰ্থকতা, তেওঁক সন্তুষ্ট ৰাখিব পৰাটোৱে পৰম সৌভাগ্য , তেওঁৰ সুখ-স্বাচ্ছন্দ্যৰ কাৰণে আত্মত্যাগেই পৰম কৰ্তব্য। গতিকে ভক্তিমান ব্যক্তিৰ ওচৰত ভক্তিভাজনৰ অভিমান বা আৱদাৰ সাফল্যমণ্ডিত হয়। কিন্তু ভক্তিভাজন ব্যক্তিৰ ওচৰত ভক্তিমানৰ কোনো অভিমান বা আৱদাৰৰ স্থান নাই ।

এই টানটোৱে ভ্ৰান্তিবশতঃ বিষয়গত হৈ বিষয়ৰ লালসাৰূপে প্ৰতীত হয়। ভগৱন্ত পুৰুষ সকলোতকৈ উৎকৃষ্ট, তেওঁৰ প্ৰতি জীৱৰ যি আকৰ্ষণ আছে সি যদি প্ৰেমৰূপ

*ভগৱদ্ ভক্তি*

বা স্নেহৰূপো হয় তথাপি তাক ভক্তি বোলা হয়। বিষয়ৰ প্ৰতি আমাৰ যি আকৰ্ষণ বা তীব্ৰ লালসা আছে সেয়ে ভগৱদভিমুখী হলে ভগৱদ্ ভক্তি নামেৰে অভিহিত হয়। ভট্টদেৱে নিম্নোদ্ধৃত বিষ্ণুপুৰাণৰ বাক্যৰদ্বাৰা এই কথাকে কৈছে—

যা প্ৰীতিৰবিবেকিনাং বিষয়েষ্বনপায়িনী।
ত্বামনুস্মৰতঃ সা মে হৃদয়ান্মাপসৰ্পতু ॥

[ ভঃ বিঃ ধৃত বিঃ পুঃ ১।২০।১৯ ]

অনাদিকালৰপৰা সঞ্চিত হৈ থকা বিষয়-বাসনাবশতঃ মানুহৰ মন সৰ্বদাই বিষয়ভোগতে মুগ্ধ হৈ থাকে গতিকে সহজে সি ভগৱন্তৰ প্ৰতি আকৃষ্ট নহয়। সাধু-সেৱা বা সৎসংগৰ প্ৰভাৱত সেই বিষয়বাসনা নোহোৱা হয় আৰু মনত ভগৱদ্‌ভক্তিৰ উদয় হয়। এই ভগৱদ্‌-ভক্তিৰ কাৰণ হোৱা বাবেই সৎসংগ বা সাধু বৈষ্ণৱৰ সেৱা আৰু গুৰুৰ শুশ্ৰূষা বা ভজন একান্ত আৱশ্যক। তাকেই কোৱা হৈছে—

*ভক্তিৰ প্ৰধান অংগ সৎসংগ*

সতাং প্ৰসঙ্গান্মম বীৰ্যসংৱিদো ভৱন্তি হৃৎকৰ্ণৰসায়নাঃ কথাঃ।
তজ্জোষণাদাশ্বপৱৰ্গৱৰ্ত্মনি শ্ৰদ্ধা ৰতিৰ্ভক্তিৰনুক্ৰমিষ্যতি ॥

[ ভঃ ৰঃ ধৃত ভাঃ ৩।২৫।২৫ ]

শুনিয়োক সূত তুমি বচন আমাৰ।
অতি অল্প কাল সঙ্গ মহন্ত সবৰ ॥
স্বৰ্গমোক্ষ তাহাৰ সমান নুহিকয়।
তোমাৰ আগত আমি কহিলোঁ নিশ্চয় ॥

\+ + +

মহন্ত জনৰ সঙ্গ অঙ্গ ভাগিৰ।
কহন্ত কপিলে আৰু আগত মাতৃৰ।

[ ভঃ ৰঃ পদ ৪।২, ৩, ৬ ]

কথা ভাগৱতকাৰে কৈছে—

"হে সামাজিকসৱ নাৱদীভক্তিৰ ক্ৰম শুনা, প্ৰথমে মহন্তৰ সেৱা, পাচে হৰিভজন ধৰ্মত শ্ৰদ্ধা...আৰু জানি প্ৰথমে মহন্তৰ সেৱা কৰা।"

[ কঃ ভাঃ ১।৫, উপসংহাৰ ]

জ্ঞান-ভক্তিদাতা গুৰু আৰু ভগৱদ্‌ভক্ত উভয়কে ভগৱানৰ লগত অভিন্ন তত্ত্ব বুলি সন্ততে সেৱা পূজা কৰিব লাগে। এই কথা শাস্ত্ৰৰ নানা ঠাইত কোৱা আছে।

ভগৱদ্‌ভক্তি লাভৰ অৰ্থে প্ৰথমে গুৰুত শৰণ[১] অৰ্থাৎ গুৰুৰ আশ্ৰয়ত কৃষ্ণত শৰণ লব লাগে। গুৰুৱে ভক্তৰ হৃদয়ত একশৰণ বা অব্যভিচাৰিভগৱদ্‌ভক্তিৰ বীজ বপন কৰিব। তাৰ পাছত সন্তত শৰণ লব[২] অৰ্থাৎ সাধুসংগত থাকি ভগৱদ্‌ভক্তি কৰিব। তাৰদ্বাৰা তেওঁৰ ভক্তিবীজটি অংকুৰিত আৰু বৰ্দ্ধিত হব। তেওঁলোকৰ সাহচৰ্য আৰু সেৱাৰ ফলত ভগৱন্নামত

*৪ বস্তুত শৰণ*

---

১. বিশিষ্ট গুৰুক অকপটে সেৱা কৰি।
জানিবে গুৰুসে আত্মদেৱ মহাহৰি ॥

২. দেৱতো তীৰ্থতো কৰি ভকতেসে বৰ।
ভকতক ভজিলে গুচয় কৰ্ম জড় ॥ [ ১২শ স্কঃ ১৮৯ ]

অবিচলিত ৰুচি হলে নামত শৰণ লব[3] অৰ্থাৎ ভগৱৎপ্ৰাপ্তিৰ অৰ্থে একমাত্ৰ তেওঁৰ নামেৰে শ্ৰৱণ-কীৰ্তন আৰু স্মৰণক আশ্ৰয় কৰিব। এয়ে নামত শৰণ। ইয়াৰদ্বাৰা অন্তঃকৰণত বৰ্দ্ধিত ভগৱদ্‌ভক্তি পুষ্পিত হব; অৰ্থাৎ ভগৱত্তত্ত্বজ্ঞানৰ স্ফুৰণ হব, আত্মাতকৈও ভগৱন্তক প্ৰিয়তম যেন পাব। বৈদিক আৰু লৌকিক কৰ্মৰ সাধনবোৰ সোলকি পৰিব অৰ্থাৎ যি ভ্ৰান্তিজ্ঞানবশতঃ প্ৰাণীৰ বৈদিক বা লৌকিক যি কোনো কৰ্মত প্ৰবৃত্তি জন্মে সেই ভ্ৰান্তিজ্ঞান নোহোৱা হব তেতিয়া তেওঁ ভগৱান্ শ্ৰীকৃষ্ণত একশৰণৰ প্ৰকৃত অধিকাৰী হব।

পুনৰপি আৰো আৰম্ভিলো বিৰচন।
কৰো নিৰূপণ এবে কেৱল শৰণ ॥
লোকত বেদত যত কহিছে সাধন।
সিসব সাধন হীন ভৈল যিটোজন।
ভগৱন্ত মাধৱৰ অভয় চৰণে।
আছয় শৰণ লৈয়া কায়বাক্যমনে।
আন দেৱাদিৰ সেৱ যদ্যপি নকৰে।
তথাপি সবাৰে সেৱা সিজে নিৰন্তৰে।

[ ৰত্না ১১৪৪-৪৫ ]

এই অৱস্থাত একমাত্ৰ ভগৱন্ত শ্ৰীকৃষ্ণকে অতি প্ৰিয়তমৰূপে গ্ৰহণ কৰা হয়। এয়ে দেৱত শৰণ[4] আৰু ভক্তিলতাৰ ফলিত অৱস্থা। তেতিয়া গুৰু, ভকত আৰু নামৰ ভেদ নাথাকে একমাত্ৰ কৃষ্ণই আশ্ৰয় বা শৰণৰূপে থাকে গতিকে ইয়াকে একশৰণ বা কেৱল শৰণ বোলা হয়।

---

৩. শুনিয়োক অভিপ্ৰায় আত পৰে পুণ্য নাই
হোৱে শুদ্ধ মহা অন্ত্যজাতি।
পৰম বান্ধৱ নাম যিটো লৱে অবিশ্ৰাম
তাৰ সাত কাৰ্য সিজে আতি ॥ ইত্যাদি।

[ ১০ম ৬৬ ]

৪. শাস্ত্ৰৰ বুজিয়া মজ্জা সদায় কৃষ্ণক ভজা
হৈয়া একশৰণ কৃষ্ণত।
কৃষ্ণক কৰিয়ো সেৱা কৃষ্ণেসে পৰম দেৱ
চিন্তা তান চৰণ মনত ॥

[ ৬ষ্ঠ স্কঃ ১৫ ]

নাম, গুৰু, ভকত এই তিনিও কৃষ্ণদেৱতকৈ অভিন্ন, কৃষ্ণত শৰণ লাভৰ অৰ্থেই এই তিনিকো আশ্ৰয় কৰা হয়[৫] গতিকে এই তিনিৰ আশ্ৰয় গ্ৰহণকো শৰণ বোলা হয়। মুখ্যতঃ শৰণ শব্দই কৃষ্ণত শৰণক হে বুজায়।[৬] ইয়াকে সুকবি ৰচিত "শৰণ সংহিতা"[৭] নামৰ গ্ৰন্থত বিস্তৃতভাৱে কোৱা আছে।

*চাৰি বস্তুৰ অভাৱ*

এই শৰণ তিনি বিধ প্ৰথম, মধ্যম আৰু উত্তম। ধৰ্ম, তীৰ্থ আৰু দেৱাদিত পাপ-নাশকত্ববোধ থকাতে যি কৃষ্ণত শৰণ সেয়ে প্ৰথম। পুত্ৰ, ভাৰ্যা বন্ধু, ধন, গৃহ, সম্পত্তি আদিত যি মমতা সেই মমতা যদি ভগৱৎ শ্ৰীকৃষ্ণবিষয়ক হয় সেয়ে মধ্যম শৰণ আৰু দেহ, আত্মাদি সমস্ত বস্তুত যি আত্মবোধ আছে সেই আত্মবোধ একমাত্ৰ ভগৱন্তত অৰ্পিত হয় যি শৰণত সেয়ে উত্তম বা শ্ৰেষ্ঠ শৰণ ।[৮]

*শৰণ কি*

---

৫. তস্মাৎ সৰ্ব্ব প্ৰযত্নেন যথা বিষ্ণুং তথা গুৰুম্ ।
অভেদেনাৰ্চয়েদ্ যস্তু স মুক্তিপদমাপ্নুয়াৎ ॥
[ শৰণ সংহিতা ধৃত বিষ্ণুৰহস্য ]

মধুৰমধুৰমেতন্মঙ্গলং মঙ্গলানাং
সকল-নিগমৱল্লী সংফলং চিৎস্বৰূপম্ ।
সকৃদপি পৰিগীতং শ্ৰদ্ধয়া হেলয়া ৱা
ভৃগুৱৰ নৰমাত্ৰং তাৰয়েৎ কৃষ্ণনাম ॥ [ শঃ সং ধৃত স্কান্দে ]

সন্তো দিশন্তি চক্ষুংষি বহিৰৰ্কঃ সমুত্থিতঃ ।
দেৱতা বান্ধৱাঃ সন্তঃ সন্ত আত্মাহমেৱ চ ॥
[ শঃ সং ধৃত বৃহন্নাৰদীয়ে ]

৬. কায়ৱাঙ্মনসাং সাক্ষাদ্ বা নিষ্ঠাহ্যচলা ভৱেৎ ।
পৰমাত্মনি শ্ৰীকৃষ্ণে শৰণং তৎ প্ৰচক্ষতে ॥ ইত্যাদি ।
[ শঃ সং ধৃত শৈৱে ]

৭. এই গ্ৰন্থত অসমীয়া বৈষ্ণৱ-ধৰ্মৰ যাৱতীয় কথা সংক্ষিপ্তভাৱে নানা শাস্ত্ৰৰ বচন উদ্ধৃত কৰি কোৱা আছে। এই পুথি অসমতহে পোৱা গৈছে গতিকে ইয়াতেই এই গ্ৰন্থ ৰচিত হৈছিল বুলি অনুমান কৰিব পাৰি। ইয়াৰ ৰচনা সময়ৰ বিষয়ে কোনো নিৰ্ভৰযোগ্য প্ৰমাণ এতিয়ালৈ আমাৰ হাতত পৰা নাই।

৮. ধৰ্মে তীৰ্থে চ দেৱাদৌ ৰক্ষকত্বমঘাদিতঃ ।
যদ্বুদ্ধি-নিষ্ঠিতকৃতং তৎ প্ৰথমমিতি স্মৃতম্ ॥
কলত্ৰ-পুত্ৰ-মিত্ৰেষু ধনে গেহে পশ্বাদিষু ।
যন্মমত্বাশ্ৰয়ং কৃষ্ণে কৃতং তন্মধ্যমং স্মৃতম্ ॥
দেহাদাৱাত্মনো যাৱদাত্মত্বাশ্ৰয়ণাদি যৎ ।
তৎ সৰ্ব্বং কৃষ্ণপাদাব্জে কৃতং শ্ৰেষ্ঠং প্ৰকীৰ্তিতম্ ॥
দেহাসক্তিং পৰিত্যজ্য কেৱলং জগদীশ্বৰে ।
মনঃ প্ৰৱৰ্ততে যত্তৎ শৰণং স্মৃতমুত্তমম্ ॥




# ভক্তি-ভেদ

ভগৱদ্ ভক্তি সাধাৰণতঃ দুই বিধ—সগুণা ভক্তি আৰু নিৰ্গুণা ভক্তি; গুণ মানে সত্ত্ব, ৰজঃ, তমঃ। এই তিনি গুণৰ যোগ সহকাৰে, তিনিগুণীয়া প্ৰাকৃত বস্তুক আশ্ৰয় কৰি ত্ৰিগুণাধীন প্ৰাকৃত জনৰ যি ভগৱদ্ ভক্তি সেয়ে সগুণা ভক্তি। নিৰ্গুণ অৰ্থাৎ সত্ত্বৰজঃতমোগুণৰ সহযোগ নোহোৱাকৈ, গুণাতীত ভগৱানৰ প্ৰতি, অপ্ৰাকৃত অৰ্থাৎ ত্ৰিগুণৰ অনধীন লোকৰ, শুদ্ধসত্ত্বময় দ্ৰৱীভাৱ প্ৰাপ্ত অন্তঃকৰণৰ অৱিচ্ছিন্নভাৱে চলি থকা যি ভক্তি (আকৰ্ষণ) সেয়ে নিৰ্গুণা ভক্তি।

*ভগৱদ্-ভক্তি দুবিধ*

পূৰ্বে কোৱা হৈছে যে মন, বুদ্ধি, চিত্ত, অহঙ্কাৰ জ্ঞানেন্দ্ৰিয়, কৰ্মেন্দ্ৰিয়, পঞ্চতন্মাত্ৰ পঞ্চভূত—এই সকলোবিলাকে প্ৰকৃতিৰ কাৰ্য সগুণ গতিকে প্ৰাকৃত। এইবিলাকে প্ৰাণীৰ অন্তঃ-কৰণত প্ৰতিবিম্বত চৈতন্যব্ৰহ্মৰূপ, জীৱক নিজৰ লগত সম্বন্ধ কৰি নিজৰ আকাৰে আকাৰিত আৰু ৰঙেৰে অনুৰঞ্জিত কৰি, নিজৰ আকাৰে আকাৰিত আৰু ৰঙেৰে অনুৰঞ্জিত কৰি, বৈষয়িক সুখ দুঃখ ভোগায়। এই প্ৰাকৃত বস্তুৰ লগত সম্বন্ধ হৈ থকা জীৱেই প্ৰাকৃত বা প্ৰকৃতিৰ অধীন আৰু সেয়ে সত্ত্বৰজঃতমোগুণৰদ্বাৰা অভিভূত গতিকে সগুণ।

*সগুণ-ভক্তি*

পৰম পুৰুষ ভগৱান্ মায়াৰো নিয়ামক, প্ৰকৃতিৰো জনক, গতিকে স্বাধীন অপ্ৰাকৃত আৰু নিৰ্গুণ। এই কাৰণে জীৱতকৈ বিসদৃশ। জীৱ যেতিয়ালৈ প্ৰকৃতিৰ অধীন হৈ থাকে তেতিয়ালৈ প্ৰকৃতি বা প্ৰাকৃত বিষয়বিলাকে জীৱক নানা পিনে টানি-ধুঁহি সুখ দুঃখ ভোগাই হাবু-ডাবু খুৱাই নথৈ আলৈ-আথানি কৰি লৈ ফুৰে। প্ৰকৃতিৰ লগত সম্বন্ধচ্ছেদ কৰিব নোৱৰা পৰ্যন্ত প্ৰাণীৰ অন্তঃকৰণ প্ৰাকৃত বস্তুৰ লগত আৱদ্ধ থকাৰ কাৰণে সি ভগৱদভিমুখী হব নোৱাৰে। গতিকে তৎ প্ৰতিবিম্বত চৈতন্যও তাৰে ভিতৰতে সংকুচিত হৈ বিষয় ভোগত ডুবি থাকিব। যেতিয়া শাস্ত্ৰ আৰু গুৰুৰ উপদেশ অনুসাৰে মানুহে নিজৰ অন্তঃকৰণ ভগৱদভিমুখী কৰিবলৈ যত্ন কৰে তেতিয়াও সি প্ৰকৃতি বা প্ৰাকৃতবিষয়ক এৰি ভগৱানৰ পিনে ধাৱিত বা প্ৰৱাহিত হব নোৱাৰে। কোনোমতে ভগৱদভিমুখী কৰি দিব পাৰিলেও মুহুৰ্মুহুঃ প্ৰকৃতিৰদ্বাৰা আকৃষ্ট হৈ ভগৱত্তত্ত্বপৰা

বিচ্ছিন্ন হৈ পৰিব। তেনে অৱস্থাত ভগবদ্‌ভক্তি বা অন্তঃকৰণবৃত্তিক ভগৱদভিমুখে আকৃষ্ট কৰিবলৈ হলে সগুণ প্ৰাকৃত বস্তুক বাদ নিদিয়াকৈ তাৰ সহযোগতে কৰিব লাগিব। প্ৰাকৃত বস্তুবোৰ প্ৰকৃতিৰপৰা হোৱা হলেও সেইবোৰৰ অধিষ্ঠানৰূপ উপাদান কাৰণ সচ্চিদানন্দস্বৰূপ ভগৱন্ত, তাৰ ভিতৰত আছে ; কিন্তু মায়া-শক্তি বা অজ্ঞানৰদ্বাৰা আবৃত হৈ থকাৰ কাৰণেহে থকা যেন নাপাওঁ। আমাৰ অন্তঃকৰণ প্ৰাকৃত বস্তুৰদ্বাৰা আকৃষ্ট হৈ তাৰ লগত সম্বন্ধ হৈ যোৱাৰ লগে লগে যদি আমি তাক তদ্‌গত ভগৱত্তত্ত্ব লগাই দিব পাৰোঁ তেতিয়া হলে সেই ভগৱদ্ৰূপৰ পুনঃ পুনঃ অনুভূতিৰ ফলত অন্তঃকৰণত ভগৱত্তত্ত্ব বিষয়ৰ বাসনা আহিত বা উদ্ৰিক্ত হব। এই বাসনা পুনঃ পুনঃ ভগৱৎ-চিন্তাৰ অভ্যাসবশতঃ যিমানে উজ্জ্বলতৰ হৈ উঠিব সিমানে অন্তঃকৰণৰ ৰুচি আৰু তাৰদ্বাৰা জীৱাত্মাৰ ভগৱানৰ প্ৰতি আকৰ্ষণ বাঢি যাব। এইদৰে লাহে লাহে পুনঃ পুনঃ অভ্যাসৰ ফলত যেতিয়া ভগৱত্তত্ত্ববিষয়ক বাসনা অধিক গাঢ় হৈ উঠিব আৰু ভগৱানৰ প্ৰতি আকৰ্ষণটি বৰ বেছিকৈ বাঢ়ি যাব তেতিয়া প্ৰাকৃত বস্তু-বিষয়ক বাসনাবোৰ ভগৱদ্‌বিষয়ক বাসনাৰদ্বাৰা অভিভূত হোৱাৰ কাৰণে অন্তঃকৰণে প্ৰাকৃত বস্তুত থকা অনিত্য, অসত্য আৰু পৰিচ্ছিন্ন মায়িক অংশক বাদ দি তাৰ অধিষ্ঠানৰূপ ভগৱানতে অভিনিবিষ্ট হবলৈ উন্মুখ হৈ পৰিব। এই পৰ্যন্ত যি ভগৱদ্‌ভক্তি সেয়ে সগুণা ভক্তি।

এনে অৱস্থাত জীৱৰ যি ভগৱদ্ ভক্তি বা ভগৱানৰ প্ৰতি আকৰ্ষণ তাৰ অভিব্যক্তিটো প্ৰাকৃত বা সগুণ বস্তুৰ মাজেদিহে হোৱা সম্ভৱ। ইয়াত ভক্তই নিজৰ অন্তঃকৰণক ভগৱদভিমুখী কৰিবৰ কাৰণে যিবিলাক বিষয় গ্ৰহণ কৰিব সেই সকলোবিলাকেই প্ৰাকৃত ত্ৰিগুণাত্মক, এওঁৰ চিত্তেই ত্ৰিগুণৰ অতীত বস্তুৰ কল্পনাকে কৰিব নোৱাৰে ; গতিকে তেনে অননুভূতপূৰ্ব, কল্পনাৰ অতীত, বস্তুলৈ ধাবিত হব কি কৰি ? সেই কাৰণে প্ৰাকৃত বস্তুৰ ভিতৰত যিটো সত্ত্বপ্ৰধান, সুন্দৰ, সুখকৰ, দুঃখ আৰু মোহৰ কৰণীভূত ৰজঃ আৰু তমোগুণৰ অভিব্যক্তি নথকা, বস্তু তাকেই আশ্ৰয় কৰি প্ৰথমতে তদ্‌গত সচ্চিদানন্দাত্মক ভগৱানত, মনক অভিনিৱিষ্ট কৰিব লাগে। যিবিলাক প্ৰাকৃত বস্তু আমাৰ ওচৰত সুখ-দুখ-মোহৰ জনকৰূপে সুপৰিচিত, যিবিলাক বস্তুৰ লগত আমাৰ অন্তঃকৰণৰ সম্বন্ধ ঘটিলে তাত থকা প্ৰাকৃতিক বাসনাবোৰে সহজে জাগ্ৰত হৈ তাক ( অন্তঃকৰণক ) ভগৱদভিমুখী হবলৈ নিদি নিজতে আৱদ্ধ কৰি ৰাখে তেনেকুৱা স্ত্ৰী-পুত্ৰ, ধন-সোণ, ঐশ্বৰ্যবিভূষিত ভগৱানি অধিষ্ঠানৰূপে থাকিলেও তাক ভগৱদ্‌ভক্তিৰ আলম্বন কৰি লব নোৱাৰি। যিটো বস্তুৰ প্ৰতি মানুহৰ প্ৰাণীৰ স্বভাৱসুলভ লালসা নাই, যিটোত অভিনিবিষ্ট হলে অন্তঃকৰণৰ প্ৰাকৃত বাসনাবোৰৰ উদ্ৰেক নহয় তেনে অনন্যসাধাৰণ ভগৱন্মহিমামণ্ডিত সাত্ত্বিক বিষয় সূৰ্য, চন্দ্ৰ, জল আদি নাইবা ভগৱানৰ লগত ঘনিষ্ঠভাৱে সংশ্লিষ্টৰূপে প্ৰতিভাত বৈকুণ্ঠ

*সগুণ ভক্তিৰ আলম্বন*

ভক্ত, বিষ্ণুমূৰ্তি আদিয়ে ভগৱদ্‌ভক্তিৰ আলম্বন হ'ব পাৰে। নিজৰ দেহ, মন, ইন্দ্ৰিয় আদি সকলোকে ভগৱৎ সম্বন্ধিৰূপে জ্ঞাত বা প্ৰসিদ্ধ সেই সেই তীৰ্থ প্ৰতিমা, সন্ত, বৈষ্ণৱ, ভগৱন্নাম আদি বিষয়ত ভগৱানৰ উদ্দেশ্যে পুনঃ পুনঃ ব্যাপৃত কৰিলে তজ্জন্য বাসনা-বশতঃ সেইবিলাক ক্ৰমশঃ ভগৱদভিমুখী হৈ উঠিবগৈ আৰু ইয়াৰ ফলত পাছত নিৰ্গুণ ভক্তিৰ উদয় হ'ব গৈ। প্ৰকৃতি-সম্বন্ধৰহিত মন-বাক্যৰ অগোচৰ ভগৱন্তত প্ৰথমতে মন, প্ৰাণ, ইন্দ্ৰিয়, দেহ আদি ব্যাপৃত হ'বৰ কোনো সম্ভাৱনাই নাই।

শাস্ত্ৰ আৰু সদ্‌গুৰুক আশ্ৰয় কৰিলে তেওঁলোকৰ উপদেশৰদ্বাৰা ভগৱদ্‌ৰূপৰ একপ্ৰকাৰ আভাস পোৱা যায়। যেনে, শাস্ত্ৰই কৈছে যে ভগৱান্ সত্য-শুদ্ধ-বুদ্ধ নিত্য-মংগলময়, অসীম আনন্দৰ আকৰ, অনন্ত সৌন্দৰ্যৰ উৎস ; তেওঁৰ সচ্চিদানন্দ ৰূপৰ কণামাত্ৰহে জগতৰ সমস্ত সুন্দৰ বা আনন্দজনক বস্তুবোৰত আছে গতিকে জগতত যিবিলাক বস্তুত জীৱে আনন্দ উপভোগ কৰে সি ভগৱদানন্দৰে অংশ।

এয়ে হ'লে প্ৰাকৃত, অধিকতম আনন্দজনক, সবাতোকৈ সুন্দৰ বস্তুবোৰৰ সৌন্দৰ্য আহৰণ কৰি যদি এটা বস্তু নিৰ্মাণ কৰা হয় তেন্তে সেই বস্তুটো অৱশ্যে ভগৱৎ স্বৰূপৰ প্ৰতিকৃতি বুলি ধৰিব পৰা হ'ব। অতি ক্ষুদ্ৰ ছবি এখন যদি নিবিষ্টমনে চোৱা যায় তাৰ স্বৰূপসংস্থান মনত ৰখা হয় তেন্তে পাছত সেই ছবিখন যাৰ, তাক দেখিলে সহজে চিনিব পাৰি। সেইদৰে ভগৱানৰো যদি এটি ক্ষুদ্ৰ প্ৰতিকৃতি মানস-পটত অংকিত কৰি লব পৰা যায় তেন্তে তাৰদ্বাৰাই অন্তঃকৰণত ভগৱদ্‌বিষয়ক বাসনাৰ বীজাধান হ'ব পাৰে, কালত সেয়ে গৈ অভ্যাস অনুশীলনৰ ফলত ভগবত্তত্ত্ব-সাক্ষাৎকাৰৰ হেতু হ'ব পাৰে। সেই কাৰণে ভক্তসকলে চক্ষুৰ সৌন্দৰ্য পদ্মপাহিৰপৰা, মুখমণ্ডলৰ আহ্লাদকত্ব পূৰ্ণ চন্দ্ৰৰপৰা, ভ্ৰূযুগলৰ ভংগিমা মদনধনুৰপৰা, নাকৰ শোভা তিলফুলৰপৰা, দাঁতৰ সংস্থান দাড়িমবীজপংক্তিৰপৰা, ওষ্ঠাধৰৰ কমনীয়তা বিম্বফলৰপৰা, কণ্ঠৰ লালিত্য কম্বুৰ পৰা, চতুৰ্ভুজৰ মনোহাৰিত্ব মৃণালৰপৰা, দেহকান্তি নূতন জলধৰৰপৰা, উৰু যুগলৰ সৌষ্ঠৱ কৰিকৰ বা ৰামকলৰপৰা, চৰণদ্বয়ৰ সৌকুমাৰ্য নৱ-পদ্মকোষৰপৰা আহৰণ কৰি ভগৱানৰ মূৰ্তি কল্পনা কৰিছে আৰু প্ৰাকৃত জনেও যাতে তাত মনোনিবেশ কৰিব পাৰে তাৰ কাৰণে সৰস কবিতাময় বৰ্ণনাৰে তাক জন-সমাজত উপভোগ্য কৰি প্ৰকাশ কৰিছে। আচলতে হ'লে ভগৱানৰ ৰূপ নিৰতিশয় সৌন্দৰ্যৰ আকৰ গতিকে প্ৰাকৃত প্ৰাণীৰ ধাৰণাৰ অতীত, কবিপ্ৰতিভাৰ কল্পনাৰ অগোচৰ, সাহিত্যৰসিকৰ অনুভূতিৰ অগম্য আৰু ভাষাৰদ্বাৰা অপ্ৰকাশ্য। এনেকুৱা প্ৰাকৃত কাল্পনিক মূৰ্তিৰ আশ্ৰয়ত যিজনে ভগৱানক ভক্তি কৰে তাকে প্ৰাকৃত ভকত বোলে।

জীৱৰ ভগৱানৰ লগত মিলি যাবৰ কাৰণে আকৰ্ষণ বা প্ৰৱণতাস্বৰূপ দ্ৰৱীভূত

অন্তঃকৰণৰ বৃত্তিয়ে যদি ভক্তি হয় তেন্তে ফলতঃ এয়ে হ'ল যে, যি ক্রিয়াৰদ্বাৰা জীৱ ভগৱানৰ লগত অভিন্ন হৈ যাব পাৰে তেনে ক্রিয়াই ভক্তি বা ভজন ক্রিয়া। সুসিদ্ধ অন্ন পাবলৈ যিবিলাক ক্রিয়াৰ অনুষ্ঠান কৰিব লগা হয় সেই সকলোবিলাক ক্রিয়াকে পাকক্রিয়া বোলে। গতিকে পাকক্রিয়া বুলিলে খৰি অনা, জুই জ্বলোৱা, চৰু বহুৱা, পানী দিয়া, চাউল বহুৱা, হাতেৰে লৰোৱা আদি সমস্ত ব্যাপাৰটোক বুজায়। সেইদৰে ভক্তি বুলিলেও যিবিলাক ক্রিয়াৰে জীৱ শিৱ এক হৈ যায় তেনে ক্রিয়াবোৰক বুজায়। সেই ব্যাপাৰ-সমুদায়ৰূপ সগুণা ভক্তি ন ভাগে বিভক্ত, যেনে—শ্রৱণ, কীৰ্তন, স্মৰণ, পাদসেৱন, অৰ্চন বন্দন, দাস্য, সখ্য আৰু আত্ম-সমৰ্পণ। এই ন বিধৰ প্রত্যেকেই আকৌ তামসিক, ৰাজসিক, সাত্ত্বিক ভেদে তিনি বিধকৈ। এই সাত্ত্বিক, ৰাজসিক আৰু তামসিক এই তিনি বিধবো আকৌ উদ্দেশ্য ভেদে প্রত্যেকে তিনি বিধকৈ হয়। এইদৰে সগুণাভক্তি মুঠতে ৮১ বিধ হয়।

*ভক্তি ক্রিয়া*

*সগুণ ভক্তিৰ ভেদে*

"বচনভেদাৎ সগুণভক্তেৰেকাশীতিভেদাঃ।"

[ ভঃ বঃ ১৩ ]

(১) হিংসা অথবা (২) দম্ভ, নাইবা (৩) মাৎসৰ্যৰ বশীভূত হৈ ক্রোধী ব্যক্তিয়ে ভেদ দৰ্শনপূৰ্বক যি ভক্তি কৰে সেয়ে তামস ভক্তি। (১) বিষয় সুখ, (২) যশস্যা, নাইবা (৩) ঐশ্বৰ্য লাভৰ উদ্দেশ্যে ভেদদৰ্শী জনে প্রতিমা আদিত যি অৰ্চনাদি ভক্তি কৰে সেয়ে ৰাজসিক ভক্তি। (১) কৰ্মক্ষয় বা (২) ভগৱানৰ প্রীতিৰ উদ্দেশ্যে নাইবা (৩) বেদৰ বিধিৰ নিৰ্দেশ মনাটো কৰ্তব্য বুলি ভাবি ভেদদৃষ্টিসম্পন্ন ব্যক্তিয়ে যি ভক্তি কৰে সেয়ে সাত্ত্বিক ভক্তি[১]। য'ত ভেদ দৃষ্টি অৰ্থাৎ জীৱাত্মাৰ পৰমাত্মাৰ ভেদ দৰ্শন বৰ্তমান থাকে সেয়ে সগুণাভক্তি বুলি ইয়াত কোৱা হ'ল।

ভগৱত্তত্ত্বজ্ঞ সন্ত বৈষ্ণৱ বা গুৰুৰ মুখে ভগৱানৰ নাম, স্বৰূপ, গুণ, ক্রিয়া আদিক বেদাদি শাস্ত্ৰৰপৰা একনিষ্ঠভাৱে শুনিব লাগে। এয়ে শ্রৱণৰূপ ভক্তি। "আত্মা ৱাৰে দ্ৰষ্টব্যঃ শ্ৰোতব্যো মন্তব্যো নিদিধ্যাসিতব্যঃ" [ বৃহদাৰণ্যক উঃ ] এই বৈদিক আত্মশ্রৱণ বিধিৰদ্বাৰাও ভগৱন্নামাদি শ্রৱণেই ভগৱ-দৰ্শনৰূপ ফলৰ উদ্দেশ্যে বিহিত হৈছে বুলি বৈষ্ণৱসকলে কয়। কোনো এটা বস্তুৰ নাম

*শ্রৱণ*

১. ভক্তিযোগো বহুবিধো মাৰ্গৈৰ্ভামিনি ভাব্যতে।
স্বভাৱগুণমাৰ্গেণ পুংসাং ভাৱো বিভিদ্যতে ॥
অভিসন্ধায় যদ্ধিংসাং দম্ভং মাৎসৰ্যমেৱ বা।
সংৰম্ভী ভিন্নদৃগ্ভাৱং ময়ি কুৰ্যাৎ স তামসঃ ॥

স্বৰূপ আদিৰ বিষয়ে শুনিলে তদ্বিষয়ে যি জ্ঞান হয় তাৰ পৰাও মানুহৰ চিত্তৰ তদ্বিষয়ক সংস্কাৰ বা বাসনা জন্মে। গতিকে এই শ্ৰৱণৰদ্বাৰা অন্তঃকৰণত ভগৱানৰ নাম, গুণ, ক্ৰিয়াৰ পৰোক্ষজ্ঞান হয়; তাৰ পৰশত মাজে মাজে অন্তঃকৰণ দ্ৰৱীভূত হয় আৰু তদ্বিষয়ক বাসনা আহিত হব ধৰে।

তাকে যদি আকৌ নিজ মুখে পুনঃ পুনঃ আবৃত্তি কৰা হয় বা আনৰ আগত এই কথা বহু বাৰ কোৱা হয় তেন্তে সেই শ্ৰৱণজনিত সংস্কাৰ বা বাসনা স্পষ্ট আৰু গাঢ় হব ধৰে, তাকেই আমি মনত ৰোৱা বা কণ্ঠস্থ হোৱা বোলোঁ। ইয়াৰদ্বাৰা চিত্তৰো দ্ৰৱীভাৱ আগতকৈ বাঢ়িব ধৰে। গতিকে শ্ৰুত ভগৱত্তত্ত্বৰ কথা যাতে আমাৰ চিত্তপটত দৃঢ়ভাৱে অংকিত হয় তাৰ কাৰণে ভগৱানৰ নাম, কৰ্মাদি কথাৰ নিজ মুখে পুনঃ পুনঃ আবৃত্তি কৰিব লাগে। ইয়াৰ নামেই কীৰ্তনাত্মক ভক্তি। "আত্মা ৱাৰে" এই বিধিত "মন্তব্যঃ" এই অভ্যাসাৰ্থক মন্ ধাতুৰ প্ৰয়োগৰদ্বাৰা এই কীৰ্তনৰে বিধান দিয়া হৈছে।

*কীৰ্তন*

ভালকৈ মনত ৰোৱা বা কণ্ঠস্থ হোৱা কথাও পুনঃ পুনঃ স্মৰণ নকৰিলে চিত্তপটত অংকিত, তাৰ সংস্কাৰ বা বাসনা লাহে লাহে সাংসাৰিক বাসনান্তৰৰদ্বাৰা অভিভূত হৈ নোহোৱা হৈ পৰিব। গতিকে যাতে উক্ত ভগৱৎকথা বিষয়ক বাসনা চিৰস্থায়ী হয় তাৰ কাৰণে স্মৰণৰ বিধান। অনুভূত বস্তুৰ সংস্কাৰ উদ্বোধনৰদ্বাৰা অন্তঃকৰণত পুনঃ পুনঃ প্ৰতিভাস হোৱাৰ নামে স্মৰণ। ভগৱৎকথাদি বিষয়ক এনেকুৱা প্ৰতিভাসবিশিষ্ট চিত্তৰ দ্ৰৱীভাৱেই স্মৰণাত্মক ভক্তি। পূৰ্বোক্ত শ্ৰুতিত "নিদিধ্যাসিতব্যঃ" এই বিধিৰদ্বাৰা ইয়াৰেই বিধান কৰা হৈছে।

*স্মৰণ*

যি বস্তুটো আমাৰ বুদ্ধিস্থ হয় সি যদি আমাৰ অভিলষিত বস্তু হয় তেন্তে আমাৰ মনত সেই বস্তুটো প্ৰাপ্তিৰ উপযোগী কৃতি বা এক প্ৰকাৰ যত্নৰ উদয় হয়; ইয়াৰ নামেই ভাৱনা। ভৱন মানে হোৱা; তাৰ অনুকূল ব্যাপাৰ অৰ্থাৎ যিটোৰদ্বাৰা বস্তু হয় তেনে ক্ৰিয়াৰ নাম ভাৱনা। কৰ্তাই তেনে ক্ৰিয়া কৰিলেহে সেই বস্তুৰ উৎপত্তি বা প্ৰাপ্তি ঘটে। অন্তঃকৰণত উদয় হোৱা ভাৱনা বা কৃতিৰপৰা প্ৰাণীৰ বহিৰিন্দ্ৰিয় আৰু দেহত চেষ্টা নামৰ স্পন্দনবিশেষাত্মক ক্ৰিয়া জন্মে, যিটোক গমন, পচন, গ্ৰহণাদি শব্দেৰে কোৱা হয়। অন্তঃকৰণত স্মৰণান্ত

*পাদসেৱন*

---

ৱিষয়ানভিসন্ধায় যশ ঐশ্বৰ্যমেৱ ৱা।
অৰ্চাদাৱৰ্চয়েদ্ যো মাং পৃথগ্‌ভাৱঃ স ৰাজসঃ ॥
কৰ্ম নিৰ্হাৰমুদ্দিশ্য পৰস্মিন্ ৱা তদৰ্পণম্।
যজেদ্ যষ্টব্যমিতি ৱা পৃথগ্‌ভাৱঃ স সাত্ত্বিকঃ ॥

[ ভাগঃ—৩।২৯।৯—১০ ]

ভক্তিৰপৰা হোৱা ভক্তৰ অন্তৰৰ ভগৱৎপ্ৰাপ্তিবিষয়ক অভিলাষৰপৰাও ভগৱৎপ্ৰাপ্তি বিষয়ক যি কৃতিৰ উদয় হয় সেয়ে পাদসেৱন অৰ্চন আৰু বন্দন এই তিনি প্ৰকাৰ চেষ্টা বা ক্ৰিয়াৰূপে বহিৰিন্দ্ৰিয় আৰু শৰীৰত অভিব্যক্ত হলেহে ভগৱৎপ্ৰাপ্তিৰ অনুকূল হব। কাৰণ ভগৱান্ সৰ্ব্বব্যাপক হেতুকে স্বতঃ প্ৰাপ্ত হলেও অজ্ঞানাবৃত হোৱাত কাৰণে অপ্ৰাপ্ত যেন হৈ আছে। পূৰ্বোক্ত শ্ৰৱণৰদ্বাৰা ভগৱানৰ স্বৰূপ নাম কৰ্ম, গুণ, মহিমা আদিৰ বিষয়ে পৰোক্ষ জ্ঞান হ'ল ; কীৰ্তনৰদ্বাৰা তাক স্থায়ী কৰা হ'ল, স্মৰণৰদ্বাৰা তাকেই দৃঢ় নিঃসন্দিগ্ধ আৰু স্পষ্ট কৰি লোৱা হ'ল। ইয়াৰদ্বাৰা ভক্তই জানিলে যে ভগৱান্ সৰ্ব্বব্যাপক, সকলোৰে উপাদান নিমিত্তকাৰণ, সচ্চিদানন্দৰূপ, পৰমাত্মা, সৰ্বশক্তিমান্, ঈশ্বৰ, গতিকে সমস্ত প্ৰাণীৰে প্ৰভু ; মায়া তেওঁৰে শক্তি, তেওঁৰদ্বাৰাই নিয়ন্ত্ৰিত তেওঁৰ কৃপা হলেহে প্ৰাণীয়ে কাল-মায়াৰপৰা অব্যাহিত পাব পাৰে। প্ৰভুৰ দয়াৰ পাত্ৰ হবলৈ হলে তেওঁৰ একান্তভাৱে সেৱা কৰিব লাগে ; সেইটো আমি প্ৰত্যক্ষ আৰু অনুমান প্ৰমাণৰদ্বাৰাই বুজি পাওঁ। কিন্তু ভগৱান্ পুৰুষ লোকাতীত গতিকে তেওঁক সেৱা কৰাৰ নিয়ম লৌকিক প্ৰমাণৰ বিষয় নহয়। বেদ-শাস্ত্ৰই যিদৰে সেৱা কৰিবলৈ কৈছে সেইদৰে কৰিলেহে তেওঁ সন্তুষ্ট হব। তেওঁৰ সেৱাৰ প্ৰণালীৰ প্ৰতি একমাত্ৰ শাস্ত্ৰই প্ৰমাণ। তেওঁৰ গৃহপ্ৰতিষ্ঠা, প্ৰতিমাস্থাপন, গৃহলেপন, প্ৰতিমাস্নাপন আৰু তেওঁৰ ভক্ত, বৈষ্ণৱ, সাধু লোকৰ নানা প্ৰকাৰে প্ৰীতিসাধনেই ভগৱানৰ পাদসেৱন।

*অৰ্চন*

অৰ্চন শব্দৰ অৰ্থ পূজা। নিজৰ ভোগোপযোগী বস্তু আৰু ভগৱানৰ প্ৰিয় বুলি শাস্ত্ৰত কথিত নানা উপহাৰ দ্ৰব্য ভগৱানৰ উদ্দেশ্য যথা-বিধি ত্যাগ কৰাকে তেওঁৰ পূজা বা অৰ্চনাত্মক ভক্তি বোলা হয়।

স্তৱ-স্তোত্ৰাদি গাই নানা কাকূতি-মিনতি কৰি শাস্ত্ৰৰ বিধিমতে প্ৰণাম কৰাকে বন্দন নামৰ ভক্তি বোলা হৈছে। অৰ্চন, বন্দন আদিৰ বিধান, ভেদ আদি 'ভক্তিবিৱেক' আদি গ্ৰন্থত কোৱা আছে। অনুসন্ধিৎসুসকলে বিচাৰি লব।

*বন্দন*

এইদৰে শ্ৰৱণ, কীৰ্তন, স্মৰণ, পাদসেৱা, অৰ্চন, বন্দন কৰি থাকোঁতে জীৱে তাৰ সমস্ত কৰ্মই ভগৱানৰ অৰ্থে ভগৱানৰ প্ৰীতিৰ হেতু ভগৱানৰ ইচ্ছাতে অনুষ্ঠিত বুলি ভাবিব আৰু বুজিব পাৰিব। তেওঁ হব ভগৱানৰ দাস বা ভৃত্য ; তেওঁৰ নিজৰ বুলিবলৈ একো নাথাকিব ; তেওঁৰ কৃত সমস্ত কৰ্ম, তাৰ ফল স্ত্ৰী, পুত্ৰ, ধন, সম্পদ, তেওঁৰ দেহৰ ভৰণপোষণ এই সকলোবিলাকেই ভগৱানৰ হব, একোতে তেওঁৰ স্বত্ব নাথাকিব। এনেকৈ নিজক ভগৱানৰ দাস বুলি ভাবি সমস্ত কৰ্মফল আদি ভগৱানত অৰ্পণ কৰাৰ নাম দাস্য ভক্তি। দাস্য-ভক্তিমান ভক্তই যি যি কৰ্ম ভগৱানৰ প্ৰিয় বুলি জানে বা বুজে তাৰেহে অনুষ্ঠান কৰে, যি কৰ্ম ভগৱানৰ অপ্ৰিয়

*দাস্য*

অৰ্থাৎ বেদাদি শাস্ত্ৰবদ্বাৰা প্ৰতিষিদ্ধ বুলি ভাবে তেনেকৰ্ম কেতিয়াও নকৰে। দাসৰ অন্য বস্তুত নিজত্ব ভাৱ নাথাকিলেও নিজৰ দেহটোত আংশিক নিজত্ব বা মমতা ভাৱ থাকে। কিন্তু চিত্তৰ দ্ৰৱীভাৱ আৰু ভগৱদাকাৰতা প্ৰাপ্তি ক্ৰমশঃ বাঢ়ি যায়।

এইদৰে একান্তভাৱে ভগৱানৰ দাসত্ব কৰি থাকোঁতে থাকোঁতে প্ৰভু প্ৰসন্ন হৈ ভক্তক নিজৰ দাস বুলি গ্ৰহণ কৰিব। তেতিয়া মায়া বা অজ্ঞানৰ আৱৰণ পাতল হৈ আহিব;

*সখ্য*

ভগৱানক সি যি দৰে ভাল পায় ভগৱানেও যে তাক সেইদৰে প্ৰিয় বুলি ভাৱে এইদৰে ভাবিব পৰা হব। তেতিয়া ভক্তই ভগৱানক প্ৰভু বুলি নহয়, পৰম প্ৰিয় প্ৰাণাধিক সখি বা সুহৃদ্ বুলি ভাৱে। সি তেতিয়া ভগৱানৰ দৰ্শন (স্বৰূপোপলব্ধি) ব্যতিৰেকে থাকিব নোৱৰা হয়; পৰম প্ৰিয়তম ভগৱানৰ লগত মিলনৰ আকাঙ্ক্ষা অতি তীব্ৰ হৈ উঠে। দাসে দূৰৈত থাকিও প্ৰভুৰ কাম কৰি সন্তুষ্ট থাকিব পাৰে কিন্তু প্ৰিয়জনে প্ৰিয়তম ব্যক্তিক সৰ্বদাই ওচৰতে পাই সেৱা কৰিবলৈ পালেহে সন্তুষ্ট হব পাৰে। কিবা কাৰণত তেওঁক নাপালে মনতে তেওঁক স্মৰণ কৰি অনৱৰতে ধ্যান কৰি থাকে। এই অৱস্থাত ভক্তৰ চিত্তগতি একেবাৰে বাঢ়ি যায় গতিকে ভগৱানৰ নামতে তাৰ চিত্ত আকুল হৈ পৰে।

এইদৰে পৰম প্ৰিয়তমৰূপে ভগৱানক চিন্তা কৰি থাকোঁতে থাকোঁতে তেওঁৰ নিজত্ব বা আত্মভাৱ নোহোৱা হৈ যাব। তেওঁৰ দেহ, মন, ইন্দ্ৰিয় সকলোকে ভগৱানত অৰ্পণ

*আত্ম সমৰ্পণ*

কৰিব। দেহ, মন, প্ৰাণ, আত্মা সকলো যেতিয়া প্ৰিয়তমৰ হাতত অৰ্পণ কৰা হ'ল, সৰ্বশক্তিমান ভগৱানে তাক যেতিয়া গ্ৰহণ কৰিলে তেতিয়া তাৰ চলন-ফুৰণ, প্ৰবৃত্তি-নিবৃত্তি ; তাৰ কৃত পাপ-পুণ্য আদি এই সকলোৱে ভগৱানৰ ক্ৰিয়া. তাৰ নিজৰ কোনো একোতে স্বাতন্ত্ৰ্য নাই। ভগবানে কি কৰিলে ভাল পায় কি কৰিলে বেয়া পায় সি নিজেই বা কি কৰা উচিত বা অনুচিত, তাৰ স্বতন্ত্ৰ অস্তিত্বৰেই বা কিবা প্ৰয়োজন আছে নে নাই, এইবিলাকৰ বিবেচনা কৰাৰ ভাৰ বা সকলো দায়িত্ব ভগৱানৰ হাততে দিয়া হ'ল। এয়ে একশৰণ বা অনন্যশৰণ ভক্তি। ভক্ত আগেয়ে ত্ৰিগুণাত্মক প্ৰকৃতিৰ অধীন আছিল; প্ৰকৃতিয়ে তাক নিজৰ পাছে পাছে টানি লৈ ফুৰিছিল। এতিয়া একমাত্ৰ ভগবন্তত শৰণ লোৱাৰ পৰা সি নিগু'ণ ভগৱানৰ অধীন হ'ল গতিকে নিত্য সচ্চিদানন্দ-ৰূপ ভগৱানৰ হে অনুসৰণ কৰিব। এতিয়া অন্তঃকৰণাদি-ৰূপ স্বজন্য বস্তুৰদ্বাৰা প্ৰকৃতিয়ে তাক আলিঙ্গন কৰি আছে গতিকে সি যলৈকে যায় প্ৰকৃতি বা তাৰ অন্তঃকৰণাদি প্ৰাকৃত কৰণবোৰেও তাৰ পাছে পাছেহে যাব লাগিব। এতিয়া তাৰ কোনো আত্মাভিমান বা পৰিচ্ছিন্নবোধ নাই। এই অৱস্থাৰ কথাকে মাধৱদেৱে নিম্নলিখিত পদত কৈছে—

কলিত হৰিৰ কীৰ্ত্তনত পৰে
অন্যত্র ধৰ্ম আচৰে ।
মিছাতে কেৱল শ্ৰমমাত্ৰ পাৱে
একোৱে ফল নধৰে ॥

[ নাঃ ঘোঃ ৮০০ ]

ইয়াৰদ্বাৰা সকলো কৰ্মতে হৰি-কীৰ্ত্তন সম্বন্ধৰ বিধান দিয়া হৈছে। হৰি-কীৰ্ত্তনৰ সম্বন্ধ ব্যতিৰেকে যে আন ধৰ্মই ফল জন্মাব নোৱাৰে এই কথাকেহে ইয়াত আন ভংগীত কোৱা হৈছে।

কলিত হৰিৰ কীৰ্ত্তন এৰিয়া
আনমতে চাহে গতি ।
যেন কুলবধূ নিজ স্বামী তেজি
ভজে গৈয়া উপপতি ॥

[ নাঃ ঘোঃ ৮০১ ]

ইয়াত হৰি-কীৰ্ত্তন ত্যাগ কৰি আন কৰ্মৰদ্বাৰা গতি বিচৰাক নিন্দা কৰা হৈছে— হৰি-কীৰ্ত্তনযুক্ত আন যথাবিহিত কৰ্মক নিন্দা কৰাটো এই পদত বুজা নাযায়।

হৰে ৰাম হৰে ৰাম এ মূলমন্ত্ৰ ।
কলিত নাহিকে তপ-জপ-যজ্ঞ-যন্ত্ৰ ॥ *

[ কীঃ ঘো ঃ ৮ ]

ইয়াতো 'হৰে ৰাম' নামৰ সম্বন্ধবিহীন তপ-জপ আদিৰহে অভাৱ বুজোৱা হৈছে। "হৰে ৰাম"ক মন্ত্ৰ বুলি উল্লেখ কৰাৰদ্বাৰা ইয়াৰ লগত সম্বন্ধযুক্ত তপ-জপ আদি যে অৱশ্য কৰণীয় সেইটোহে বুজা যায়। কাৰণ ঋষিবিলাক শব্দ, জপযজ্ঞাদিৰ অংগৰূপে ব্যৱহৃত হয় তাকেহে মন্ত্ৰ বোলা হয়। ভগৱন্নামো জপ যজ্ঞাদিৰ অংগৰূপে [ কীৰ্ত্তন আদিও জপেই ] ব্যৱহৃত হলেহে ফলদায়ক হয়, সেই কাৰণে তাক মন্ত্ৰ বুলি উল্লেখ কৰা হৈছে, নহলে শাস্ত্ৰস্থ হৰি-নামে যথাৱস্থিতভাৱেই ( শ্ৰৱণ-কীৰ্ত্তনাদি বিনাই ) ভক্তি, মুক্তি আদি ফল দি থাকিলহেঁতেন। কীৰ্ত্তনাদি বিধানৰো কোনো প্ৰয়োজন নাথিল।

---

* পাঠান্তৰ : হৰি ৰাম হৰি ৰাম এ মূলমন্ত্ৰ ।
কলিত নাহি তপ যজ্ঞ যন্ত্ৰ ॥

তন্ত্র মন্ত্র আনো দ্রব্য অনেক।
দেশ কাল পাত্র ছিদ্র যতেক ॥
পূৰ্ণ হুহি যত যজ্ঞৰ অংগ।
হৰিনামে কৰৈ সৱে সুসাংগ ॥

[ কীঃ ৩।৪।৫২ ]

এইবিলাক কথাৰদ্বাৰা হৰি-নামযুক্ত যজ্ঞাদি সমস্তৰে কৰ্তব্যতা প্ৰতিপাদন কৰা হৈছে। এইদৰে অধিক অদৃষ্ট কল্পনা, বাক্যভেদ আদি দোষ নঘটাকৈ, সামান্য-বিশেষভাৱ বিবেচনা কৰি, অন্যান্য বাক্যবো পৰস্পৰ বিৰোধভঞ্জন কৰিব লাগে।




# ভগৱদ্‌ভক্তিৰ ৰস-ৰূপতা

ৰসাত্মক ব্ৰহ্ম

শ্ৰুতিত আছে--"ৰসো বৈ সঃ। ৰসং হ্যেৱায়ং লব্ধ্বানন্দী ভৱতি। কো হ্যেৱান্যাৎ কঃ প্ৰাণ্যাৎ। যদেষ আকাশ আনন্দো ন স্যাৎ।" [ তৈত্তিৰীয়োপনিষৎ ২।৬ ] সেই ভূমস্বৰূপ পৰমাত্মাই ৰস; জীৱ-জগৎ সেই ৰসকে লাভ কৰি আনন্দময় হয়; এই সংসাৰত কোনে চলা-ফুৰা কৰিলেহেঁতেন যদি এই নিৰাৱৰণ পৰমানন্দস্বৰূপ আকাশ ( আত্মা ) নাথাকিলহেঁতেন।

"তদেতৎ প্ৰেয়ঃ পুত্ৰাৎ প্ৰেয়ো বিত্তাৎ, প্ৰেয়োঽন্যস্মাৎ সৰ্বস্মাদন্তৰতৰং যদয়মাত্মা।"

[ বৃহদাৰণ্যকোপনিষদ্‌ ১।৪৫ ]

এই যে অন্তৰতৰ আত্মা, এৱে পুত্ৰতকৈ প্ৰিয়, বিত্ততকৈ প্ৰিয় আৰু অন্যসকলোতকৈ প্ৰিয়।

আনপিনে তেৱেঁই পৰম সুখস্বৰূপ বুলিও কোৱা হৈছে। ছান্দোগ্য উপনিষদত ব্ৰহ্মবিত্তম মহৰ্ষি সনৎকুমাৰে নাৰদক উপদেশ দি কৈছে,—"মানুহে যদি সুখলাভ হয় বুলি বুজে তেন্তে কৰ্ম কৰে; সুখলাভ নহয় বুলি জানিলে কৰ্ম নকৰে। গতিকে সুখকে বিশেষৰূপে জানিব লাগে।"

তেতিয়া নাৰদে "সুখৰ স্বৰূপ কি" বুলি সোধাত গুৰু সনৎকুমাৰে কৈছে,—"যিটো ভূমা সেয়ে সুখ, অল্পত সুখ নাই; একমাত্ৰ ভূমাই সুখস্বৰূপ, গতিকে ভূমাকে জানিব লাগে।" নাৰদে সুধিলে—"ভূমা কি তাকেই জানিব খোজোঁ।" ইয়াৰ উত্তৰত ঋষিয়ে কৈছে, "য'ত আন একো দেখা নাযায়, আন একো শুনা নাযায়, আন একো জনা নাযায়, অৰ্থাৎ সমস্তৰে জ্ঞান লুপ্ত হৈ যায় সেয়ে ভূমা আৰু য'ত আন কিবা দেখা যায়, আন কিবা শুনা যায়, আন কোনো বস্তুৰ জ্ঞান থাকে সেয়ে অল্প। যি

ভূমা সেয়ে অমৃত আৰু যি অল্প সেয়ে মৰ্ত্ত্য বা মৰণশীল।"[১]

ইয়াৰ পাছত, এই ভূমাই যে স্বপ্ৰতিষ্ঠ, সৰ্বান্তৰ্যামী, সৰ্বব্যাপক, পৰমাত্মা আৰু তেওঁক দেখিলে বুজিলে তথা উপলব্ধি কৰিলে যে মানুহে স্বপ্ৰকাশ পৰমসুখ বা আত্মানন্দ লাভ কৰে— এই কথা কোৱা হৈছে।[২]

এই শ্ৰুতিপ্ৰতিপাদ্য পৰম ৰসস্বৰূপ পৰম সুখাত্মক ভূমাই পৰংব্ৰহ্ম, পৰমাত্মা।

*ৰসাত্মা ব্ৰহ্মই শ্ৰীকৃষ্ণ*

এয়েঁই আমাৰ পৰম উপাস্য ভগৱান্ শ্ৰীকৃষ্ণ। তেওঁৰ আস্বাদন বা স্বৰূপোপলব্ধিৰ কাৰণেই আমাৰ অন্তঃকৰণ-বৃত্তি আৰু ইন্দ্ৰিয়-সমূহ, জাগতিক ভোগ্যসমূহত—নদী নিঝৰা, তৰু-লতা, পৰ্বত-প্ৰান্তৰ, নীলাকাশ, শাৰদচন্দ্ৰ, তাৰ স্নিগ্ধোজ্জ্বল অমৃতবৰ্ষী কিৰণমালা, কোকিলৰ কলধ্বনি, ভ্ৰমৰৰ গুঞ্জন, মল্লিকা, মালতী যুথি, জঁাই, গোলাপ, পদুম আদি কুসুমৰ সৌৰভ, মলয়া পৱন, কামিনী-কাঞ্চন প্ৰভৃতি বিষয়বোৰত আসক্ত হয়।

*বিষয় সুখ*

এইবিলাকৰ মাজেদি যি সেই পৰমাত্মাৰ স্বৰূপানন্দ বা স্বৰূপ সুখৰ উপলব্ধি হয় তাকেই বোলা হয় বিষয়সুখ বা সাংসাৰিক সুখভোগ।

যিবিলাক বস্তু লোকত ৰতি, ক্ৰোধ, শোক আদিৰ কাৰণ হয় সেইবিলাক কবিৰ

*বিভাৱ*

কল্পনাময় পটত অংকিত হৈ কাব্যবদ্বাৰা বা নাট্যৰদ্বাৰা অভিব্যক্ত হলে 'বিভাৱ' নাম পায়,[৩] আৰু মানৱৰ হৃদয়ত চিৰসঞ্চিতভাৱে থকা ৰতি, ক্ৰোধ, শোক আদি স্থায়ীভাৱৰাশিক জগাই নতুনকৈ সমুজ্জীৱিত কৰি তোলে।

---

১ যদা বৈ সুখং লভতে ২থ কৰোতি, নাসুখং লব্ধ্বা কৰোতি, সুখমেৱ লব্ধ্বা কৰোতি, সুখংত্বেৱ বিজিজ্ঞাসিতব্যমিতি। সুখং ভগৱো বিজিজ্ঞাস ইতি॥ যো বৈ ভূমা তৎ সুখং, নাল্পে সুখমস্তি, ভূমৈৱ সুখং, ভূমা ত্বেৱ বিজিজ্ঞাসিতব্য ইতি। ভূমানং ভগৱো বিজিজ্ঞাস ইতি॥ যত্ৰ নান্যৎ পশ্যতি নান্যচ্ছৃণোতি, নান্যদ্ বিজানাতি স ভূমা, অথ যত্ৰান্যৎ পশ্যত্যন্যচ্ছৃণোতি অন্যদ্ বিজানাতি তদল্পং, যোবৈ ভূমা তদমৃতমথ যদল্পং তন্মৰ্ত্ত্যং স ভগৱঃ কস্মিন্ প্ৰতিষ্ঠিত ইতি, স্বে মহিম্নি, যদি বা ন মহিম্নীতি॥ [ ছাঃ উঃ ৭।২২-২৪ ]

২. অথাত আত্মাদেশ এৱ আত্মৈৱাধস্তাদাত্মোপৰিষ্টাদাত্মা পশ্চাদাত্মা পুৰস্তাদাত্মা দক্ষিণত আত্মোত্তৰত আত্মৈৱেদং সৰ্বমিতি। স বা এষ এৱং পশ্যন্নেৱং মন্বান এৱং বিজানন্নাত্মৰতিৰাত্মক্ৰীড় আত্মমিথুন আত্মানন্দঃ স স্বৰাড্ ভৱতি, তস্য সৰ্বেষু লোকেষু কামচাৰো ভৱতি॥ [ ছাঃ উঃ ৭ ২৫।২ ]

৩ তত্ৰ লৌকিক-ৰত্যাদেঃ কাৰণং লৌকিকং তু যৎ।
কাব্যোপদৰ্শিতংতত্তু বিভাৱ ইতি কথ্যতে॥ [ ভক্তিৰসায়ন ৩।৭ ]

লোকত ৰতি, ক্ৰোধ, শোক আদি ভাৱোদ্ৰেকৰপৰা মানৱদেহত যিবিলাক বিকৃতি অৰ্থাৎ ৰোমাঞ্চ, কম্পন, অশ্ৰুপাত আদি শাৰীৰিক চেষ্টা প্ৰকট হয় সেইবোৰেই কাব্য বা নাট্য আদি কলাৰ মাধ্যমেৰে অভিব্যক্ত হলে তাক বোলা হয় অনুভাৱ।[4] ইয়াৰদ্বাৰা সামাজিকৰ হৃদয়ত জাগ্ৰত হোৱা ৰত্যাদি ভাৱ পৰিপুষ্ট বা উপলব্ধিযোগ্য হয়।

*অনুভাৱ*

লোকত ৰতি, ক্ৰোধ, শোক আদি ভাৱ হৃদয়ত উদ্ৰিক্ত হৈ উঠিলে জলমধ্যস্থ তৰংগৰ দৰে তাৰ (স্থায়ীভাৱৰ) ওপৰেদি কিছুমান সকসুৰা ভাৱ যেনে—সন্তোষ, অসূয়া, চিন্তা, লজ্জা, দৈন্য, নিৰ্বেদ আদি বিচ্ছিন্নভাৱে অভিব্যক্ত হৈ উঠে। ইয়াৰদ্বাৰা মানুহজনৰ ৰত্যাদি প্ৰধান ভাৱটি অতি সমৃদ্ধ হৈ উঠে। সেইবোৰেই কাব্য, নাট্য আদি কলাৰ সহযোগত সামাজিকৰ বোধগম্য হলে তাৰ নাম হয় সঞ্চাৰী বা ব্যভিচাৰী ভাৱ।[5]

*সঞ্চাৰী বা ব্যভিচাৰী ভাৱ*

কাব্য বা নাট্যৰদ্বাৰা উপস্থাপিত এই বিভাৱ, অনুভাৱ আৰু সঞ্চাৰী ভাৱ কলাৰ ব্যাপাৰৰদ্বাৰা সাধাৰণী-কৃত হয়, অৰ্থাৎ লোকত এইবিলাক পদাৰ্থত, 'মোৰ বা আনৰ ৰতি, মোৰ বা আনৰ ৰোমাঞ্চ, মোৰ বা আনৰ হৰ্ষ—এনেকুৱা আত্মপৰ ভেদবোধ থাকে, কিন্তু কলাৰদ্বাৰা উপস্থাপিত বিভাৱ আদি পদাৰ্থ সহৃদয় সামাজিকৰ মনৰ 'মোৰ' বা 'আনৰ' এনেকুৱা সম্বন্ধ বা ব্যক্তিগত ভাৱটিক এৰি সাধাৰণভাৱে পৰস্পৰে মিলিত হৈ প্ৰতীত হয়। ইয়াৰ ফলত সামাজিকৰ অন্তঃকৰণ-বৃত্তি ৰত্যাদিভাৱাকাৰে আকাৰিত বা পৰিণত হয় আৰু তাত প্ৰতিবিম্বিত সচ্চিদানন্দস্বৰূপ আত্মাই তাক (ৰত্যাদিভাৱক) নিজতকৈ অনতিৰিক্তৰূপে প্ৰকাশ কৰে; তেতিয়া তাৰ নিজৰ স্বৰূপভূত আনন্দই প্ৰকাশিত বা আস্বাদিত হয়। এই কাব্য ব্যাপাৰৰদ্বাৰা নিৰাৱৰণৰূপে অভিব্যক্ত ৰত্যাদিৰূপ চিত্ত-বৃত্তিত প্ৰতিফলিত (ৰত্যাদ্যৱচ্ছিন্ন) আত্মচৈতন্যই 'কলানন্দ' বা 'ৰস'। গাতকে যি স্বৰূপানন্দ বিষয়ৰ মাজেদি প্ৰকাশ হৈ বিষয়সুখ নামেৰে অভিহিত হয় সেয়ে আকৌ লৌকিকবিষয়বিমুক্ত চিত্তত বিভাৱ, অনুভাৱ, সঞ্চাৰী ভাৱৰদ্বাৰা অভিব্যক্ত হৈ 'ৰস' নামৰ বাচ্য হয়।

*ৰস*

---

৪. লৌকিককমেৱ ৰত্যাদেৰ্লোকে যৎ কাৰ্যমীক্ষিতম্ ।
কাব্যোপদৰ্শিতং তৎস্যাদনুভাৱ পদাস্পদম্ ॥

[তথা ৩।৮]

৫. লৌকিকান্যেৱ ৰত্যাদে যে ভাৱাঃ সহকাৰিণঃ ।
কাব্যোপদৰ্শিতাস্তেতু কথ্যন্তে ব্যভিচাৰিণঃ ॥

] ভক্তিৰসাৰ্ণৱ ৩।৯ ]

আমাৰ দেশৰ বৈষ্ণৱসকলৰ মতে যে ভগৱান্ সচ্চিদানন্দ বিগ্ৰহ, সমস্ত সুখ বা আনন্দৰ স্বৰূপভূত, প্ৰাণীমাত্ৰৰে আত্মা, পৰম প্ৰিয়; তেওঁৰ স্বৰূপানন্দই যে বিষয়ৰ মাজেদি প্ৰকট হলে বিষয়সুখ বুলি প্ৰতীত হয় আৰু তেৱেঁই যে সমস্ত ৰসৰ আকৰ—এইবিলাক কথা আগেয়ে কোৱা হৈছে। এক ভূমানন্দ বা স্বৰূপানন্দৰূপ তত্ত্বই যে বিষয়ানন্দ, কলানন্দ বা ৰসৰূপে আস্বাদিত হয়—এই কথা আলংকাৰিকসকলেও মুক্তকণ্ঠে স্বীকাৰ কৰিছে। বিষয়ানন্দৰ ক্ষেত্ৰত সেই স্বৰূপানন্দ মায়িক বিষয়ৰদ্বাৰা অৱচ্ছিন্ন বা উপহিত হৈ প্ৰতীত হয়: তাৰ ভূমভাৱটি অবিদ্যা বা ৰত্যাদি ভাৱৰ কাৰণীভূত মায়াৰ আৱৰণ শক্তিৰদ্বাৰা আবৃত থাকে; সেইকাৰণেই সি নিৰৱচ্ছিন্ন বা অখণ্ড নহয়। "ৰসগংগাধৰ"ত পণ্ডিতৰাজ জগন্নাথে আৰু "ভগৱদ্ ভক্তিৰসায়ন"ত মধুসূদন সৰস্বতীয়ে এইবিলাক কথা স্পষ্টভাৱে কৈছে।[৬]

*আলঙ্কাৰিক সকলৰ লগত অসমীয়া বৈষ্ণৱৰ ঐকমত্য*

আচাৰ্য অভিনৱ গুপ্তপাদে শান্তৰসকে সৰ্বোত্তম আৰু প্ৰকৃতি বা মূলৰস বুলি কয়। তেওঁৰ অভিপ্ৰায় এই যে "শম" বা শান্ত অৱস্থা' হ'ল,—বিষয় সংস্পৰ্শবিৰত চিত্তত সচ্চিদানন্দাত্মক আত্মাৰ স্বৰূপাৱস্থান: শান্তৰসৰ স্থায়ীভাৱ শম, তত্ত্বজ্ঞান বা আত্মজ্ঞান। এই আত্মজ্ঞান আৰু আত্মা অভিন্ন বস্তু; আত্মা স্বৰূপতে আনন্দময় বা ৰসস্বৰূপ; ফলতঃ এই আত্মস্বৰূপেই শান্তৰসৰ স্থায়ীভাৱ। এই আত্মস্বৰূপক ভিত্তি কৰিয়ে বাকী সমস্ত ৰস আৰু ভাৱৰ স্ফুৰণ হয়।

*সৰ্বৰসৰ মূল শান্তৰস*

৬. ......"প্ৰমাত্ৰা স্বপ্ৰকাশতয়া ৱাস্তৱেন নিজস্বৰূপানন্দেন সহ গোচৰীক্ৰিয়মাণঃ প্ৰাগ্ ৱিনিৱিষ্ট-ৱাসনাৰূপো ৰত্যাদিৰেৱ ৰসঃ", × × × × ইত্থং চাভিনৱগুপ্ত-মম্মটভট্টাদি-গ্ৰন্থস্বাৰস্যেন ভগ্নাৱৰণচিদ্‌ৱিশিষ্টো ৰত্যাদিস্থায়ীভাৱো ৰস ইতি স্থিতম্। ৱস্তুতস্তু ৱক্ষ্যমান-শ্ৰুতিস্বাৰস্যেন ৰত্যাদ্যৱচ্ছিন্না ভগ্নাৱৰণ-চিদেৱ ৰসঃ, সৰ্বথৈৱ চাস্যা ৱিশিষ্টাত্মনো ৱিশেষণং ৱিশেষ্যং বা চিদংশমাদায় নিত্যত্বং স্বপ্ৰকাশত্বং চ সিদ্ধং ৰত্যাদ্যংশমাদায় ত্বনিত্যত্বমিতৰভাস্যত্বং চ; চৰ্বণা চাস্য চিদ্‌গতাৱৰণভঙ্গ এৱ প্ৰাগুক্তা তদাকাৰান্তঃকৰণবৃত্তিৰ্ৱা" ইত্যাদি।

[ ৰসগঙ্গাধৰ, ১ম আনন ]

ভগৱান্ পৰমানন্দস্বৰূপঃ স্বয়মেৱ হি।
মনোগতস্তদাকাৰ ৰসতামেতি পুষ্কলম্॥
কান্তাদি-বিষয়েঽপ্যস্তি কাৰণং সুখচিদ্‌ঘনম্।
কাৰ্যাকাৰতয়া ভেদেঽপ্যাৱৃতং মায়য়া স্বতঃ॥

[ ভক্তিৰসায়ন ১।১০,১১ ]

সুখস্যাত্মস্বৰূপত্বাৎ তদাধাৰো ন বিদ্যতে।
তদ্‌ব্যঞ্জিকায়া বৃত্তেস্তু সামাজিক-মনঃ প্ৰতি॥

[ তথা ৩।৩ ]

বাকী ভাৱবিলাক সকলো ইয়াৰ ( শম বা আত্মস্ফুৰণৰ ) লগত ব্যভিচাৰী।[৭] সমস্ত ৰসতে আত্মাৰ স্বৰূপানন্দৰ ভান হয় গতিকে, সকলোতে শান্ত বা শম ভাৱৰ সংস্পৰ্শ অৱশ্যম্ভাৱী। অভিনৱাচাৰ্যই কৈছে যে সকলো ৰসৰে আস্বাদ শান্তৰসৰ দৰে হয়; কাৰণ, সকলোতে চিত্তৰ বহিৰ্বিষয়-নিবৃত্তি থাকে, চিত্ত বহিৰ্বিষয়-নিবৃত্ত নহলে কোনো ৰসৰে স্ফুৰণ নহয়।[৮]

সেই সেই বিভাৱ, অনুভৱ আদি নিজ নিজ কাৰণবদ্বাৰা শান্তৰপৰাই আনবিলাক ৰস ওপজে আৰু সেই কাৰণবোৰ নাইকিয়া হলে শান্ততে লয় পায়।

স্বং স্বং নিমিত্তমাদায় শান্তাদুৎপদ্যতে ৰসঃ।
পুনৰ্নিমিত্তাপায়ে তু শান্ত এৱ প্ৰলীয়তে।

[ অভিনৱভাৰতী ]

অভিনৱগুপ্তপাদে ভগৱদ্‌ভক্তিক শান্তভকৈ বেলেগ ৰস বুলি গণ্য নকৰি শান্ত ৰসৰে অংগ বুলি স্বীকাৰ কৰিছে।

*ভক্তি স্বতন্ত্ৰ ৰস নহয়*

"অতএৱ ঈশ্বৰপ্ৰণিধানৱিষয়ে ভক্তিশ্ৰদ্ধে স্মৃতিমতি-ধৃত্যুৎসাহাদ্যনুপ্ৰৱিষ্টে অন্যথৈৱাঙ্গম্ ( শান্তস্য ) ইতি ন তয়োঃ পৃথগ্‌ৰসত্বেন গণনম্।"

[ অভিনৱভাৰতী— নাট্যশাস্ত্ৰ— ৬।১০৯ ]

ঈশ্বৰ প্ৰণিধান বিষয়ক ভক্তি আৰু শ্ৰদ্ধা, স্মৃতি-মতি-ধৃতি আৰু উৎসাহ প্ৰভৃতিত অনুপ্ৰৱিষ্ট হৈ শান্ত ৰসৰে অংগ হয়; সেই কাৰণে সিহঁতক পৃথক্ ৰস বুলি গণনা কৰা নহ'ল। ইয়াত আচাৰ্যই যে "ঈশ্বৰ-বিষয়ক ভক্তি শ্ৰদ্ধা" নুবুলি "ঈশ্বৰ-প্ৰণিধানবিষয়ক ভক্তি শ্ৰদ্ধা" বুলিছে সেইটো অৱশ্যে লক্ষণীয়। ঈশ্বৰ-প্ৰণিধান বা ঈশ্বৰাভিধ্যানৰূপ যি ভক্তি অৰ্থাৎ ঈশ্বৰ বিষয়ক ধাৰাবাহিক চিত্তবৃত্তি ( যাক আমি ভক্তি বুলিছোঁ ) তাৰ প্ৰতি যি আগ্ৰহ ( তাকে পাবৰ কাৰণে চিত্তৰ ব্যগ্ৰতা বিশেষ ) তাকেই ইয়াত 'ভক্তি'

৭. "ইহ তত্ত্বজ্ঞানমেৱ তাৱন্মোক্ষসাধনমিতি তস্যৈৱ মোক্ষে স্থায়িতা যুক্তা। তত্ত্বজ্ঞানং নামাত্মজ্ঞানমেৱ।" .... .. তেনাত্মৈৱ জ্ঞানানন্দাদি-বিশুদ্ধ-ধৰ্মযোগী পৰিকল্পিত-বিষয়োপভোগ ৰহিতোঽত্ৰ স্থায়ী। ন চাস্য স্থায়িতয়া স্থায়িত্বং ৰচনীয়ম্ ৰত্যাদয়ো হি তত্তৎকাৰণান্তৰোদয়-প্ৰলয়োৎপদ্যমান-নিৰুধ্যমানৱৃত্তয়ঃ কিঞ্চিৎ কালমাপেক্ষিকতয়া স্থায়িৰূপাত্মভিত্তিসংশ্ৰয়াঃ সন্তঃ স্থায়িন ইতি উচ্যন্তে। তত্ত্বজ্ঞানং তু সকলভাৱান্তৰভিত্তিস্থানীয়ং সৰ্বস্থায়িভ্যঃ স্থায়িতমং সৰ্বা ৰত্যাদিকা চিত্তৱৃত্তিঃ ব্যভিচাৰী ভাৱয়ন্নিসৰ্গতএৱ সিদ্ধস্থায়ীভাৱমিতি ... ... ... শম আত্মভাৱঃ; স শম শব্দেন মুনিনা ব্যপদিষ্টঃ। [অভিনৱভাৰতী]

৮. তত্ৰ সৰ্বৰসানাং শান্তপ্ৰায় এৱাস্বাদঃ বিষয়েভ্যো বিপৰিবৃত্ত্যা। [অভিনৱভাৰতী]

শব্দদ্বাৰা কোৱা হৈছে। গতিকে ঈশ্বৰ প্ৰণিধান বা নিৰ্গুণা-ভক্তিৰ সাধনৰূপ ভেনে সগুণা-ভক্তিকহে শান্ত ৰসৰ অংগ বুলি কোৱা হৈছে।

অভিনৱৰ অভিপ্ৰেত শম বা আত্মজ্ঞানটি আমাৰ বৰ্ণিত নিৰ্গুণা-ভক্তিৰ ভিতৰতে পৰে; এই কথা পাছত স্পষ্ট হব। ইয়াৰদ্বাৰা এইটো কথা সিদ্ধ হ'ল যে আমি যাক সচ্চিদানন্দৰূপ পৰমাত্মা, ব্ৰহ্ম নাইবা ভগৱান্ বুলিছোঁ ৰসবাদীসকলেও তাকে যি কোনো প্ৰকাৰে সৰ্ব ৰসৰ মূলীভূত পৰম ৰসস্বৰূপ বুলি স্বীকাৰ কৰিছে।

*ভগৱদ্‌ভক্তিৰ শমভাৱৰূপতা*

সাহিত্যিকৰ পৰিভাষা 'ৰস' শব্দই যাক বুজায় সি হৈছে কাব্যাদি কলাৰদ্বাৰা উপস্থাপিত, সাধাৰণীকৃত বিভাৱাদি কাৰণৰ সমবায়ত উপনীত, ভাৱাভিষিক্ত চিত্তত নিজ স্বৰূপৰ আনন্দাংশৰ প্ৰকাশ গতিকে যিমান পৰ কলাৰদ্বাৰা উপস্থাপিত অৰ্থৰ অৱলম্বন বা উপলব্ধি অথবা তাৰ ধ্বনিৰ আলোড়ন থাকে সিমান পৰলৈয়ে সেই আস্বাদন স্থায়ী হয়। কলাৰদ্বাৰা উপস্থাপিত অৰ্থক অৱলম্বন নকৰাকৈ তাৰ প্ৰকাশ নহয়।

*কলানন্দ*

জ্ঞানীসকলে যেতিয়া অদ্বৈততত্ত্বৰ উপলব্ধি কৰি সেই স্বৰূপানন্দৰূপতা প্ৰাপ্ত হয় তেতিয়া তেওঁ সেই মহানন্দত ডুবি যায় আৰু তেওঁৰ হৃদয়ত অনবৰত কেৱল সেই ৰসাস্বাদ বা ৰসৰ স্ফুৰণেই একমাত্ৰ থাকে। এয়ে ব্ৰহ্মবিদ্যা বা অদ্বৈত জ্ঞানানন্দ। ইয়াত স্বব্যতিৰিক্ত কোনো বাহ্য অৱলম্বন নাই গতিকে ই নিৰৱলম্ব, নিৰ্বিকল্প স্বপ্ৰতিষ্ঠ আৰু নিঃসীম। অভিনৱে ইয়াকে শান্ত ৰসৰ স্থায়ীভাৱ 'শম' বুলি কৈছে।

*ব্ৰহ্মানন্দ*

পৰম ৰসাত্মক ভগৱানৰ প্ৰতি যি আকৰ্ষণ বা ধাৰাবাহিকভাৱে প্ৰৱহমান, ভগৱদাকাৰে আকাৰিত, দ্ৰৱীভূত চিত্তবৃত্তি, সেয়ে ভক্তি বা ভগৱদ্‌ৰতি। বাস্তৱিকতে ব্ৰহ্ম বা আত্মাৰ লগত অভিন্ন বিভু নিত্য পৰিপূৰ্ণ সুখবোধাত্মক ভগৱন্তই ইয়াৰ আলম্বন. বিষয় সংস্পৰ্শ মুঠেও নাই' গতিকে আত্ম সাক্ষিক সেই তন্ময় চিত্তবৃত্তি উচ্চল আনন্দ পৰিপূৰ্ণ তত্ত্বৰূপেই অৱস্থান কৰে। এই জ্ঞানাত্মিকা ভক্তি ভগৱন্মাত্ৰাবলম্বন, সবিকল্পক, নিঃসীম আৰু নিৰতিশয়। ব্ৰহ্মানন্দতকৈ ইয়াত সচ্চিদানন্দৰূপ ভগৱানৰ প্ৰকাশ বা আনন্দাংশৰ আস্বাদ কোনো প্ৰকাৰে ন্যূন বা হীন নহয়। ব্ৰহ্মানন্দত চিত্তৰ দ্ৰৱীভাৱ নাথাকে, ভক্তিৰ আনন্দত চিত্ত দ্ৰৱীভূত হয়; গতিকে ব্ৰহ্মবিদ্যাৰ আনন্দ গৌৰৱমণ্ডিত পৰ্বতৰাজ হিমালয়ৰ দৰে স্থিৰ-নিশ্চল আৰু ভগৱদ্‌ভক্তিৰ আনন্দ উত্তালতৰংগৰিকম্পিত মহাসমুদ্ৰৰ দৰে চল-গম্ভীৰ। প্ৰকৃতিস্থ সূৰ্যৰ ৰশ্মি যিদৰে অধিক শক্তিশালী স্বচ্ছ আৰ্চিত প্ৰতিফলিত হলে

*ভগৱৎ-প্ৰেমানন্দ*

অতি তীব্ৰভাৱে আমাৰ চকুত লাগে, সেইদৰে ভগৱৎস্বৰূপানন্দও ভক্তৰ দ্ৰৱীভূত চিত্তত প্ৰতিফলিত হলে ব্ৰহ্মানন্দতকৈও তীব্ৰতৰভাৱে অনুভূত বা আস্বাদিত হয়। সেইকাৰণেই ব্ৰহ্মজ্ঞান-পৰিতৃপ্ত, আত্মাৰাম জ্ঞানীসকলেও স্বেচ্ছাই ভগৱদ্‌ভক্তিৰ আস্বাদত মগ্ন হৈ থাকে।

আত্মাৰামাশ্চ মুনয়ঃ নিৰ্গ্ৰন্থা অপ্যুৰুক্ৰমে।
কুৰ্বন্ত্যহৈতুকীং ভক্তিমিত্থম্ভূতগুণো হৰিঃ॥

[ ভাগৱত ]

ঐকান্তিক মহামুনি যত নিবৰ্তিয়া বিধি নিষেধত
নিৰ্গুণ ভাৱত থিতি হুয়া নিৰন্তৰে।
জানি পুৰুষাৰ্থ সাৰতত্ত্ব কৃষ্ণ কথামৃত সাগৰত
কথনে মথনে সদায় ৰমণ কৰে।
হৰিৰ গুণৰ দেখা বল লভিলেক যিটো মোক্ষ ফল
তাহাৰাসৱৰো চিত্তক আনয় টানি।
এতেকে নিপুণ যিটোজন কৃষ্ণৰ চৰণে দিয়া মন
হৰিৰ গুণক নছাৰিবা সাৰ জানি॥

[ নাঃ ঘোঃ ৬৪৭-৬৪৮ ]

এয়ে পৰম প্ৰেমাত্মিকা নিৰ্গুণা-ভক্তি বা ৰসময়ী ভকতি, ৰসময়ী ৰসস্বৰূপা অৰ্থাৎ ভগৱৎস্বৰূপভূতা ভক্তি। কাব্য, নাট্য আদি কলাৰদ্বাৰা ব্যঞ্জিত পাৰিভাষিক নৱৰসতকৈও অধিক মধুৰ, অধিক প্ৰকাশময় আৰু পৰিপূৰ্ণ। ইয়াকে মধুসূদন সৰস্বতীয়ে কৈছে—

*ভগৱদ্‌ভক্তি পৰিপূৰ্ণ-ৰসস্বৰূপা*

কান্তাদিবিষয়া বা যে ৰসাদ্যাস্তত্ৰ নেদৃশম্।
ৰসত্বং পুষ্যতে পূৰ্ণসুখাস্পৰ্শিত্বকাৰণাৎ॥
পৰিপূৰ্ণৰসা ক্ষুদ্ৰ-ৰসেভ্যো ভগৱদ্‌ৰতিঃ।
খদ্যোতেভ্য ইৱাদিত্য-প্ৰভেৱ বলৱত্তৰা॥

[ ভক্তিৰসায়ন ২।৭৭-৭৮ ]

কান্তাদি-বিষয়ক যি ৰস আৰু ভাৱ আদি প্ৰকটিত হয় সেইবিলাকৰ ভিতৰত পূৰ্ণ আনন্দৰ বিকাশ নাথাকে; এই কাৰণে সেইবিলাকত এনেকুৱা অৰ্থাৎ ভগৱদ্‌বিষয়ক ৰতিত যেনেকুৱা ৰসপুষ্টি ঘটে তেনেকুৱা ৰসপুষ্টি নহয়। কান্তাদি-বিষয়ক যি ৰস সেইবিলাক ভগৱদ্‌বিষয়ক ৰতিৰ তুলনাত, আদিত্য প্ৰকাশৰ তুলনাত জোনাকী পৰুৱাৰ

দৰে ক্ষুদ্ৰ আৰু ভগৱদ্‌ৰতি আদিত্য প্ৰকাশৰ দৰে মহিমামণ্ডিত। অসমীয়া বৈষ্ণৱ সাধুসকলেও এই কথাকে প্ৰকাৰান্তৰে বাৰম্বাৰ ৰিঙিয়াই কৈছে—

কৃষ্ণৰ ভকতি সুখ সাগৰ সংকাশ।
অমৃততো ধিক স্বাদ নাহিকে প্ৰয়াস।

[ ১০ম স্কঃ ।

হেন তজু পদে অখণ্ডিত ৰতি হৌক।
শ্ৰৱণ কীৰ্তন ৰসে কদাপি নেৰোক ।

[ তথা ]

কেৰেসে লোকৰ কৈৰেক কৃষ্ণৰ
চৰণত প্ৰেম ৰস।

[ ২য় স্কন্ধ ]

মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময়ী মাগোহো ভকতি।

[ না. ঘো. : ]

হৰি-কথা-অমৃতৰ সমাক-আলাপ-ৰসে।

[ না. ঘো. ৪০ ]

হৰি কীৰ্তনৰ মহা আনন্দ সুখক আশে
কতো কতো সৱ মহাজনে।
মুকুতি সুখকো তেজি মহন্ত জনৰ সংগে
খোজে অতি কৃষ্ণৰ চৰণে ॥
কিন্তু ইটো মহা ধৰ্ম মাধৱৰ জন্ম কৰ্ম
বেদে যাৰ নপাৱে মহিমা।
হৰিনাম কীৰ্তনত মিলে মোক্ষ আদি যত
কীৰ্তন সুখৰ নাহি সীমা ॥
মধুৰৰো সুমধুৰ হৰিৰ কীৰ্তন ৰস
মঙ্গলৰো পৰম মঙ্গল।
এতেকেসে মুকুতিকো ত্যজি হৰি গুণ গায়া
ফুৰে মহা মহন্তসকল ॥

[ না. ঘো. ৭৮-৯০]

পৰম নিপুণ সৱে বুজিয়া শাস্ত্ৰৰ তত্ত্ব
হৰিপদ-পঙ্কজে ভজিয়া।

হৰি কীৰ্তনৰ মহা নিৰ্ভৰ আনন্দে মজি
থাকে সুখে মুকুতি তেজিয়া ॥

[ না. ঘো ৯১ ]

হৰিনাম প্ৰেম-ৰস অমৃত-নিধিক বান্ধি
গুপ্ত কৰি থৈলা দেৱগণে।

[ না. ঘো. ১১২]

পৰম মঙ্গল কৃষ্ণ যশ যাত পৰে আন নাহি ৰস
পৰম আনন্দ সমুদ্ৰে মজি ৰহয়।

[ না. ঘো. ৬৮৩ ]

এহিমতে ভক্তিৰস মিলিল যাহাৰ।
লাভে মহা আনন্দ গুচয় অহঙ্কাৰ ॥

ভক্তিৰস বঢ়াই নাশ কৰিয়ো সংসাৰ।
ভকতি ৰসত পূৰ্ণ হুয়া থাকে হিয়া ॥

সমস্ত লোকৰ তাপহাৰী কৃষ্ণ যশ।
তাহাক গাৱন্তে মিলে মহা প্ৰেম ৰস ॥

[গোপালচৰণ-৩য় স্কন্ধ]

ঝৰিলা লোতক নয়নৰ বিপৰীত।
মহা প্ৰেমৰসে ৰাজা ভৈলা আকুলিত ॥

ব্ৰহ্মানন্দ সুখত মজিলা পৃথুৰায়।
ভকতি ৰসত ভৈলা তন্ময় পৰায় ॥

[ ৪ৰ্থ স্কন্ধ ]

এনেকৈ নানা স্থলত সাধুসকলে ভক্তিক ৰস আনন্দ বা নিঃসীম সুখস্বৰূপ বুলি উল্লেখ কৰিছে। কিন্তু এই ৰস যে শৃঙ্গাৰ আদি প্ৰসিদ্ধ ৰসৰ অন্যতম বা তাভকৈ অতিৰিক্ত এক প্ৰকাৰ নাইবা শৃঙ্গাৰ আদি ৰসেই ভগৱদ্‌বিষয়ক হলে ভক্তিৰস হয় অথবা শৃঙ্গাৰ আদি ৰসেৰে মূলীভূত ৰস ভক্তি—এই কথা স্পষ্টকৈ ক'তো কোৱা নাই।

'ৰস' শব্দই পাৰিভাষিকভাৱে কাব্যানন্দ বা কলাবস্তুৰ ব্যঞ্জিত আনন্দক বুজায়। তাৰ যৌগিক অৰ্থ হ'ল—"ৰস্যতে ইতি ৰসঃ।" [ সাহিত্যদৰ্পণ—১।৩ ]; এই বুৎপত্তি অনুসাৰে উচ্ছল আনন্দ মাত্ৰতে 'ৰস' শব্দৰ ব্যৱহাৰ চলে ; যেনে - 'ৰতিৰস ইত্যাদি। অসমৰ বৈষ্ণৱ সাহিত্যত এই যৌগিক অৰ্থতে 'ভক্তি'ত ৰস শব্দ প্ৰয়োগ কৰা হৈছে।

*ভক্তিত ৰস শব্দৰ অৰ্থ যৌগিক*

*বোপদেৱৰ দৃষ্টিত ভক্তি-ৰস*

খৃষ্টীয় ত্ৰয়োদশ শতকৰ ভক্ত বোপদেৱ গোস্বামীয়ে "মুক্তাফল" গ্ৰন্থত বিষ্ণু-ভক্তৰ লক্ষণ আৰু ভেদ নিৰ্ণয় কৰিবলৈ গৈ কৈছে যে এক ভক্তি-ৰসেই হাস্য শৃঙ্গাৰ, করুণ ৰৌদ্ৰ, বীৰ, ভয়ানক বীভৎস, অদ্ভুত আৰু শান্ত এই ন-প্ৰকাৰ আস্বাদিত হয় হেতুকে তদনুসাৰে ভক্তও ন-বিধ।[৯] হেমাদ্ৰিৰ নামত প্ৰচলিত মুক্তাফলৰ টীকাত এই কথাৰ ব্যাখ্যা কৰি কোৱা হৈছে যে ভক্তি-ৰসৰ অনুভৱ হয় যাৰ তাকে ভক্ত বোলা হয় যেনেকৈ তৃপ্তি অনুভৱ কৰোতাজনক তৃপ্ত বুলি কোৱা হয়। সেই ভক্তিৰ অনুভৱ হাস্যাদিভঙ্গিভেদে ন-প্ৰকাৰ। হাস্য প্ৰভৃতিয়ে ভগৱন্তত প্ৰযুক্ত হলে ভক্তিলক্ষণাক্ৰান্ত হয় হেতুকে ভক্তিৰসৰূপতা প্ৰাপ্ত হয়।[১০] ইয়াৰ পাছত বোপদেৱে কৈছে যে ব্যাসাদিৰদ্বাৰা বৰ্ণিত বিষ্ণুৰ বা বিষ্ণু ভক্তসকলৰ নৱ-ৰসাত্মক চৰিত্ৰৰ শ্ৰৱণাদিৰপৰা হৃদয়ত যি চমৎকাৰ আনন্দ ওপজে সেয়ে ভক্তি-ৰস।[১১]

*গৌড়ীয় বৈষ্ণৱৰ দৃষ্টিত ভক্তি-ৰস*

গৌড়ীয় বৈষ্ণৱসকলৰ মতে কাব্য-ৰসিকৰ দৃষ্টিত বৈষ্ণৱ সাহিত্যৰ ৰস এটা মাত্ৰ, সেইটো হৈছে ভক্তি-ৰস। মূলীভূত ভক্তিৰস মুখ্য গৌণভেদে দুই ভাগে বিভক্ত। শ্ৰীকৃষ্ণ-বিষয়ক শান্ত, দাস্য, সখ্য, বাৎসল্য আৰু মধুৰ ( ভগৱদ্‌বিষয়ক শৃঙ্গাৰ ) এই পাঁচ প্ৰকাৰ মুখ্য ভক্তিৰস, শ্ৰীকৃষ্ণ বিষয়ক হাস্য, অদ্ভুত, বীৰ, করুণ, ৰৌদ্ৰ, বীভৎস আৰু ভয় এই সাত প্ৰকাৰৰ গৌণ ভক্তিৰস।[১২]

---

৯ স নৱধা ভক্তঃ। ভক্তিৰসস্যৈৱ হাস্য-শৃঙ্গাৰ-করুণ-ৰৌদ্ৰ-ভয়ানক বীভৎস-শান্তাদভুত-বীৰৰূপেণানুভৱাৎ। ( মুক্তাফল .১/১, বৃত্তি )

১০. ভক্তিৰসানুভৱাচ্চ ভক্তঃ। যথা তৃপ্ত্যনুভৱাত্তৃপ্ত ইত্যুচ্যতে। স চানুভৱো নৱধা হাস্যাদিভঙ্গিভেদেন। হাস্যাদয় এৱ হি ভগৱতি প্ৰযুজ্যমানাঃ তস্মাৎকেনাপ্যুপায়েন মনঃ কৃষ্ণে নিবেশয়েদি" তি ভক্তিলক্ষণাক্ৰান্তত্বাদ্ "ভক্তিৰস" পদৱীমাসাদয়ন্তীতি ভাৱঃ। ( মুক্তাফল টীকা )

১১ ব্যাসাদিভিৰ্বৰ্ণিতস্য বিষ্ণোৰ্বিষ্ণুভক্তানাং বা চৰিত্ৰস্য নৱৰসাত্মকস্য শ্ৰৱণাদিনা জনিতশ্চমৎকাৰো ভক্তিৰসঃ।' (মুক্তাফল ১১শ অধ্যায়)

১২ ভক্তিভেদে ৰতিভেদ পঞ্চ পৰকাৰ।
শান্ত ৰতি দাস্য ৰতি সংখ্য ৰতি আৰ॥
বাৎসল্য ৰতি মধুৰ ৰতি পঞ্চ বিভেদ।
ৰতি ভেদে কৃষ্ণ ভক্তিৰস পঞ্চ ভেদ॥
শান্ত দাস্য সখ্য বাৎসল্য মধুৰ ৰস নাম।
কৃষ্ণ ভক্তিৰস মধ্যে এপঞ্চ প্ৰধান॥
হাস্যাদ্‌ভুত বীৰ করুণ ৰৌদ্ৰ বীভৎস ভয়।
পঞ্চবিধ ভক্তে গৌণ সপ্তৰস হয়॥

এওঁলোকে যিদৰে ভগৱদ্‌বিষয়ক শৃঙ্গাৰ আদি ৰসক্ষহে ভক্তি ৰসমূলক বুলি কৈছে আৰু কাব্য-ৰসিকৰ প্ৰসিদ্ধ শান্তাদি সমস্ত ৰসেই ভগৱদ্‌ বিষয়ক হলে ভক্তি-ৰস হয় বুলি স্পষ্টকৈ কৈছে অসমীয়া বৈষ্ণৱসকলে সেইদৰে স্পষ্টভাৱে এনেকুৱা কথা ক'তো কোৱা নাই। প্ৰাণীয়ে নিজক ভাল পায় প্ৰাণীৰ সেই আত্মপ্ৰীতি আৰু জাগতিক বিষয়ক ভালপোৱাৰূপ সৰ্ব বিষয়ক ৰতি'ৰ মূল উৎস যে ভগৱৎপ্ৰীতি এই কথা এওঁলোকেও স্পষ্টকৈ কৈছে। যেনে—

*অসমীয়া বৈষ্ণৱৰ সম্মত ভক্তি-ৰস*

সমস্তৰে আত্মা নাৰায়ণ আত্ম সুখে ৰতি সৰ্বক্ষণ
[ না ঘো. ৬৩৫ ]

যি হেতু চৈতন্যপূৰ্ণ পৰমাত্মা ৰূপে হৰি
হৃদয়ত আছন্ত প্ৰকাশি।
তাতেসে ইন্দ্ৰিয়গণ ভূত প্ৰাণ বুদ্ধি মন
প্ৰৱৰ্তে যতেক জড়ৰাশি ॥
[ না ঘো. ২২ ]

জগতাতে কৃষ্ণ কৰিছা নিবাস
জগাতে তান্তে ৰময়।
এতেকেসে তাঙ্ক বুলি বাসুদেৱ
নামৰ ইটো নিৰ্ণয় ॥ *
[ না ঘো ১৮১ ]

যি হেতু কৃষ্ণেসে আত্মা এতেকেসে জীৱৰাশি
নিৰন্তৰে আনন্দ লভয়।
[ না ঘো ১৭৯ ]

ইয়াৰদ্বাৰা এইটো স্পষ্ট হৈছে যে লৌকিক আনন্দই বোলক বা কলাৰ ৰসেই বোলক সকলো সুখৰে স্বৰূপভূত তত্ত্ব হ'ল ভগবান আৰু প্ৰীতি বা ভালপোৱাৰ স্বৰূপভূত বস্তু হৈছে সেই মূলীভূত ভগৱৎপ্ৰীতি, আত্মপ্ৰীতি বা ভক্তি। এই আত্মপ্ৰেম বা ভগৱদ্‌ ৰতি বিষয় আদিৰ মাজেদি প্ৰকাশিত হলে তাৰ আচল ৰূপটি মায়াবৃত থাকে আৰু সাহিত্যাদি কলাৰ প্ৰভাৱত উদ্ৰিক্ত ৰতি, শোক আদি স্থায়ী ভাৱক লৈ প্ৰকাশিত

---

পঞ্চৰস স্থায়ী ব্যাপি ৰহে ভক্ত মনে।
সপ্ত গৌণ আগন্তুক পাইয়ে কাৰণে ॥
( শ্ৰীচৈতন চৰিতামৃত, মধ্যলীলা ১৯ পৰিচ্ছেদ )

* পাঠান্তৰ :— জগততে কৰি আছন্তে নিবাস
জগতো তান্তে ৰময়।
এতেকেসে তাঙ্ক বুলি বাসুদেৱ
নামৰ দিব্য অন্বয় ॥ ১৮১

হলেও ভাৱ কান্তাদি বিষয়ক বত্স্যাদি ভাৱৰ সংশ্ৰয় থাকে গতিকে তাতো ভাৱ আচল ৰূপটি প্ৰকট নহয়। সেই কাৰণে যেতিয়া জ্ঞাতসাৰেই হ'ক বা অজ্ঞাতসাৰেই হ'ক ভগৱদ্ৰতিয়ে মায়িক বিষয়ৰ সংস্পৰ্শহীনভাৱে কেৱল বিষ্ণু বিষয়ক হৈ উঠে তেতিয়া ভগৱৎস্বৰূপানন্দৰ ওপৰৰ মায়াৰ আৱৰণ সুলকি পৰে আৰু পৰিপূৰ্ণ আনন্দৰূপতা প্ৰকট হৈ উঠে। সেয়েহে যেতিয়া ভগৱান্ শ্ৰীকৃষ্ণই বৃন্দাৱনত ব্ৰহ্মাৰ মোহৰ অৰ্থে গোৰক্ষ দামুৰী ৰূপ ধৰিছিল তেতিয়া সেইবিলাকৰ প্ৰতি অকল সিহঁতৰ মাক-বাপেকৰ নহয় আনৰো প্ৰীতি বা স্নেহ পৰিপুষ্ট হৈ উচ্ছল আনন্দত হৃদয় ভৰি গৈছিল—

বিদূৰৰ পৰা পাছে বৎসক দেখিল।
মিলিল আনন্দ মন চেতন হৰিল॥
আনন্দতে আপুনাকো পাসৰি লৰৰে।
বেগে ঝাম্প দিয়া পৰ্বতৰপৰা পৰে॥

* *

গিলে যেন অঙ্গক চেলেকে সৰ্ব গাৱ।
পুলকিত তনু উপজিলা প্ৰেম ভাৱ॥
আনন্দ সাগৰে মন মজিল একান্ত।
গোৱালৰ শুনা আৰে যি ভৈলা বৃত্তান্ত॥

* * *

দৰশনে পুত্ৰক জুৰাই গোপগণ।
স্নেহ ৰস সাগৰত নিমজিল মন।

* * *

ঝৰে নীৰ হৰিষতে তনু ৰোমাঞ্চিত।
মিলে ব্ৰহ্মানন্দ দেখো গিনো বিপৰীত॥
জগতৰে আত্মা কৃষ্ণ তান্ত যেন মতে।
অনুক্ষণে যিটো স্নেহ আছিল পূৰ্বতে॥
সেহিমত নিজৰ তনযত বাঢ়ে স্নেহ।
আসম্বাৰ দেখো আজি পৰম সন্দেহ॥
মোৰ কিয় আসম্বাত অতিৰেক দয়া।
দেৱে কি অসুৰে কিবা পাতি আছে মায়া॥

[ দশম স্কন্ধ ৪৩০-৪২ ]

সমস্ত ৰসেই যদি ভক্তি-ৰসৰে প্ৰকাশবিশেষ হয় তেন্তে তাক নানা ৰসৰ ভিতৰত অন্যতম বুলি কব নোৱাৰি, আত্মপ্ৰীতি ভগৱত্ৰতি বা ভক্তি আৰু ৰস বস্তুতঃ একেই,

উপাধিভেদে এয়ে নানা ৰসস্বৰূপে প্ৰতীত হয়। গতিকে জীৱাত্মাৰ ভিতৰত পৰমাত্মাৰ দৰে, ভিন্ ভিন্ কাপোৰত সূতাৰ দৰে, নানা জলাশয়ত প্ৰতিবিম্বিত সূৰ্য-বিম্বৰ দৰে সমস্ত কাব্য, নাট্য আদিৰ ৰসতে অনুস্যূতভাৱে থাকিও ই অতি উৰ্দ্ধত অৱস্থিত; পৰমাত্মাৰ স্বৰূপজ্ঞান হলে যিদৰে জীৱাত্মাবোৰ অপূৰ্ণ, অসত্য বা মায়িক বুলি প্ৰতীত হয় ভক্তি-ৰসৰ আস্বাদ পালে সেইদৰে অন্যান্য ৰস বা সুখবিলাক অপূৰ্ণ, অসত্য আৰু মায়িক বুলি প্ৰতীত হয়। গতিকে আলঙ্কাৰিকৰ দৃষ্টিত প্ৰসিদ্ধ নৱৰসৰ বাহিৰে 'ভক্তি-ৰস' নামৰ অতিৰিক্ত এবিধ ৰস স্বীকাৰৰ প্ৰয়োজনীয়তা এওঁলোকে উপলব্ধি কৰা নাছিল।

দ্বিতীয় স্কন্ধৰ পদত শ্ৰীশঙ্কৰে প্ৰাৰ্থনা কৰিছে—

সেহি কৃপাময় মোৰ বাক্যচয়
অলঙ্কৃত কৰন্তোক।
শৃঙ্গাৰাদি নানা ৰসে বাজ হৌক
আনন্দে লোকে শুনোক॥

[২য় স্ক. ৪৭৭]

এই পদটি "সোঽলঙ্কৃষীষ্টাখিলকৃদ্‌ৱচাংসি মে" এই ভাগৱত শ্লোকাংশৰ অনুবাদ। মূল শ্লোকত শৃঙ্গাৰাদি ৰসৰ কথা নাই, টীকাত শ্ৰীধৰস্বামীপাদে কৈছে যে—

ইদানীং স্বৱাচং শ্ৰোতৃজনাহ্লাদিনীং শৃঙ্গাৰ করুণাদিশোভাং প্ৰাৰ্থয়তে।

ইয়াৰদ্বাৰা ভাগৱত-কথাই যে আলঙ্কাৰিকসকলৰ অভিমত শৃঙ্গাৰ আদি ৰসেৰে পৰিৱেশন কৰিব তাৰেহে ইঙ্গিত দিয়া হৈছে— তাৰপৰা বাঞ্ছিত ৰসক 'ভক্তি-ৰস' বুলি উল্লেখ কৰা নাই।

শৃঙ্গাৰ ৰসে যাৰ আছে ৰতি।
আৰু শুনি হৌক নিৰ্মল মতি॥

[কী. ১১।১৫।১৬৮]

ইয়াতো শৃঙ্গাৰ-ৰসৰ আস্বাদ লাভৰ কাৰণেহে 'ৰাসক্ৰীড়া-কথা' শ্ৰৱণ কৰিবলৈ উপদেশ দিয়া হৈছে। ভগৱদ্‌বিষয়ক কথাৰপৰা ব্যঞ্জিত হোৱা শৃঙ্গাৰ ৰসাস্বাদৰদ্বাৰা চিত্ত নিৰ্মল বা ভগৱদ্-ভক্তিৰ উপযোগী হয় বুলি যদিও কোৱা হৈছে তথাপি তাৰদ্বাৰা ৰাসক্ৰীড়াকথা যে সাক্ষাদ্‌ভাৱে ভক্তি-ৰস বা প্ৰেম-ৰসৰ হেতু এই বিষয়ে কোনো ইঙ্গিত দিয়া হোৱা নাই। যদি অতিৰিক্ত 'ভক্তি-ৰস' মানোতাসকলৰ দৰে ভগৱদ্‌বিষয়ক

শৃঙ্গাৰ আদিয়ে ভক্তি-ৰস বুলি এওঁলোকেও ভাবিলেহেঁতেন তেন্তে ইয়াত ভাগৱত গ্ৰন্থৰ ৰসক 'ভক্তি-ৰস' বুলি স্পষ্টভাৱে উল্লেখ কৰিলেহেঁতেন।

*এই বিষয়ে আনন্দবৰ্দ্ধনাচাৰ্যৰ সন্মতি*

ভক্তি যে কবি-প্ৰসিদ্ধ ৰসৰ উৰ্দ্ধত অৱস্থিত এই বিষয়ে সৰ্বশ্ৰেষ্ঠ আলঙ্কাৰিক আৰু অন্যতম দাৰ্শনিক আনন্দবৰ্দ্ধনাচাৰ্যৰো পূৰ্ণ সন্মতি পোৱা যায়।

যা ৱ্যাপাৰৱতী ৰসং ৰসয়িতুং দৃষ্টিঃ কৱীনাং নৱা
দৃষ্টিৰ্যা পৰমাৰ্থৱস্তু ৱিষযোন্মেষা চ ৱৈপশ্চিতী।
তে দ্বে অপ্যৱলম্ব্য ৱিশ্বমখিলং নিৰ্ৱৰ্ণয়ন্তো ৱয়ম্
শ্ৰান্তা নৈৱ তু লব্ধমব্ধিশয়ন ত্বদ্‌ভক্তিতুল্যং সুখম্॥

(ধ্বন্যালোকবৃত্তি)

ইয়াৰ অৰ্থ হ'ল :—

'নানা ৰসৰ আস্বাদ কৰিব আৰু কৰাবৰ অৰ্থে ব্যাপৃত কৱিসকলৰ নৱ নৱ দৃষ্টি আৰু পৰমাৰ্থবস্তুৰ প্ৰকাশত ব্যাপৃত দাৰ্শনিকসকলৰ তাত্ত্বিক দৃষ্টি—এই উভয় দৃষ্টিতে আমি সমগ্ৰ বিশ্বক বুজিছোঁ আৰু তাৰ (ৱিশ্বৰ) স্বৰূপ বৰ্ণনা কৰিছোঁ। আজীৱন এইদৰে বিশ্বদৰ্শন আৰু বিশ্বৱৰ্ণন কৰি কৰি এতিয়া আমি পৰিশ্ৰান্ত হৈ পাৰিছোঁ। কিন্তু, হে জলশায়িনাৰায়ণ, তোমাক ভালপোৱা ৰূপ ভক্তিত যি সুখ তেনে সুখলাভ আমাৰ ভাগ্যত নঘটিল।'

সাহিত্য বা কাব্য-নাট্য আদিৰ সহায়ত উপলব্ধ ৰসৰ তুলনাত যে ভক্তিসুখ অধিক এই কথাকে ইয়াতে কোৱা হৈছে।

ইয়াতে আপত্তি এই যে, কান্তাদিবিষয়ক ৰতি আদি স্থায়ীভাৱৰ, শৃঙ্গাৰ আদি ৰস স্বীকাৰ কৰাৰ দৰে ভগবদ বিষয়ক ৰতি বা ভক্তি স্থায়ীভাৱৰ, 'ভক্তিৰস' স্বীকাৰ

*অসমীয়া বৈষ্ণৱ সাহিত্যৰ ৰস বিচাৰ*

নকৰিলে বৈষ্ণৱ কৱিসকলৰ প্ৰণীত এই বিপুল বৈষ্ণৱ সাহিত্যৰ ব্যৱস্থা কি হব? যদি এইবিলাকৰদ্বাৰা কৱিপ্ৰসিদ্ধ সাহিত্যৰ প্ৰাণস্বৰূপ ৰসৰ স্ফুৰণ নহয় বুলি কোৱা হয় তেন্তে এইবিলাকক সাহিত্য বোলা হব কি যুক্তিত? যদি সাহিত্যই হয় তেন্তে তাৰপৰা কোনো ৰসৰ স্ফুৰণ নহব কিয়? গতিকে এইবিলাককো ৰসাত্মক সাহিত্য বুলি বুজিবলৈ হলে তাৰপৰা কি কি ৰস ব্যঞ্জিত হয় সেইটোৰ বিচাৰ একান্ত আৱশ্যক।

এই আপত্তিৰ উত্তৰত বক্তব্য এই যে শান্তৰসৰ স্থায়ীভাৱ শম বা নিৰ্বেদ; অৰ্থাৎ

*শান্ত ৰসৰ স্বৰূপ*

এই শম অৱস্থাত একো বাহ্য বিষয়ৰ প্ৰতি আকৰ্ষণ বা আসক্তি নাথাকে। নাট্যশাস্ত্ৰত কোৱা হৈছে :—

লৌকিকহননং যত্তদ্ধিংসৈব অত্র ত্বালভনমেৱ ৱিহিতং ন হিংসা। অতো ন যথেষ্টভক্ষণাভ্যনুজ্ঞেত্যৰ্থঃ। ব্যৱায়োঽপি প্রজয়া মিগিত্তভূতয়া; নতু ৰতৌ। অতো মনোৰথৱাদিন ইমং বিশুদ্ধং স্বধৰ্মং ন ৱিদুৰিতি।"

এই শ্লোকৰ অভিপ্ৰায়বৰ্ণন-প্ৰসঙ্গত শ্ৰীশঙ্কৰে কৈছে—

যদি বোলা ইমত দেখিয় কোন ঠাই।
তাহাৰ বৃত্তান্ত কহো শুনা নিমি ৰাই॥
যিটো সব জন আছে মায়াত আবৃত।
প্ৰবৃত্তি শাস্ত্ৰক পঢ়ি সদা ব্যগ্ৰ চিত্ত॥
তাসম্বাৰো মাজে যাৰ যেন অধিকাৰ।
সেহিমতে কৰিবেক তাক ব্যৱহাৰ॥
বেদে বোলে সুৰাক কৰিবে মাত্ৰ ঘ্ৰাণ।
কদাচিতো নকৰিবে অমেধ্যাক পান॥
নমাৰিবে পশুক এৰিবে মাংস আশা।
দেৱক উদ্দেশি পশু কৰিবেক হিংসা॥[২]
ঋতু সময়ত স্ত্ৰীক কৰিবে আলাপ।
তাত বাজে নাৰী গমনত সিজে পাপ॥
ঈশ্বৰৰ আজ্ঞা ইটো যত বেদ বাক।
হৰিত বিমুখ সবে নমানয় তাক॥
বেদক বুজি সুৰা পাৰেমানে পীয়ে।
পাৰেমানে পশু মাৰি মাংস খায়া জীয়ে॥
হুয়া কামাতুৰ একো দোষক নচাই।
কৰে স্ত্ৰীক আলাপ যেখনে বাঞ্ছা যাই॥

২. 'নিমিনৱসিদ্ধসম্বাদ' গ্ৰন্থৰ দত্তবৰুৱা সংস্কৰণত "দেৱকো উদ্দেশি পশু নকৰিবে হিংসা।" এনে পাঠহে দেখা যায়। এই পাঠ মূলবিৰুদ্ধ, টীকাবিৰুদ্ধ, প্ৰসংগবিৰুদ্ধ আৰু পূৰ্বাপৰকথা-বিৰুদ্ধ, শ্ৰীশঙ্কৰে এনে অযৌক্তিক মূলহীন কথা কোৱাৰ সম্ভৱনাই নাই। গতিকে সেই পাঠ গ্ৰহণ কৰা নহ'ল। আমাৰ গৃহীত পাঠ প্ৰাচীন সংস্কৰণবোৰত পোৱা গৈছে।

এতিতো বিশুদ্ধ ধৰ্ম কেহো নজানয়।
বৃথা হিংসা ৰতি লোভে নৰকে পৰয় ॥

[ নিঃ নঃ ৩৪৬ ৩৫০ ]

ইয়াত দেৱৰ উদ্দেশ্যে যজ্ঞৰ অঙ্গৰূপে বিহিত পশু হিংসাৰহে বিধান দিয়া হৈছে, ভোজনৰ উদ্দেশ্যে বা আন কোনো সাংসাৰিক কামনাৰ বশীভূত হৈ কৰা পশুহিংসা অবৈধ, গতিকে তাৰ বিধান দিয়া নাই। এই কাৰণে ধন-জন, ঐশ্বৰ্য-বিভূতি আদি লাভৰ অৰ্থে কৰা কাম্য দেৱদেৱী পূজা আৰু তদঙ্গ পশুহিংসা বিষ্ণুভক্তৰ পক্ষে একেবাৰে নিষিদ্ধ। কামবশ ব্যক্তিৰ একশৰণ বা অনন্যশৰণ ভক্ত হোৱাৰ অধিকাৰেই নাই। গতিকে সাংসাৰিককামনাপূৰ্বক দেৱ-দেৱীৰ পূজা কৰিলে ভগৱদ্‌ভক্তিৰপৰা চ্যুত হয়। দেৱ-দেৱীক পূজা কৰাটো ভক্তিচ্যুতিৰ কাৰণ নহয় যদিও, কামনা অৰ্থাৎ ঐহিক বা পাৰত্ৰিক প্ৰয়োজন সিদ্ধিৰ উদ্দেশ্যটো ভক্তিচ্যুতিৰ কাৰণ হয়। সেই কাৰণে যিসকল কামী বা ভোগলিপ্সু সেইসকলক তাৰ উদ্দেশ্যে যথাবিধি আন দেৱ-দেৱীৰ পূজা কৰিবলৈ পৰম বৈষ্ণৱসকলেও অনুমতিৰূপ বিধান দিছে। বেহাৰৰ ৰাজসভাত ৰজাৰ প্ৰশ্নৰ উত্তৰত মাধৱদেৱে কৈছে—

মাধৱে বোলন্ত কেনে শৰতকালীক।
পূজিবো আমৰা ৰাজা বোলে পুছ কিক ॥
নুপূজয় শৰতকালীক আৰা সৱে।
মাধৱে বোলন্ত ভোগ ইচ্ছা কৰি যেৱে॥
তেৱেসে পূজিবে লাগে শৰতকালীক।
ভোগ ইচ্ছা নভৈলে পূজিবো তাঙ্ক কিক ॥
ভোগক লাগিয়া ইচ্ছা কৰে যিটো লোক।
শৰতকালীক তাৰা সকলে পূজোক ॥

[শ্ৰীশ্ৰীশঙ্কৰদেৱ-মাধৱদেৱচৰিত—৭৫।৫২-৫৩
৺দৈত্যাৰি ঠাকুৰ]

*বৰ্ণাশ্ৰম-ধৰ্মৰ ভাগৱত-ধৰ্ম-ৰূপতা*

যি কোনো বৰ্ণাশ্ৰম ধৰ্মৰে অনুষ্ঠান কৰি তাক ভগৱন্তত অৰ্পণ কৰিলে যে সি ভাগৱত-ধৰ্মই হৈ পৰে এই কথাও শাস্ত্ৰকাৰসকলে সুস্পষ্টকৈয়ে কৈছে—

কবি নিগদতি শুনিয়ো নৃপতি
কহো বেদান্তৰ তত্ত্ব।
স্বভাৱে যি কৰে দান হোম মহা
তপ জপ তীৰ্থ ব্ৰত ॥
কায়বাক্যমনে যতেক আচৰে
লৌকিক বৈদিক কৰ্ম।
হুয়া একমত ঈশ্বৰ কৃষ্ণত
অৰ্পিব সিসব ধৰ্ম ॥
নিত্য নৈমিত্তিক যত জাতি ধৰ্ম
আশ্ৰমৰ যত কৰ্ম।
কৃষ্ণত অৰ্পিলে জানা সিও হোৱে
মহাভাগৱত ধৰ্ম ॥

[নিঃ নঃ ৫৩-৫৪]

ভজিয়ো হৰিৰ চৰণ পঙ্কজে
তেজিয়ো অন্যত্ৰ কাম।
সমস্ত ধৰ্মৰ ফলৰূপ জানি
নেৰিবা হৰিৰ নাম ॥

[নাঃ ঘোঃ ২৪৩]

*সমস্ত ধৰ্মৰ ফল হৰি ভক্তি*

ইয়াত হৰি-নাম বা হৰি-ভক্তিক সমস্ত ধৰ্মৰ ফলস্বৰূপ বুলি কোৱা হৈছে। কাৰণক বাদ দি যে কাৰ্য হব নোৱাৰে, এইটো সহজবোধ্য কথা। যিকোনো বেদবিহিত কৰ্মই এইদৰে যিকোনো প্ৰকাৰে কৃষ্ণ-ভক্তিৰ উপযোগী হয়। এই কাৰণে তাৰ আচৰণ অধিকাৰী লোকৰ পক্ষে একান্ত আৱশ্যক ; গতিকে ভক্তৰ পক্ষেও বৰ্ণাশ্ৰমোচিত ধৰ্মৰ ত্যাগ বিধেয় নহয়।

হৈবে দয়াশীল দয়া কৰিবে লোকক।
অন্তৰ্যামীৰূপে জানিবেক ঈশ্বৰক ॥
চিদানন্দৰূপে জানিবেক আপোনাক।
নেৰিবে স্বধৰ্ম নুবুলিবে বৃথা বাক ॥

[নিঃ নঃ ১৪৫-৪৬]

নুবুজে বেদৰ অভিপ্ৰায় গূঢ় ।
কৰ্মকো কৰিবে নজানে মূঢ় ॥
মূৰ্খ হুয়া বোলে মঞিও পণ্ডিত ।
নষ্ট কৰি ফুৰে আনৰো চিত্ত ॥
নিষ্কামে কৰিয়া সকল কৰ্ম ।
বিষ্ণুত অৰ্পিৱে সিসৱ ধৰ্ম ॥
শ্ৰৱণ কীৰ্তন তাহাৰো ফল ।
মিছাতে নাজানি নিন্দে নিষ্‌খল ॥

[কী: ৩।২৩-১৫]

তপ জপ ব্ৰত তীৰ্থ যজ্ঞ দান
কৰৈ আতি শুদ্ধ মতি ।
তেৱেসে পৰম পুৰুষ কৃষ্ণত
সাধিবে পাবৈ ভকতি ॥

[১০ম ১২৯১১]

পুৰুব জনমে যেৱে অনেক প্ৰয়াস কৰি
যাগ যোগ আচৰি থাকয় ।
তেৱে কদাচিত নৰে কৃষ্ণপদপঙ্কজত
মন নিৱেশাইবাক পাৰয় ॥

[ভ: ৰত্নাকৰ পদ ৮৮৩]

নৈষ্কৰ্ম্য

এতিয়া আপত্তি হৈছে এই যে—শাস্ত্ৰৰ অনেক ঠাইত কৰ্মবাদৰ নিন্দা কৰা দেখা যায়, মুমুক্ষুৰ (মুক্তিকামীৰ) পক্ষে কৰ্মত্যাগ বা নৈষ্‌কৰ্ম্যৰ বিধান দিয়া হৈছে, তওকো কৰ্মানুষ্ঠান পৰিত্যাগ কৰিবলৈ শাস্ত্ৰত উপদেশ দিয়া হৈছে। যেনে—

সৰ্বধৰ্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ ।
অহং ত্বাং সৰ্বপাপেভ্যো মোক্ষয়িষ্যামি মা শুচঃ ॥

[ভ: বি: ধৃত গীতা ১৮।৬৬]

ত্যক্ত্বা স্বধৰ্মং চৰণাম্বুজংহৰে ৰ্ভজন্নপক্কোঽথ পতেত্ততো যদি ।
যত্ৰ ক্ক ৱাভদ্ৰমভূদমুষ্য কিং কোৱাৰ্থ আপ্তোঽভজতাং স্বধৰ্মতঃ ॥

[ভ: বি: ধৃত ভা: ১।৫।১৭]

বেদৰ বিহিত কৰ্ম কৰিবাৰ
ভকতৰ যোগ্য নুই।
যদি মোহ হুয়া কৰে কৰ্ম ধৰ্ম
ভকতিত ভ্ৰষ্ট হুই ॥

[ভক্তিপ্ৰদীপ ১২৯]

আছয় স্বধৰ্ম যত নিত্য নৈমিত্তিক।
তাকো অনাদৰি একে হৰি ভকতিক ॥
দিয়ো উপদেশ এহি কৈলো সাৰে সাৰ।
হেনবা হুইবেক শংকা মনত তোমাৰ ॥

[ভঃ ৰঃ পঃ ৬১২]

বিধিৰ কিংকৰ যতেক সাধন
তাক পাশ কৰি থৈয়ো।
বিধিৰ ঈশ্বৰ হৰি-গুণ-নাম
তাহাতে শৰণ লৈয়ো ॥

[নাঃ ঘোঃ ২৫০]

ঘোৰ কলিযুগে যত ধৰ্ম কৰ্ম
সবে কৰিলেক দূৰ।
যিজনে কেৱলে হৰিনাম লবে
পুৰুষ সি সি চতুৰ ॥ ইত্যাদি

[তথা ২৬৮]

পূৰ্বোক্ত বৈদিক কৰ্মৰ কৰ্তব্যতাবোধক বাক্যবোৰৰ লগত এই বৈদিক কৰ্মৰ ত্যাজ্যতাবোধক বাক্যৰ বিৰোধ ঘটিছে। ইয়াৰ এটা সমাধান নহলে উভয় বিধ বাক্যই পৰস্পৰ ব্যাহতাৰ্থক হৈ অপ্ৰমাণ হৈ পৰিব।

এই আপত্তিৰ সমাধানত সন্তসকলৰ সিদ্ধান্ত এই—যিসকল ভক্ত বিষয়-বিৰক্ত নহয়, ভগৱানত একান্তভাৱে আত্মসমৰ্পণ কৰি নিৰ্গুণ-ভক্তি লাভ কৰিব পৰা নাই; মায়িক ভেদজ্ঞানৰ মাজেদিয়ে ভগৱদ্‌ভক্তি কৰি আছে সেই-সকলৰ পক্ষে ভক্তিৰ অবিৰোধীভাৱে ভাগৱত-ধৰ্মৰূপে বৈদিক-ধৰ্ম আচৰণৰ বিধান দিয়া হৈছে। ভগৱানত একান্তভাৱে যিসকলে আত্মসমৰ্পণ কৰিছে সেই নিৰ্গুণ ভক্তিৰসিকসকল বিধি পালনৰ অধিকাৰী (বিধিকিঙ্কৰ) নহয়। মায়িক ভেদজ্ঞান নথকাৰ কাৰণে তেওঁলোকৰ কৰ্তৃত্বাদি

*বিৰক্ত ভক্তৰ পক্ষেহে নৈষ্কৰ্ম্য*

অভিমান নাই, গতিকে তেনেকুৱা পৰম বিৰক্ত কৃষ্ণভক্তৰ পক্ষে সেইবিলাক কৰ্মৰ বিধানো নাই, প্ৰতিষেধো নাই

অবিৰক্ত ভকতৰ বেদ লঙ্ঘিবাৰ দোষ
কহিলোহো জানিবা নিশ্চয়।
পৰম বিৰক্ত যিটো কৃষ্ণৰ ভকত ভৈলা
তাৰ কিছু নাহিকে নিৰ্ণয়॥

[ নাঃ ঘোঃ ৫০৮ ]

তাৱৎ কৰ্মাণি কুৰ্ৱীত ন ৱিৰজ্যেত যাৱতা।
মৎকথাশ্ৰৱণাদৌ ৱা শ্ৰদ্ধা যাৱন্ন জায়তে॥

[ ভঃ বিঃ ধৃত ভাঃ ১১।২০।৯ ]

জ্ঞাননিষ্ঠো ৱিৰক্তো ৱা মদ্ভক্তো ৱানপেক্ষকঃ।
সলিংগানাশ্ৰমাংস্ত্যক্ত্বা চৰেদৱিধিগোচৰঃ॥

[তথা ১১।১৮।২৮]

ইয়াৰ অৰ্থ ভট্টদেৱ আৰু মাধৱদেৱে এইদৰে প্ৰকাশ কৰিছে—

"এতেকে বঞ্চক পদে সকল কৰ্মৰ ফলক এৰি আত্মজ্ঞানৰ অৰ্থে কৰ্ম আচৰিব। যাৱে বুদ্ধি আত্মনিষ্ঠ নহে চিত্তশুদ্ধিৰ অৰ্থে তাৱে যথোচিত কৰ্ম কৰিব। এই অৰ্থ বেদতো কহিছা, নৈষ্কৰ্মসিদ্ধিতো দেখাইছা, বশিষ্ঠ বাক্যতো পায়, ভাগৱতেয়ো কহন্ত। তাৱে পুৰুষে কৰ্ম কৰিব, যাৱে বিৰক্ত নহে, মোৰ কথা শ্ৰৱণাদিত যাৱে সাত্ত্বিক শ্ৰদ্ধা নহে। জ্ঞাননিষ্ঠ বিৰক্ত বা অপেক্ষাৰহিত মোৰ ভক্ত-চিহ্নসমে আশ্ৰম ধৰ্ম এৰি স্নান, শৌচ, আচান্তাদি মাত্ৰ কৰিব। অজ্ঞানী পুৰুষৰ ফলত্যাগ মাত্ৰ, কৰ্মত্যাগ নঘটে।"

[ কঃ গীঃ—১৮ অঃ পৃঃ—১১২ ]

তাৱত কৃষ্ণৰ ভক্ত নৰে ভক্তি অবিৰোধী কৰ্ম কৰে
কৃষ্ণৰ কথাত ৰতি যাৱে নোপজয়।
যেৱে ভৈল কৃষ্ণ কথা ৰত নিত্য নৈমিত্তিক আদি যত
কথাৰ বিৰোধী জানি সমস্তে তেজয়॥

[ নাঃ ঘোঃ ৫৯৯ ]

---

পাঠান্তৰ :— লঙ্ঘিবাক :
৫৯৮ তাৰ একো

ভক্তৰ যেতিয়া কৃষ্ণৰ কথাত ৰতি বা একান্ত শ্ৰদ্ধা হ'ব, তেতিয়া তেওঁৰ চিত্ত একমাত্ৰ ভগৱদ্‌গত হয়। অন্যান্য কৰ্ম আচৰণৰ সময়ত কৃষ্ণ কথাৰপৰা বিৰতহৈ থাকিব লগা হয় গতিকে যাতে কথাৰ বিৰতি বা বিৰাম নঘটে, অনৱৰতেই হৃদয়ত কৃষ্ণ কথাৰ স্ফুৰণ হৈ থাকিব পাৰে, তাকেই তেওঁ কৰে। ভক্তিৰসিকৰ স্বৰূপেই এনেকুৱা। ইয়াকো অৰ্থাৎ কৃষ্ণ কথাৰ অনৱৰত শ্ৰৱণ, কীৰ্তন বা স্মৰণ আৰু বৈদিক কৰ্মৰ ত্যাগ, তেওঁ কোনো বিধি বা উপদেশৰ বশীভূত হৈ নকৰে। ইয়াত মন কৰিবলগীয়া এই যে মহাপুৰুষেও উপদেশ বা বিধিবোধক কথা (কৰ্ম ত্যাগ কৰিব লাগে এনেকুৱা) এই পদত ব্যৱহাৰ কৰা নাই। 'তেজয়' এই বাৰ্তমানিক প্ৰয়োগৰদ্বাৰা কৃষ্ণ কথাৰত ভক্তই যে তেনেকুৱা কৰে, তাৰেই সূচনা কৰা হৈছে। কৰবাত যদি এনেকুৱা স্থলত বিধিপ্ৰত্যয়ৰ প্ৰয়োগ দেখাও যায় তাত হেতু-হেতুমদ্‌ভাৱ বা সম্ভাৱনা আদি অৰ্থতহে লিঙৰ ব্যৱহাৰ কৰা হৈছে বুলি বুজিব লাগে; 'জুই হলে, সি পুৰিব লাগে' এনে বাক্যত লিঙে যেনে অৰ্থ বুজাইছে তাতো সেই অৰ্থকে বুজাব। এনে ভক্তিৰসিক ব্যক্তিৰ কৰ্ম নকৰিলেও শ্ৰুতি-স্মৃতি লঙ্ঘন কৰা বুলি ভগৱদাজ্ঞাভঙ্গ দোষ নঘটে। তাৰ কাৰণ, শ্ৰুতি-স্মৃতিয়ে যাক এইবিলাক কাৰ্য কৰিবলৈ আজ্ঞা দিছে সেই যোগ্যতাসম্পন্ন ব্যক্তিয়ে যদি সেই কৰ্ম নকৰে তেতিয়া তাৰ হে সেই দোষ ঘটিব। যাৰ পক্ষে বিধান দিয়া হয় তেওঁ সেই বিধান মানিব লাগে। আনে সেই বিধান লংঘন কৰিলে একো দোষ নঘটে। যেনে, 'দ্বিজাতিয়ে গায়ত্ৰী জপ কৰিব লাগে' এই বিধান দ্বিজাতিত হে খাটিব, আনে এই বিধি লঙ্ঘন কৰাত কোনো দোষ নহয়। "ৰোগীয়ে পথ্য খাব লাগে" এই বিধানটি ৰোগীত হে খাটিব; নীৰোগ ব্যক্তিত নাখাটে গতিকে নীৰোগ ব্যক্তিক এই বিধি লঙ্ঘন কৰা বুলি দোষী কৰিব নোৱাৰি।

*বিৰক্ত বা নিৰ্গুণ ভক্তৰ কৰ্মাধিকাৰ নাই*

বেদৰ বিহিত কৰ্ম কৰিবাৰ
ভকতৰ যোগ্য নুই।
যদি মোহ হুয়া কৰে কৰ্ম-ধৰ্ম
ভকতিত ভ্ৰষ্ট হুই॥

এই পদত "ভকত" মানে পৰম বিৰক্ত নিৰ্গুণভক্ত আৰু "ভকতি" মানে নিৰ্গুণভক্তি; কৰ্ম মানে কাম্য-কৰ্ম। গতিকে ইয়াত কোৱা হৈছে যে একান্ত ভকতৰ বেদৰ বিহিত কাম্যকৰ্ম কৰাৰ যোগ্যতাই নাই যদি তেনে কৰ্ম আচৰণ কৰা দেখা তেন্তে বুজিব যে তেওঁৰ কামনাৰূপ মোহ অৰ্থাৎ তেনে কৰ্ম কৰাৰ যোগ্যতা আছে গতিকে নিৰ্গুণভক্তিৰ ভূমি তেওঁ পোৱা নাই, পাইছিল যদিও তাৰপৰা চ্যুত হৈছে। ইয়াত

'মোহ' শব্দটোৰ প্ৰয়োগবলতে কৰ্মটো যে কাম্যকৰ্ম সেইটো বুজা যায়। এই কথাৰে ভক্তক কৰ্ম কৰিবলৈ বাধা দিছে বুলি যদি স্বীকাৰ কৰা হয় তেন্তে যি ভক্ত বিধিৰ বশ নহয় তাৰ প্ৰতি এই বাধা নিৰৰ্থক হৈ পৰিব, নাইবা তেতিয়াও তাৰ বিধি-কৈঙ্কৰ্য থকাটো স্বীকাৰ কৰিব লাগিব। তেতিয়া নিত্যনৈমিত্তিক কৰ্মৰ নিষেধ বেদ-বিৰুদ্ধ অৰ্থাৎ পূৰ্বোক্ত স্ববাক্যৰ বিৰোধী হৈ পৰাৰ কাৰণে অপ্ৰামাণিক বুলি পৰিগণিত হব।

আছয স্বধৰ্ম যত নিত্যনৈমিত্তিক।
তাকো অনাদৰি একে হৰি ভকতিক॥

[ভঃ ৰঃ পঃ ১৭]

ইত্যাদি পদ আৰু "ত্যক্ত্বা স্বধৰ্মং চৰণাম্বুজং হৰেঃ" ইত্যাদি শ্লোকৰ লগত যি বিৰোধ হয় তাৰ সমাধানটো 'ভক্তিৰত্নাকৰ'তে কোৱা আছে। উক্ত শ্লোকৰ ব্যাখ্যাত শ্ৰীশঙ্কৰে কৈছে যে ভক্তিৰসিকৰ কৰ্মত অধিকাৰ নাই গতিকে ভক্তি পৰিপাকৰ পূৰ্বেই যদি কোনো ভক্তলোক ভক্তিভ্ৰষ্ট হয় বা মৰে তথাপি ভক্তিৰ ফলত নিত্যনৈমিত্তিক কৰ্ম নকৰা দোষে তেওঁক নোচোবে আৰু দোষে চুলেও তাৰ ফলত হয়তো তেওঁৰ হীন যোনিত জন্ম হব পাৰে, তাতো তেওঁৰ আচলতে একো অকল্যাণ নহয়, ভগৱদ্ভক্তিৰ বাসনাই তেওঁক তেতিয়াও ভক্তি কৰিবলৈ প্ৰেৰণা যোগাব আৰু তাৰদ্বাৰাই তেওঁ তৰি যাব। 'তথাপি ভক্তিৰসিকস্য কৰ্মানধিকাৰান্নানৰ্থাশঙ্কা। অঙ্গীকৃত্যাপ্যাহ :— ৱা শব্দঃ কটাক্ষে। যত্ৰ কিং বা নীচযোনাৱপি অমুষ্য ভক্তিৰসিকস্য কিমভদ্ৰমভূদ্ নাভূদেৱেত্যৰ্থঃ" [ভঃ ৰঃ ১৮।৪]

মাধৱক ভজে যিটো ত্যজি স্বধৰ্মক।
হোৱে যদি তাহাৰ ভকতি পৰিপক্ক॥
হুইবে কৃতাৰ্থ তাতে চিন্তা নাহিকয়।
ভক্তিৰ পক্কতা তাৰ নষ্ট নাহি হয়॥[৩]
হেলাতে ভৈলেক ভ্ৰষ্ট কিম্বা মৰিলেক।
স্বধৰ্ম ত্যাগত তাৰ অনৰ্থ হুইবেক॥
হেন শঙ্কা কদাচিতো নকৰিবা মনে।
স্বধৰ্মকো ত্যজি হৰি ভজিলা যিজনে॥
ভক্তি পৰিপক্ক নতু হোৱন্তে মৰিল।
যদি কদাচিতো তাৰ ভকতি গুছিল॥

---

৩. পাঠান্তৰ—যাহাৰ ভকতি পৰিপক্ক নতু হয়।

তথাপিতো অনৰ্থক শংকা নাহি তাৰ।
ভক্তি ৰসিকৰ নাহি কৰ্মে অধিকাৰ ॥
কটাক্ষ কৰিয়া কহোঁ কৰি অঙ্গীকাৰ।
কু-যোনিত জন্ম যদি হোৱয় তাহাৰ ॥
তথাপিতো অকল্যাণ তাৰ নাহিকয়।
ভকতিৰ বাসনায়ে নিস্তাৰ কৰয় ॥

[ ভঃ ৰঃ পঃ ৬১৩—৬১৬ ]

মানুহ জন্মা মাত্রে দেৱ, ঋষি, পিতৃ, ভূত আৰু পোষ্যবৰ্গ এই বিলাকৰ ওচৰত ঋণী হয়, পঞ্চ যজ্ঞৰূপ নিত্য আৰু নৈমিত্তিক কৰ্ম অনুষ্ঠানৰদ্বাৰা সেই ঋণ সুজিব লাগে। যেতিয়ালৈকে প্ৰাণী ভক্তিহীন হৈ বিধিৰ কিঙ্কৰ আৰু ঋণী হৈ থাকে তেতিয়ালৈহে সেই কৰ্ম কৰি বিধি পালন আৰু ঋণ-পৰিশোধ কৰিব লাগে। যিজনে সৰ্বতোভাৱে ভগৱন্তত আত্ম-সমৰ্পণ কৰিব পাৰিছে আৰু ভক্তিৰসিক হৈ ভগৱানৰ প্ৰিয় হব পাৰিছে তেওঁ নিষ্কিঞ্চন হৈছে অৰ্থাৎ তেওঁৰ নিজৰ বুলিবলৈ একোৱে নোহোৱা হৈছে, পাবলগীয়া দিবলগীয়াও একো নাই। গতিকে দেৱাদিৰ ঋণ পৰিশোধৰ দায়িত্ব তেওঁৰ নাই, কৰ্তৃত্ব ভোক্তৃত্বৰ অভিমান নোহোৱাৰ কাৰণে কৰ্তব্য কৰ্মৰ অৱসান ঘটিছে। এই কাৰণে নিত্য নৈমিত্তিক প্ৰতিষিদ্ধ আৰু কাম্য কোনো কৰ্ম আচাৰণকে কৰিব নোৱাৰে। কেতিয়াবা যদি প্ৰমাদবশতঃ তেওঁ অজ্ঞাতসাৰে অনিপ্সিতভাৱে কিবা নিষিদ্ধ কৰ্ম অনুষ্ঠিত কৰেও ভগৱানে তেওঁক সেই পাপৰপৰা মুক্তি দিয়ে। ইয়াকে গীতাৰ "সৰ্বধৰ্মান্ পৰিত্যজ্য" ইত্যাদি বাক্যত কোৱা হৈছে। "নিমিনৱসিদ্ধসম্বাদ"তো ইয়াকেই কোৱা হৈছে।

*একান্ত ভক্তৰ দেৱাদি-ঋণৰ দায়িত্ব নাই*

দেৱৰ্ষিভূতাপ্তনৃণাং পিতৃণাং ন কিঙ্কৰো নায়মৃণী চ ৰাজন্।
সৰ্বাত্মনা যঃ শৰণং শৰণ্যং গতো মুকুন্দং পৰিহৃত্য কৰ্তম্ ॥

[ ভাঃ ১১।৫।৪১ ]

দেৱ ঋষি ভূত পোষ্য পিতৃ এসবাৰ।
উপজিলে লোকত পাঞ্চৰো লাগে ধাৰ ॥
এতেকে কিঙ্কৰ ঋণী ভকতি বিহীন।
পঞ্চ যজ্ঞ কৰিয়া পাঞ্চৰো সুজে ঋণ ॥
সৰ্বভাৱে মুকুন্দত যি লৈল শৰণ।
নোহে ঋণী কিঙ্কৰ পাঞ্চৰো সিটোজন ॥

এৰি আন কৃত্য চিত্ত দিলেক হৰিত।
ভৈল কৃতকৃত্য সিটো এতেকে কলিত॥
কহিলো বিহিত কৰ্ম ত্যাগ ভকতৰ।
যদি প্ৰমাদত পাপ কৰে সিটো নৰ॥
তথাপি নলাগে তাৰ আৰ প্ৰায়শ্চিত্ত।
শুনিয়োক নিমি তুমি স্থিৰ কৰি চিত্ত।
এৰিলেক যিটো আন দেৱত ভকতি।
একে মাধৱক মাত্ৰ ভজে দৃঢ় মতি॥
তাহাৰ পাতেক যদি মিলে প্ৰমাদত।
নাশ হোৱে সিয়ো ঈশ্বৰৰ প্ৰসাদত॥

[ নিঃ পঃ ৩৯৫—৩৯৮ ]

এনে ভক্তই ইচ্ছা কৰি জ্ঞানতঃ কোনো প্ৰতিষিদ্ধ কৰ্ম আচৰণ কৰি যে পাপ কৰিব এই কথা মহাপুৰুষ শ্ৰীশঙ্কৰদেৱেও কল্পনা কৰিব পৰা নাই গতিকেহে ইয়াত "যদি প্ৰমাদত" এই কথাষাৰ ব্যৱহাৰ কৰিছে। "ভক্তি বিৱেক"ত এই কথা স্পষ্টকৈয়ে কোৱা হৈছে।

*একান্ত ভক্তৰ, ৰেয়া কামত প্ৰবৃত্তি নহয়*

যিটো ভক্ত হয় তাৰ পাপ বুদ্ধি
নুপজয় শুনিয়োক।
কোটি জন্মাৰ্জিত পুন্যেসে কৃষ্ণৰ
ভকতি পাৱয় লোক॥
তাৰ পাপ বুদ্ধি আৰ আছে কৈত
ভাৰতে ভীষ্ম পৰ্বত।
কহে ক্ৰোধ লোভ আদি পাপ বুদ্ধি
নুপজে কৃষ্ণ ভক্তত॥

[ ভক্তিবিৱেক পদ ৬৭৭ - ৭৮ ]

যিসকলে এইদৰে ভগৱন্তত একান্তভাৱে আত্মসমৰ্পণ কৰিব পৰা নাই, যাৰ হৃদয়ত অনৱৰত অবিস্মৃতভাৱে ভগৱানৰ বা তেওঁৰ নামৰ প্ৰকাশ হৈ নাথাকে তেওঁৰ বিষয়াসক্তি আছে, কৰ্তৃত্ব ভোক্তৃত্বৰ অভিমান বা আত্মপৰবোধ আছে; সেইসকলৰ পক্ষেও যে নিত্যনৈমিত্তিক কৰ্ম বৰ্জনীয়, এই কথা ক'তো কোৱা নাই। গতিকে বৈদিক কৰ্ম আচৰণৰ বিধানবিলাক তেনেকুৱা অধিকাৰী লোকতে খাটিব। সেই কাৰণে এইবিলাক অপ্ৰমাণ বা অনৰ্থক নহ'ল। হৰিস্মৰণত যেনে পুণ্য হয় হৰিবিস্মৰণত আকৌ তেনেকৈয়ে মহাপাপবোৰ সিজে—

*কৰ্মানুষ্ঠানৰ বিধিবিলাক অবিৰক্ত ভক্তত খাটিব*

যদি বোলা বিষ্ণুৰ নামক লৈয়া মুখে।
তবে ইটো তুৰ্ঘোৰ সংসাৰ মহাসুখে ॥
তবে বিধি নিষেধ শাস্ত্ৰৰ কিবা গতি।
শুনা আৰ কথা কহো তোমাত সম্প্ৰতি ॥
যাগ আদি কৰি যিটো বিধি নিৰন্তৰ।
জানিবা কিঙ্কৰ সৱে বিষ্ণু স্মৰণৰ ॥
এতেকেসে যাগ আদি বিধি আছে যত।
সিজে সৱে বিষ্ণুনাম স্মৰণ মাত্ৰত।
হেন জানি বিষ্ণুনাম স্মৰিবা সতত।
কদাচিতো বিস্মৰণ নুহিবা মনত ॥
অভক্ষ্য-ভক্ষণ আদি যত পাপ চয়।
বিষ্ণু বিস্মৰণৰ কিঙ্কৰ সমস্তয় ॥
পাহৰিলে বিষ্ণুক সিজয় পাপগণ।
এতেকেসে বিষ্ণুক নুহিবাহা বিস্মৰণ ॥

[ ভঃ ৰঃ পঃ ৩৫৯-৬২ ]

বিস্মৰণ বা পাহৰা মানে হৃদয়ত তাৰ স্ফুৰণ নহৈ আন কিবাৰ প্ৰকাশ হোৱা। যি পৰ্যন্ত জীৱৰ বিধিকৈঙ্কৰ্য থাকে সেই পৰ্যন্ত অধিকাৰ অনুসাৰে বিধি মানিবই লাগিব। বিধিকৈঙ্কৰ্য নোহোৱা হলে লৌকিক, বৈদিক কোনো বিধিৰে অধীন নহয়, গতিকে আপোনা আপুনি তাৰ কৰ্মৰ বন্ধন ছিন্ন হব। "বিধিৰ কিঙ্কৰ যতেক সাধন" এই পূৰ্বোদ্ধৃত নামঘোষাৰ পদত তেনে অৱস্থা উপাৰ্জনৰ উপায়ৰ উপদেশ দিয়া হৈছে।

বিধিকৈঙ্কৰ্যনো কি, সেইটো অলপ স্পষ্টকৈ কোৱা ভাল হব। যি বাক্য শুনিলে মানুহৰ "কোনো কাৰ্যত প্ৰবৃত্ত হব লাগে বা কোনো কাৰ্যৰপৰা নিবৃত্ত হব লাগে" বুলি বোধ জন্মে তেনেকুৱা বাক্যক বিধি বোলা হয়। বিধি শব্দৰ মূঠ অৰ্থ প্ৰেৰণা। যেনে—"ৰোগীয়ে পথ্য খাব লাগে।" "ৰোগীয়ে অপথ্য খাব নালাগে।" "ধন লাগে যদি বেপাৰ কৰা।" "সাপৰ মুখত আঙুলি নিদিবা।"—এইবিলাকে বিধি।

*বিধিকৈঙ্কৰ্য কাক বোলে ?*

যি পৰ্যন্ত মানুহৰ ৰাগ-দ্বেষ থাকে সেই পৰ্যন্ত সি এইবিলাক বিধিমতে চলে, গতিকে ভেতিয়ালৈ সি বিধিৰ অধীন। যিটো বস্তু বা কৰ্মৰপৰা প্ৰাণীয়ে তাৰ কিবা সুখ হব বুলি জানে তেনে বস্তু বা ক্ৰিয়াৰ প্ৰতি তাৰ অনুৰাগ আছে, তাৰপৰা বিযুক্ত হবলৈ সি ভয় কৰে, আৰু যিটো বস্তু বা ক্ৰিয়াৰপৰা তাৰ কিবা দুঃখ হব বুলি জানে তাৰ প্ৰতি তাৰ দ্বেষ হয়, তাৰ লগত যুক্ত হৈ থাকিবলৈ সি ভয় কৰে। গতিকে দেখা যায় মানুহে যি কৰে আৰু যি নকৰে তাৰ মূলীভূত কাৰণ ভয়। এই ভয়ৰ অধীনতাই বিধিৰ অধীনতা বা বিধিকৈঙ্কৰ্য। দ্বৈতজ্ঞান অৰ্থাৎ আত্মপৰ-ভেদজ্ঞানৰপৰাহে ভয় হয়। পূৰ্বোক্ত নিগু'ণ-ভক্তৰ ভেদজ্ঞান বা কৰ্তৃত্ব-ভোক্তৃত্ব অভিমান আদি একো ভয়ৰ কাৰণ নাথাকে, তেওঁ বিধিৰ অধীন বা বিধিকিঙ্কৰ নহয়। এই ভয় নিবৃত্তিৰ কাৰণেই ভগৱন্তত একান্তশৰণ লব লাগে। শাস্ত্ৰত কৈছে—

*ভয়ে বিধি কৈঙ্কৰ্যৰ মূল*

ভয়ং দ্বিতীয়াভিনিৱেশতঃ স্যাদীশাদপেতস্য ৱিপৰ্যয়োঽস্মৃতিঃ।
তন্মায়য়াতো বুধ আভজেত্তং ভক্ত্যৈকয়েশং গুৰুদেৱতাত্মা॥
[ ভঃ ৰঃ ধৃত ভাঃ ১১।২।৩৭ ]

অৰ্থাৎ ঈশ্বৰবিমুখ লোকে ভগৱানৰ মায়াত নিজৰ স্বৰূপ নাজানে গতিকে দেহকে আত্মা বুলি ভাৱে। এই দ্বৈতজ্ঞান বা ভেদবুদ্ধিৰপৰাই তাৰ ভয় হয়। এই ভয় নহবৰ কাৰণে গুৰু আৰু দেৱতাত আত্মবুদ্ধি কৰি অব্যভিচাৰিণী-ভক্তিৰদ্বাৰা ঈশ্বৰ ভজন কৰিব লাগে। ভগৱন্তত আত্মা, বুদ্ধি, মন—সমস্ত সমৰ্পিত হলে সেই অনন্যশৰণ-ভক্তিৰ-দ্বাৰা পুৰুষৰ দ্বৈতজ্ঞান আৰু তাৰ কাৰ্য ভয়ৰ নিবৃত্তি ঘটে আৰু লগে লগে বিধিকৈঙ্কৰ্য গুচে। তেওঁ তেতিয়া ৰাগ, দ্বেষ, ভয় আৰু বৈদিক, লৌকিক বিধিৰ শাসনৰপৰা মুক্ত হয়।

ভগৱানৰ মায়াৰ বন্ধনৰপৰা মুক্ত হৈ তেওঁৰ স্বৰূপানন্দ ভোগৰ অৰ্থে তিনিবিধ লোকে ভগৱানত ভক্তি কৰে (১) মুমুক্ষু ( মুক্তিকামী ), (২) জ্ঞাননিষ্ঠ ( যিসকলে ব্ৰহ্মজ্ঞান লাভৰ ইচ্ছা কৰে ) আৰু (৩) ভক্তিৰসিক ( যিসকল ভগৱদ্‌ভক্তিকে একমাত্ৰ কাম্য বুলি ভাৱে )।

(১) য'ত য'ত বিষ্ণুমায়াৰ প্ৰৱেশ আছে সেই সত্যলোক পৰ্যন্ত লোকত যি আনন্দ বা সুখ উপভোগ কৰিব পাৰি সেইবিলাক সুখৰ প্ৰতি মুমুক্ষু লোকৰ বাঞ্ছা নাথাকে। সমস্ত বিষয় সুখতে বিৰক্ত হৈ মুমুক্ষু ব্যক্তিয়ে আত্মাস্থ বা স্বৰূপস্থ হৈ থাকিব খোজে। ভাগৱতধৰ্ম ভগৱৎসমাধিৰ অনুষ্ঠানৰদ্বাৰা তেওঁলোকৰ মনৰপৰা বিষয়-বাসনা একেবাৰে বিলুপ্ত হলে অন্তঃকৰণটি স্বচ্ছ, নিৰ্মল, শুদ্ধ-সত্ত্বময় হৈ থাকিব। তাত প্ৰতিবিম্বিতভাৱে থকা ভগৱৎ

*আত্মাৰামৰ বিধিকৈঙ্কৰ্য নাথাকে*

চৈতন্যৰূপৰ তেতিয়া প্ৰকাশ হব আৰু সেই স্বৰূপস্থ পৰামানন্দতে তেওঁ ডুবি থাকিব, অহংকাৰ, অভিমান বা ভেদজ্ঞান একোৱে নাথাকিব ; গতিকে তেওঁ তেতিয়া আৰু বিধিৰ অধীন হৈ নাথাকে। ইয়াকে "নামঘোষা"ত কৈছে—

অবিদ্যাজনিত সুখ সত্যলোক আদি কৰি
তাত নিৰপেক্ষ নিৰন্তৰ।
কেৱলে চিদাঙ্গশুদ্ধি কৰণেসে মাত্ৰ জানা
পুৰুষাৰ্থ মুমুক্ষু জনৰ ॥

[ নাঃ ঘোঃ ১৩৩]

মুমুক্ষুজনৰ যেৱে অবিদ্যাজনিত সুখে
বিৰকতি ভৈল অতিশয়।
কেৱলে আত্মাতে মাত্ৰ সততে ৰমণ কৰে
তেৱে বিধি-কিঙ্কৰ গুচয় ॥

[ তথা ১৩৬]

ভগৱানে গীতাত এনে লোকক স্থিতপ্ৰজ্ঞ বুলি কৈছে—

প্ৰজহাতি যদা কামান্ সৰ্ব্বান্ পাৰ্থ মনোগতান্।
আত্মন্যেৱাত্মনা তুষ্টঃ স্থিতপ্ৰজ্ঞস্তদোচ্যতে ॥

[ গীতা ২।৫৫]

এই বিধৰ আদৰ্শ পুৰুষ ভাগৱতৰ ঋষভদেৱ।

*ব্ৰহ্মজ্ঞানীৰ বিধি কৈঙ্কৰ্য গুচে*

(২) জ্ঞানী লোকৰ মায়িক বা অমায়িক কোনো সুখতে আসক্তি বা অভিলাষ নাই, কোনো ভেদজ্ঞান বা কৰ্তৃত্বাদিৰ অভিমানো নাই, সমস্ত বস্তুতে তেনে পুৰুষে ভগৱানৰ সচ্চিদানন্দৰূপ উপলব্ধি কৰি থাকে। তেওঁৰ অন্তঃকৰণত জাগতিক বস্তু মাত্ৰই বিষ্ণু বা বাসুদেৱৰূপে প্ৰতীত হয় ; গতিকে তেতিয়া বিধি-কৈঙ্কৰ্য গুচে অৰ্থাৎ বিহিত বা নিষিদ্ধ কোনো কৰ্মতে অধিকাৰ নোহোৱা হয়।

বিদ্যাঅবিদ্যাজন্য সুখে নিৰপেক্ষ হুয়া
কৰিল আপোন মন স্থিৰ।
সমস্ত জগত ইটো বাসুদেৱময় মাত্ৰ
পুৰুযাৰ্থ জানিবা জ্ঞানীৰ ॥

[ না. ঘো. ১৩৪ ]

জ্ঞাননিষ্ঠজনে বিদ্যা অবিদ্যা জনিত দুয়ো
সুখে বিৰকতি ভৈল যেৰে।
বাসুদেৱময় মাত্ৰ সমস্ত জগত দেখে
বিধিৰ কিঙ্কৰ গুচে তেৰে ॥

[ নাঃ ঘোঃ ১৩৭ ]

এই অৱস্থাৰ জ্ঞানীৰ কথা ভগবদ্গীতাত কৈছে—

বহূনাং জন্মনামন্তে জ্ঞানৱান্ মাং প্ৰপদ্যতে।
ৱাসুদেৱঃ সৰ্ৱমিতি স মহাত্মা সুদুৰ্লভঃ ॥

[ গীতা ৭।১৯ ]

ভাগৱতত এই শ্ৰেণীৰ ভক্ত দেৱী দেৱহূতি।

(৩) যিসকল ভক্ত, তেওঁলোকৰ ভগৱদ্ভক্তি সুখেই একমাত্ৰ কাম্য, আন কোনো সুখতে ৰতি নাথাকে। তেওঁলোকে নিজৰ বুলিবলৈ যি আছে তাক আৰু নিজকো ভগৱানত অৰ্পণ কৰি দিয়ে। তেতিয়া কৰ্তৃত্বাদি অভিমান, ৰাগ দ্বেষ, ভেদবুদ্ধি এই সকলো নোহোৱা হয়; ভগৱদ্ভক্তিৰ বাহিৰে আন একোৰে অনুভূতি বা স্ফুৰণ নাথাকে, গতিকে তেওঁৰে তেতিয়া বিধি-কৈঙ্কৰ্য বা কৰ্মাচৰণৰ যোগ্যতা নোহোৱা হয়। কিন্তু কোনো বিধিৰ বলত নহলেও অন্তঃকৰণত ভগৱৎস্ফূৰ্তিৰ ফলত, ভক্তিৰসৰ নিৰতিশয় আনন্দানুভূতিৰ উন্মাদনাতে তেওঁ ভগৱানৰ নাম-গুণৰ শ্ৰৱণ কীৰ্তনত অনবৰতে নিমগ্ন হৈ থাকে।

*একান্ত ভক্তৰ বিধি কৈঙ্কৰ্য নাথাকে*

সমস্ত সুখক তেজি পুৰুষোত্তমৰ প্ৰেম
ভকতিক কৰিলা আশ্ৰয়।
ভকতজনৰ সেহি পুৰুষাৰ্থ মনোনীত
আনো সুখ অধিক লভয় ॥

[না. ঘো. ১৩৫]

পুৰুষোত্তমৰ প্ৰেম ভকতিৰসক মাত্ৰ
আশ্ৰয় কৰিলা যিটোজন।
শৰণ কালৰেপৰা বিধিৰ কিঙ্কৰ গুচি
কৰে সদা শ্ৰৱণ কীৰ্তন ॥

[তথা ১৩৮]

একান্ত ভকত যাৰা হয়　　কিছু অৰ্থ তাৰা নবাঞ্ছয
মহা অদভুত হৰিগুণ নামময়।
পৰম মঙ্গল কৃষ্ণযশ　　যাত পৰে আন নাহি ৰস
পৰম আনন্দ সমুদ্ৰে মজি ৰহয় ॥

[না. ঘো. ১৮৩]

শৰণ শব্দৰ অৰ্থ পূৰ্বোক্ত প্ৰকাৰে ভগৱন্তত আশ্ৰয় লাভ অৰ্থাৎ নিজৰ ৰক্ষণা-বেক্ষণকে আদি কৰি সকলোৰে ভাৰ ভগৱানত অৰ্পণ কৰি দি কায়মনোবাক্যে তেওঁকে একমাত্ৰ আশ্ৰয়ৰূপে গ্ৰহণ কৰা। এনে ভক্তৰ কথা গীতাত কোৱা হৈছে—

সৰ্বধৰ্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ।
অহং ত্বাং সৰ্ব-পাপেভ্যো মোক্ষয়িষ্যামি মা শুচঃ ॥

[ গীতা ১৮।৬৬ ]

ভাগৱতত এই শ্ৰেণীৰ ভক্ত মহাভাগৱত প্ৰহ্লাদ আৰু নাৰদ। এই শৰণৰে নামান্তৰ প্ৰপত্তি বা ন্যাস এনেকুৱা ব্যক্তিৰ ভেদজ্ঞান বা পৰিচ্ছিন্ন-বস্তু বিষয়ৰ জ্ঞান নাথাকে কাৰণেহে, তেওঁ নিত্য-নৈমিত্তিক শাস্ত্ৰবিহিত কৰ্মৰ অধিকাৰী নহয়। এই কথা মাধৱদেৱৰ নিম্নোদ্ধৃত পদৰ তাৎপৰ্যৰ পিনে লক্ষ্য কৰিলেও বুজা যায়।

চৈতন্য আদিত্য　　হৃদয়-আকাশে
সৰ্বদাই প্ৰকাশয।
উদয়াস্ত নাহি　　সন্ধ্যা উপাসনা
কৰিবো কোন সময় ॥

[ নাঃ ঘোঃ ৩৯০ ]

গতিকে এনে জ্ঞানী ভক্তৰ পক্ষে তিনি প্ৰসংগ আদি নামৰ শ্ৰৱণ-কীৰ্তনাদি বিধি পালনৰো আৱশ্যকতা নাথাকে। যাৰ এনেকুৱাকৈ হৃদয় আকাশত ভগৱৎ চৈতন্যৰ উদয় হোৱা নাই, নাইবা মাজে মাজে উদয় হৈ আকৌ অস্ত যায়, তেনে সগুণভক্তৰ বিধিকৈঙ্কৰ্য থাকে, গতিকে তেওঁৰ নিত্য-নৈমিত্তিক কৰ্মৰো নিবৃত্তি নঘটে।

অনাচাৰ কৰি মোৰ অপৰাধী নুহি।
আন দেৱ পুজে যিটো সেহি মোৰ দ্ৰোহী।[৪]

[ভ. প্ৰ. ৩৪]

---

৪.　অনাচাৰ কৰি যিটো অপৰাধ নুহি।
বেভিচাৰ কৰে যিটো সেহি মোৰ দ্ৰোহী ॥
কথা গুৰুচৰিতত এই পাঠান্তৰ আছে (কঃ চঃ পৃঃ ১৪৩)। এই পাঠ অধিক সঙ্গত।

ইয়াত অনাচাৰৰ বিধান বা অনুমতি দিয়া নাই , বিষ্ণুক ত্যাগ কৰি অন্য দেৱতাৰ পূজা কৰাটো যে নিন্দনীয় তাকেহে কোৱা হৈছে। সাধাৰণ কথাত—

"ভাতৰ তিতাই তিতা নহয়—মাতৰ তিতাইহে তিতা।" বা
"ন গৃহং গৃহমিত্যাহুর্গৃহিণী গৃহমুচ্যতে।"

ইত্যাদি স্থলত মাতৰ অধিক তীব্ৰতা আৰু গৃহিণীৰ অধিক উপকাৰিতাৰ হে কথা কোৱা হৈছে—ভাতৰ তিতাক যে তিতা বুলি নুবুজিব বা নকব আৰু ঘৰৰ সমস্ত কাৰ্যই যে গৃহিণীৰদ্বাৰাই সম্পাদিত হ্য এই কথা কোৱা বুলি কোনোৱে নুবুজে। বিষ্ণুক এৰি আন দেৱতাৰ পূজা কৰা নিন্দনীয়, তাৰ কাৰণ পাছৰ পদতে স্পষ্টভাৱে কোৱা হৈছে। যেনে

মহ মোক্ষদাতা মোত কৰি সুহি কেৱ।
তথাপিতো তেজি মোক পূজে আন দেৱ॥
যিটো মহা ম্লেচ্ছ খায় কুকুৰক মাৰি।
তাতো কৰি অপবিত্ৰ সি সি অহঙ্কাৰী॥

(তথা ৩৫)

আৰু ইয়াতে মন কৰিবলগীয়া কথা এই যে পৰম জ্ঞানী আৰু ভক্তত ভগৱৎ-স্বৰূপতাৰ প্ৰকাশ হয় গতিকে তেওঁৰ বেদপ্ৰতিষিদ্ধ, ৰাষ্ট্ৰৰ, সমাজৰ বা আন কোনো প্ৰাণীৰ উদ্বেগজনক অসৎ কৰ্মত প্ৰবৃত্তিয়ে হব নোৱাৰে . তেনে অসৎ কৰ্মৰ অনুষ্ঠান কৰা দেখিলে বুজিব লাগিব যে তেওঁৰ ভগৱদনুভূতি হোৱা নাই। নিৰ্গুণ বা একান্ত ভকত অনৱৰতে ভগৱদনুভূতি সুখত মগ্ন থাকিও ভগবানৰ দৰেই পৰম কাৰুণিক হয় গতিকে অজ্ঞ মায়াবদ্ধ জনসাধাৰণ যাতে বিপথে পৰিচালিত নহয় তাৰ কাৰণে লোক-সংগ্ৰহৰ বুদ্ধিত বৈদিক কৰ্মবিলাকৰ আচৰণ কৰে , তেওঁলোকৰদ্বাৰা বেদ-পথ নষ্ট হোৱাৰ কোনো আশংকা নাই। ইয়াকে পৰমভক্ত মাধৱদেৱে কৈছে—

*একান্ত ভক্তয়ে বেদ লংঘন নকৰে*

কৃষ্ণপদমাত্ৰ সেৱা কৰে সমস্ত কামনা পৰিহৰে
কদাচিতো বেদব্যৱহাৰ নলঙ্ঘয়।
কৃষ্ণপদসেৱাসুখ মনে অনুভৱ কৰে সৰ্বক্ষণে
তাহাঙ্ক মহন্ত বুলি জানিবা নিশ্চয়॥

[নাঃ ঘোঃ ৫৯৫]

"কৃষ্ণপদসেৱাসুখ মনে অনুভৱ কৰে সৰ্বক্ষণে" বুলি কোৱাৰদ্বাৰা ভেওঁ যে একান্ত ভক্ত সেইটো বুজা যায়। ভগৱানেও যে লোক-সংগ্ৰহৰ অৰ্থে, অজ্ঞ জনসাধাৰণক বুদ্ধিভেদ নোহোৱাকৈ ৰাখিবৰ কাৰণে কৰ্মত প্ৰবৃত্ত হয়, এই কথা গীতাত কোৱা হৈছে—

*একান্ত ভক্তয়ো লোকসংগ্ৰহাৰ্থে কৰ্ম কৰে*

ন মে পাৰ্থাস্তি কৰ্তৱ্যং ত্ৰিষু লোকেষু কিঞ্চন ।
নানৱাপ্তমৱাপ্তৱ্যং ৱৰ্ত এৱ চ কৰ্মণি ॥
যদি হ্যহং ন ৱৰ্তেয় জাতু কৰ্মণ্যতন্দ্ৰিতঃ ।
মম ৱৰ্ত্মানুৱৰ্তন্তে মনুষ্যাঃ পাৰ্থ সৰ্ৱশঃ ॥

আচাৰ্য ভট্টদেৱেও কৈছে : [গীতা ৩।২২-২৩]

জ্ঞাননিষ্ঠো ৱিৰক্তো ৱা মদ্‌ভক্তো ৱানপেক্ষকঃ।
সলিঙ্গানাশ্ৰমাংস্ত্যক্ত্বা চৰেদৱিধিগোচৰঃ ॥

[ভঃ বিঃ ধৃত ভাঃ ১১।১৮।২৮]

আচাৰ্য ভট্টদেৱে ভাগৱতৰ উক্ত বাক্য আৰু "ন বুদ্ধিভেদং জনয়েদজ্ঞানাং কৰ্মসংজ্ঞিনাম্" ইত্যাদি গীতাৰ বাক্যৰ সমন্বয় সাধন কৰি জ্ঞানী পৰম ভক্তয়ো যে বৈদিক, লৌকিক সৎ কৰ্মৰ আচৰণ কৰে, এই সিদ্ধান্তত উপনীত হৈছে।

"জ্ঞাননিষ্ঠো ৱিৰক্তো মদ্‌ভক্তোহনাপেক্ষকঃস্ত্ৰিদণ্ডাদিলিঙ্গসহিতানা-শ্ৰমাংস্ত্যক্ত্বা অৱিধিগোচৰো ৱিধিকৈঙ্কৰ্যৰহিতো লোকসংগ্ৰহাৰ্থং যথোচিত-স্নান-শৌচাচমনাদিধৰ্মানাচৰেৎ ।"

[ ভঃ বিঃ শ্লোক ১৪৪ ]

ভক্তপ্ৰৱৰ গোবিন্দ মিশ্ৰই এই কথাৰ অৰ্থ বৰ্ণনা কৰি কৈছে :—

জ্ঞান অভ্যাসত নিষ্ঠে বিৰকত
আৰো নিৰপেক্ষ ভক্ত।
সৰ্ব ধৰ্ম এৰি বিধিৰ কিঙ্কৰ
নহৈবেক হুয়ো সক্ত ॥
লোক শিক্ষা অৰ্থে স্নান আচমন
আদি কৰ্ম আচৰিব।
অজ্ঞানীক কৰ্ম ত্যাগ উপদেশ
দিয়া বুদ্ধি নচালিব ॥

[ ভক্তিবিৱেক পদ ১৮৪ ]

সেই কাৰণেই ভক্তলোকেও দেৱ-প্ৰতিমাপূজা, তীৰ্থসেৱা, দান, ব্ৰত আৰু নানা প্ৰকাৰ লোকহিতকৰ কৰ্ম কৰি সাধাৰণ লোকৰ মাজত সৎ আদৰ্শ প্ৰচাৰ কৰে। দেৱ-প্ৰতিমা, তীৰ্থ আদি বৈষ্ণৱসকলে নমনা নহয়। য'ত দেৱ, প্ৰতিমা আদিৰ হেয়তা উল্লেখ কৰা হৈছে তাৰদ্বাৰা একান্ত বৈষ্ণৱ ভক্তৰ অধিক প্ৰাশস্ত্য মাত্ৰ কীৰ্তন কৰা হৈছে—

*বৈষ্ণৱেও প্ৰতিমা তীৰ্থ আদি মানে*

প্ৰতিমাত কৰে দেৱতা বুদ্ধি।
তীৰ্থ বুলি কৰে জলত শুদ্ধি ॥
বৈষ্ণৱত নাহি ইসৱ মতি।
গৰুতো অধম কৃষ্ণ বদতি ॥ *

[ কীঃ ৩।৪'৬১ ]

ইয়াত বৈষ্ণৱত দেৱতা-বুদ্ধি আৰু তীৰ্থ-বুদ্ধি নকৰা লোকক হে 'গৰুতো অধম' বোলা হৈছে। প্ৰাকৃত ভক্তৰ পক্ষে প্ৰতিমাতে হৰিৰ আৰাধনাৰ বিধান দিয়া হৈছে—

নুপূজে ভক্তক মান্য নকৰে প্ৰাণীক।
একে প্ৰতিমাত মাত্ৰ আৰাধে হৰিক ॥
সেইজন জানিবাহা প্ৰাকৃত ভকত।
আৰূঢ় হৈয়াছে তেহোঁ ভক্তিৰ পথত ॥
অনুক্ৰমে উত্তম হৈৱেক সিয়োজন।
একোমতে নোহে জানা নিন্দাৰ ভাজন ॥

[ নিঃ নঃ ৮২/৮৩ ]

মল্লিঙ্গ-মদ্‌ভক্তজন-দৰ্শন-স্পৰ্শনাৰ্চ্চনম্‌।
পৰিচৰ্যাস্তুতিঃ প্ৰহ্ব গুণকৰ্মানুকীৰ্তনম্‌ ॥

[ভঃ ৰঃ ধৃত ৬/১১/৩৪]

"মল্লিঙ্গং মৎপ্ৰতিমা"—ইতি টীকা।

[ভঃ ৰঃ ১০ ২৫]

বেদৰ বিহিত যত প্ৰতিমাদি চয়।
সকলো প্ৰকাৰে মোক পূজিবে লাগয় ॥

[ভঃ ৰঃ পঃ ২৩।ম৭]

কৃষ্ণৰ মূৰ্তিক যিটো নেদেখে অধম।
তাৰ চক্ষু সম্যকে মৈৰাৰ চঁকা সম ॥

---

* কোনো কোনো পুথিত আছে—

তীৰ্থ বুলি কৰে জলত শুদ্ধি।
প্ৰতিমাত কৰে দেৱতা বুদ্ধি ॥

কৃষ্ণৰ স্থানক যিটো নকৰে গমন।
বৃক্ষশিলা সম তাৰ তুখানি চৰণ ॥

[ভঃ ১ম. স্কঃ ৫৫৩-৫৪]

ইয়াত কৃষ্ণ-মূৰ্ত্তি অৰ্থাৎ কৃষ্ণ-প্ৰতিমা চাবলৈ আৰু বৈষ্ণৱ-তীৰ্থলৈ যাবলৈ বিধান দিয়া হৈছে। তীৰ্থ আৰু প্ৰতিমাৰ মান্যতাৰ বিষয়ে মাধৱদেৱেও ভাগৱতৰ অনুসৰণ কৰি কৈছে—

সিও তীৰ্থ হয় জলময় তীৰ্থ যত।
শিলাৰ প্ৰতিমা সিও দেৱ স্বৰূপত ॥
কিন্তু দেৱে তীৰ্থে চিৰকালে কৰে শুদ্ধি।
দেখিলাতো মহন্তে নিৰ্মল কৰে বুদ্ধি ॥

[বত্না: ৪০৯-১০]

বিষ্ণুক নিবেদিত দ্ৰব্যবদ্বাৰাই বৈষ্ণৱৰ পিতৃ-শ্ৰাদ্ধ আৰু অন্য-দেৱতা পূজাৰ বিধান দিয়া হৈছে। যেনে—

ৱিষ্ণোৰ্নিৱেদিতান্নেন যষ্টৱ্যং দেৱতান্তৰম্।
পিতৃভ্যশ্চাপি তদ্দেয়ং তদানন্ত্যায় কল্পতে ॥

[ভঃ ৰঃ ধৃত ১০/১৩]

দেৱতা পিতৃক দেই বিষ্ণুৰ অন্নক।
ভুঞ্জিয়া অনন্ত সুখ পায় সন্তোষক ॥

[ভঃ ৰঃ পঃ ১৪,৩৬]

বিষ্ণুৰ লগত অভেদে ভাবি নিত্য নৈমিত্তিক কৰ্মত অন্য দেৱতা পিতৃ আদিৰ অৰ্চনা কৰিলে এক শৰণ ধৰ্মৰ ব্যাঘাত নঘটে।

বুলিবাহা কৰ্ম কৰে তাতো নানা দেৱপূজে
একশৰণতো কৈত হয়।
ইহাৰ উত্তৰ যিটো মোক্ষ চায় কাম্যকৰ্ম
নিষিদ্ধকো এৰিবে নিশ্চয় ॥
নিত্যনৈমিত্তিক মাত্ৰ কৰ্ম কৰিবেক সিটো
তেৱে তাক বিঘিনি নপাইব।
নিত্যনৈমিত্তিক কৰ্মে যি দেৱ পূজয় তাক
হৰিৰূপ মনত মানিব ॥

হৰিৰ আজ্ঞাক মানি　　　　দেৱ পূজিলাতো দোষ
　　নাহিকয় কৈলোঁ নিষ্ঠ কৰি।
যুধিষ্ঠিৰ অম্বৰীষে　　　　এহিমত কৰ্ম কৰি
　　মুক্তি সাধিলন্ত ভক্তি কৰি॥

এহি সদাচাৰ আত　　　　শৰণৰ ভ্ৰষ্ট নাই
　　বুজিবাহা আৰু সুনিচয়।
তান দেশ কাল পাত্ৰ　　　　হৰি নিবেদিত অন্ন
　　হৰিৰূপ মানি যিটো দেয়॥
সেই দানে ইহলোকে　　　　সৰ্বকাম বৰিষয়
　　পৰলোকে অক্ষয় হৈবেক।
দেৱ ঋষি পিতৃ ভূত　　　　আপুনাৰ স্বজনক
　　অন্ন ভাগ কৰিয়া দিবেক॥
সবাকে হৰিৰ ৰূপ　　　　মনত মানিব যেৱে
　　এক শৰণত তেৱে ৰৈব।

বিষ্ণু নিবেদিত অন্ন　　　　দেৱতা পিতৃক দিব
　　তেবে দেৱ পিতৃ তুষ্ট হৈব॥　ইত্যাদি

[গোবিন্দমিশ্ৰ, পদ ভক্তিবিবেক ২০৫-২০৮]

জাতিভেদ বা বৰ্ণাশ্ৰম ধৰ্মও যে এওঁলোকে নামানিছিল তাৰ কোনো প্ৰমাণ নাই। বৰঞ্চ স্মৃতি, পুৰাণ আদিত বৰ্ণিত অনুসাৰেই তেওঁলোকে জাতিভেদ আৰু বৰ্ণাশ্ৰমধৰ্মৰ অধিকাৰ ভেদ আদি মনাৰ প্ৰমাণ আছে। তেওঁলোকৰ মতেও বৰ্ণভেদ জন্মগত। ভগৱদ্‌ভক্তিয়ে জাতি-বৰ্ণৰ পৰিৱৰ্তন নকৰে কিন্তু অপূজ্যকো পূজ্যতম কৰে; অশুচিকো শুদ্ধ কৰে; পৰম পাতকীকো পাপৰপৰা উদ্ধাৰ কৰে। বেদৰ বৃহদাৰণ্যকোপনিষদত কোৱা হৈছে যে সুষুপ্তিত জীৱ পৰমতত্ত্ব ব্ৰহ্ম স্বৰূপে থাকে গতিকে তাৰ জাতি পৰিচ্ছেদ, কৰ্ম পৰিচ্ছেদ বা সম্বন্ধ পৰিচ্ছেদ আদি একোৱে নাথাকে। সি তেতিয়া এই সকলোবিলাকৰে অতীত হৈ ব্ৰহ্ম স্বৰূপতা প্ৰাপ্ত হয়। বৃহদাৰণ্যকোপনিষদত এই অৱস্থাৰ বৰ্ণনা তলত দিয়া দৰে দিছে—

*অসমীয়া বৈষ্ণৱেও জাতিভেদ মানে*

*একান্ত ভক্ত হলে মানুহ মাত্ৰেই পূজ্য হয়*

অত্র পিতাঽপিতা ভৱতি, মাতাঽমাতা, লোকা অলোকা, দেৱা অদেৱাঃ ৱেদা অৱেদাঃ। অত্র স্তেনোঽস্তেনো ভৱতি, ভ্ৰূণহাঽভ্ৰূণহা, চাণ্ডালোঽচাণ্ডালঃ পৌল্কসোঽপৌল্কসঃ, শ্ৰমণোঽশ্ৰমণস্তাপসোঽতাপসোঽনন্বাগতং পুণ্যেনানন্বাগতং পাপেন, তীর্ণোহি তদা সৰ্বাঞ্ছোকান্ হৃদয়স্য ভৱতি।

[ বৃঃ আঃ উঃ ৪।৩।২৭১ ]

এই উপনিষদ বাক্যৰ অৰ্থ হ'ল—এই অৱস্থাত ( সুষুপ্তিত ) পিতা অপিতা, মাতা অমাতা, লোক অলোক, দেৱ অদেৱ, বেদ অবেদ হয়। এই অৱস্থাত তস্কৰ অতস্কৰ ভ্ৰূণহন্তা অভ্ৰূণহন্তা, চণ্ডাল অচণ্ডাল, পৌল্কস অপৌল্কস, শ্ৰমণ অশ্ৰমণ, তাপস অতাপস হয়। পুণ্য বা পাপে এওঁৰ অনুগমন নকৰে। তেতিয়া এই পুৰুষে হৃদয়ৰ সকলো শোকৰপৰা মুক্তি লাভ কৰে।

এই পৰম সত্য, চিৰ প্ৰচলিত সিদ্ধান্তই স্মৃতি, পুৰাণ তন্ত্ৰ আদিতো স্বীকৃত আৰু সমৰ্থিত হৈছে। ভাগৱত, সাত্বত-তন্ত্ৰ আদি নানা বৈষ্ণৱ শাস্ত্ৰৰ যোগেদি আহি সেই কথাই আমাৰ বৈষ্ণৱমহাত্মাসকলৰ বাণীৰ ভিতৰত প্ৰতিষ্ঠা লাভ কৰিছেহি। ভাগৱতত আছে—

কিৰাতহূণান্ধ্ৰপুলিন্দপুক্কসা আভীৰশুহ্মা যৱনাঃ খশাদয়ঃ
যেঽন্যে চ পাপা যদুপাশ্ৰয়াশ্ৰয়াঃ শুধ্যন্তি তস্মৈ প্ৰভৱিষ্ণৱে নমঃ॥

[ভঃ ৰঃ ধৃত ভাঃ ২।৪।১৭]

মহাপুৰুষ শঙ্কৰেও বৰ্ণাইছে—

কিৰাত কছাৰি খাছি গাৰো মিৰি
যৱন কঙ্ক গোৱাল।
অসম মলুক ৰজক তুৰক
কুবাচ ম্লেছ চণ্ডাল॥
আনো যত নৰ কৃষ্ণ সেৱকৰ
সঙ্গত পবিত্ৰ হয়।
ভকতি লভিয়া সংসাৰ তৰিয়া
বৈকুণ্ঠে সুখে চলয়॥

[ ভাঃ ২য় স্কঃ ৫৮ ]

হৰিনামৰ মাহাত্ম্য কীৰ্তন কৰি ভাগৱতকাৰে কৈছে—

যন্নামধেয়শ্ৰৱণানুকীৰ্তনাৎ যৎ প্ৰহ্বণাদ্ যৎস্মৰণাদপি ক্বচিৎ।
শ্বাদোঽপি সদ্যঃ সৱনায় কল্পতে কুতঃ পুনস্তে ভগৱন্নু দৰ্শনাৎ॥

অহোৱত শ্বপচোঽতো গৰীয়ান্ যজ্জিহ্বাগ্রে ৱৰ্ততে নাম তুভ্যম্।
তেপুস্তপস্তে জুহুবুঃ সস্নুৰাৰ্যা ব্ৰহ্মানূচুৰ্নাম গৃণন্তি যে তে ॥

[ভঃ ৰঃ ধৃতঃ ভাঃ ৩।৩৩।৬-৭]

এই ভাগৱত বাক্যৰ মৰ্ম মহাপুৰুষেও বৰ্ণাইছে—

সিটো চণ্ডালক গৰিষ্ঠ মানি।
যাৰ জিহ্বাগ্রে থাকে হৰি বাণী ॥

[ কীঃ ৩।৩।৪০ ]

ব্ৰহ্মবধী গুৰুবধী যতেক।
পিতৃ-মাতৃ বধী পাপী অনেক ॥
কুকুৰ খায় হেন ম্লেচ্ছগণে।
সিও শুদ্ধ হোৱে হৰি কীৰ্তনে ॥
চণ্ডালো হৰিনাম লয়ে মাত্ৰ।
কৰিবে উচিত যজ্ঞৰ পাত্ৰ ॥

[ কীঃ ৩।৩।৪৬-৪৭ ]

যিটো চণ্ডালৰ জিহ্বাৰ অগ্ৰত
হৰিগুণ নাম বীজে।
তাৰে তপ জপ যজ্ঞ হোম দান
জ্ঞানা প্ৰতি নিতে সিজে ॥
কুকুৰকো খায় হেন ম্লেচ্ছসয়ো
হৰিনাম লয়ে মাত্ৰ।
এতেকে তেখনে সিওসৱ হোৱে
যজ্ঞ কৰিবাৰ পাত্ৰ ॥

[ দশম, ১৯৮৩ ]

*ভক্তিৰ শ্ৰেষ্ঠতা*

যিসকল বৰ্ণাশ্ৰম ধৰ্মৰ অধিকাৰী নহয় সেইসকলৰ পক্ষে শ্ৰুতিস্মৃত্যুক্ত মানৱ ধৰ্ম আচৰণপূৰ্বক ভগৱদ্‌ভক্তিয়ে একমাত্ৰ কৰ্তব্য আৰু মুক্তিৰ পথ।

যিসকল কোনো গুৰুতৰ পাপাচৰণ কৰাৰ কাৰণে পতিত হৈ বৰ্ণাশ্ৰম ধৰ্মৰ অধিকাৰচ্যুত হৈছে সেইসকলৰ পক্ষেও একমাত্ৰ ভগৱদ্‌ভক্তিয়ে আশ্ৰয় স্থান। ইফালে বৰ্ণাশ্ৰমী লোকৰ পক্ষেও ভগৱদ্‌ভক্তিব্যতিৰেকে বৰ্ণাশ্ৰম-বিহিত ধৰ্মই

অকলে মুক্তি নিদিয়ে গতিকে ভগৱদ্ভক্তি তেওঁলোকৰো আশ্ৰয়ণীয় পথ। এই কাৰণেই ভক্তিপথ সৰ্বশ্ৰেষ্ঠ।

পৰম নিৰ্মল ধৰ্ম হৰিনাম কীৰ্তনত
সমস্ত প্ৰাণীৰে অধিকাৰ ॥
এতেকেসে হৰিনাম সমস্ত ধৰ্মৰ ৰাজা
এহি সাৰ শাস্ত্ৰৰ বিচাৰ ॥

[ নাঃ ঘোঃ ১২৯ ]

ভক্তি নিজে পৰম আনন্দৰসময়, ধন, জন, সাধন, ফল আদি সকলোৰে মূলীভূত কাৰণ ভক্তি ; সকলো ধৰ্মই ভক্তি সহকাৰে অনুষ্ঠিত হলেহে ফল দিব পাৰে গতিকে ভক্তি শ্ৰেষ্ঠ।

তপ জপ তীৰ্থ স্নান নলাগে ধাৰণা ধ্যান
কেৱলে ভকতি গতি সাধে।
কৰন্তে নাহিকে কষ্ট অল্পৰো নাহিকে নষ্ট
আক একো বিঘিনি নবাধে ॥
তিনিও লোকত সাৰ ভকতিত পৰে আৰ
নাহি নাহি আক জানা নিষ্ট।
হৃদয়ত ৰূপ ধৰৈ বচনে নামক স্মৰৈ
সি সি জন মহন্ত বিশিষ্ট ॥

( ভঃ ১মঃ স্কঃ ১৭৪-৭৫ )

ইয়াৰ শেষৰ কথাটো বিশেষভাৱে মন কৰিবলগীয়া।

ভকতিসে মাতা ভকতিসে পিতা
ভকতি বন্ধুজন।
ভকতি সুহৃদ সোদৰ বিধাতা
ভকতিসে মহাধন ॥
ভকতিসে গতি ভকতিসে মতি
ভকতিসে দেৱ-দ্বিজ।

ভকতিসে চিত্ত ভকতিসে বিত্ত
ভকতিসে মোক্ষৰ বীজ ॥
ভকতি সদায় সহায় ভকতি
জীৱন যৌৱন প্ৰাণ ।
ইহ পৰ লোকে ভকতি বিনায়
নাই নাই গতি আন ॥

[ দশম ২২০-২২ ]

*ভগৱন্নাম-মাহাত্ম্য*

যথাৰীতি অপৰাধহীনভাৱে উচ্চাৰিত হলে ভগৱন্নামে সমস্ত ফলকে দিব পাৰে ; তেনেভাৱে উচ্চাৰিত নামৰতো কথাই নাই নামাভাসৰদ্বাৰাও অসংখ্য মহাপাপ নষ্ট হয়। কিন্তু তাতে অসুবিধা এই যে— যাৰ পাপ বৰ্তমান থাকে তাৰ পক্ষে তেনেভাৱে নামৰ উচ্চাৰণটোৱে দুঃসাধ্য হৈ পৰে। বহু জনমৰ সঞ্চিত পুণ্যৰ ফলতহে মানুহে সেই নাম উচ্চাৰণ কৰিব পাৰে। নামঘোষাত তাকেই দোহাৰিছে—

*অপৰাধহীনকহে নামে তৰায়*

শুদ্ধ বা অশুদ্ধ এক নাম বোলে বা শুনে বা মনে স্মৰে
অপৰাধহীন পুৰুষক সদ্যে তাৰে ।
দেহ ধন জন অৰ্থলোভে পাষণ্ড বুদ্ধিয়ে যিটো লয়ে
সেহি হৰিনাম তাৰিতে শীঘ্ৰে নাপাৰে ॥

[ নাঃ ঘোঃ ৬৫৫ ]

ৰত্নাৱলীতো আছে—

*পুণ্যৱন্তইহে নাম লব পাৰে*

শুনিলাহা সামাজিক মহিমা নামৰ ।
আৰ কহোঁ যুগতি শুনিয়ো আতপৰ ॥
বোলে কোনোজনে বহু প্ৰয়াসে সাধিত ।
বাঢ়বাৰিষিক আদি মুখ্য প্ৰায়শ্চিত্ত ॥
হৰিনাম উচ্চাৰণ অতি সুখকৰ ।
সিটো প্ৰায়শ্চিত্ত নোহে জানা শ্ৰেষ্ঠতৰ ॥
ইটো বচনত পৰে নাহি মহানন্দ ।
নকৰিবা তুমিসৱে ইহাত আনন্দ ॥

অনেক জনমে যিটো কৰি মহাশ্ৰম ।
পুণ্যৰ সমূহ সাঞ্চি আছে মেৰু সম ॥
নাম উচ্চাৰিতে পাৰে সি সি মহাজনে ॥
লৈয়ো আৰ সাক্ষী অজামিলৰ বচনে ॥

[ ৰত্না ৮০২-৮০৪ ]

অনৰৱত উচ্চাৰিত নামে সমস্ত ফল দিয়ে

ওপৰৰ পদত "নামাপৰাধহীন" বুলি নকৈ সাধাৰণভে 'অপৰাধহীন বুলি কোৱা হৈছে গতিকে শাস্ত্ৰান্তৰোক্ত নামাপৰাধ, ভগৱদপৰাধ আৰু বৈষ্ণৱৰ অপৰাধ এই তিনি বিধৰ কোনো অপৰাধ নাথাকিলেহে তাক নামে ভৰায় বুলি বুজিব লাগিব। নামাপৰাধ দহোটা, বিষ্ণুৰ অপৰাধ বত্ৰিশটা আৰু যি কোনো প্ৰকাৰে বিষ্ণু-ভক্তৰ অৱমাননাৰূপ বৈষ্ণৱৰ অপৰাধৰপৰা[১] মুক্ত থকাটো সংসাৰী জীৱৰ পক্ষে সহজ কথা নহয়। অনৰৱত উচ্চাৰিত নামে হলে মানুহক নামাপৰাধৰপৰাও মুক্ত কৰে—

সততে স্ফুৰে হৰিনাম গাই ।
তেৱেঁসে নামৰ দ্ৰোহ এৰাই ॥

[ কীঃ ২।২।২৮ ]

এই কাৰণে তেনেভাৱে নামোচ্চাৰণৰ বিধান দিয়া হৈছে—

জানিয়া হৰিক সততে স্মৰ ।
ক্ষণেকো ন পাসৰিবাহা নৰ ॥
যত মহাপুণ্য মহা পাতেক ।
ই দুইৰো কিঙ্কৰ জানা প্ৰত্যেক ॥

[ কীঃ ৩।১।১৪ ]

হৰিক সততে স্মৰা প্ৰজা সমস্ত ধৰ্মৰে ইসে ৰাজা
হৰিক স্মৰণে সিজয় পুণ্য কিঙ্কৰ ।
নপাসৰিবাহা কদাচিত শুনা কথা ইটো বিপৰীত
হৰি পাসৰিলে সিজে পাপ নিৰন্তৰ ॥

[ নাঃ ঘোঃ ৬০৪ ]

১. উক্ত অপৰাধবিলাকৰ বৰ্ণনা পদ্মপুৰাণ আৰু সাত্বততন্ত্ৰ আদি নানা গ্ৰন্থত আছে; নামাপৰাধৰ বৰ্ণনা কীৰ্তনতো দিয়া আছে। অনুসন্ধিৎসুসকলে বিচাৰি লব।

দ্বাদশবাৰ্ষিকাদি শাস্ত্ৰোক্ত প্ৰায়শ্চিত্তৰ বিধান সেই কাৰণেই নিৰৰ্থক নহ'ল। অজ্ঞানী কৰ্মী বা সংসাৰী লোকৰ চিত্ত সৰ্বদায় বিক্ষিপ্ত হৈ থাকে। গতিকে সি নামাপৰাধৰপৰা মুক্ত থকা সম্ভৱপৰ নহয়।

*প্ৰায়শ্চিত্ত-বিধিৰ পাৰ্থক্য*

তদুপৰি শিয়াল খেদিবৰ কাৰণে সিংহক নিযুক্ত কৰিলে যিদৰে সিংহৰ বল বিক্ৰমক অৱমাননা কৰা হয় সেইদৰে প্ৰায়শ্চিত্তৰূপে, পাপ ক্ষয়ৰ উদ্দেশ্যে, ভগৱানৰ নাম ললেও নামৰ শক্তি আৰু মহিমাৰ অৱমাননা কৰা হয়; কাৰ্যতঃ, পাপক্ষয়কাৰকৰূপে বিহিত যাগ-যজ্ঞ আদি ধৰ্মৰ লগত তাক সমব্যৱহাৰ কৰা হয়। তেনেকুৱা কৰাটো নামৰ অপৰাধ।

জানিয়ো হৰিৰ নাম নকৈবাৰ
আৰো আছে অভিপ্ৰায়।
যেন কোনজনে কুকুৰ শৃগাল
খেদাইবাক মাত্ৰ চায়॥
তাক লাগি যেন পোষণ সিংহক
মেলি নেদে কদাচিত।
সেহিমতে অতি তুচ্ছ ছাড় ইটো
কোন পাপ প্ৰায়শ্চিত্ত॥
পৰম মংগল হৰিনাম ধৰ্ম
মুকুতৰো যাত ৰতি।
পাপ প্ৰায়শ্চিত্ত অৰ্থে মহাজনে
নকৈলা নাম সম্প্ৰতি॥

[ ৰত্না ৭৮৯-৭৯০ ]

মহাপুৰুষ শঙ্কৰদেৱেও বৰ্ণাইছে—

যিটো পাপী কৰে গুৰুক হেলা।
বেদকো নিন্দে যদি কোনো বেলা॥
× × ×
ধৰ্ম্ম হোম ব্ৰত তীৰ্থত স্নান।
যতেক আছে মহাযজ্ঞ দান॥

আৰু এবে কৰে নামক সৰি।
কতনো যাতনা ভুঞ্জিবে মৰি ॥
নামৰ কীৰ্তন কৰন্তে আনে।
আন মন কৰি নুশুনে কাণে ॥
অধক যাই সিও হুইবে কলা।
বাইবেক কাণত তপত শলা ॥
নাহিকে শ্ৰদ্ধা নাপাতয় কাণ।
তাক যিটো দেয় নামৰ দান ॥
নামৰ দ্ৰোহী নাহি তাত পৰে।
ভুঞ্জাইবে যাতনা যমকিঙ্কৰে ॥
শুনিয়া নামৰ মহিমা নীতি।
তথাপি নামত নকৰে প্ৰীতি ॥
নামৰ দ্ৰোহী সিও অহংকাৰী।
ভুঞ্জিবেক কাকে জিহ্বা উভাৰি ॥

[ কীঃ ২।২।১৭-২৩ ]

নামক অৱমাননা কৰা, বেদ নমনা, নামত অৰুচি, অশ্ৰদ্ধা এইবিলাক নামাপৰাধৰ-পৰা ৰক্ষা পাবৰ কাৰণেই শ্ৰৌত-স্মাৰ্ত সমস্ত কৰ্ম যথাবিধি কৰিব লগা হয়। গতিকে পাপক্ষয়ৰ কাৰণে শাস্ত্ৰোক্ত প্ৰায়শ্চিত্তৰ আচৰণ কৰি নামৰ শ্ৰৱণ-কীৰ্তন-স্মৰণেৰে সমাপনৰদ্বাৰা তাক ( প্ৰায়শ্চিত্তৰূপ কৰ্মক ) পাপক্ষয়শক্তিযুক্ত কৰিব লাগে। তেতিয়া হে নামৰ মহিমা আৰু শক্তিৰ প্ৰতি শ্ৰদ্ধা দেখুৱা হয়। যেনে—কোনো ক্ষুদ্ৰ কাৰ্য সিদ্ধিৰ কাৰণে ৰজাক নিযুক্ত নকৰি তেওঁৰ ( ৰজাৰ ) শক্তিৰে শক্তিমান্ ৰাজকৰ্মচাৰীক নিয়োগ কৰিলে ৰজাৰ শক্তি আৰু মহিমাও অক্ষুণ্ণ থাকিল, তাৰ প্ৰতি কোনো তুচ্ছ ব্যৱহাৰো কৰা নহ'ল, বৰঞ্চ অধিক সন্মান বা শ্ৰদ্ধাহে দেখুৱা হ'ল, ঠিক সেইদৰে ইয়াতো যাগ-যজ্ঞ, ব্ৰতাদি প্ৰায়শ্চিত্তৰ নিজৰ কোনো শক্তি নাই, নামৰ সম্পৰ্কত, নামৰ শক্তিৰদ্বাৰাহে সিহঁতে শক্তিমান্ হৈ পাপক্ষয় কৰে বুলি মনা হ'ল। তাৰদ্বাৰা ভগৱানৰ নাম যে সমস্ত ধৰ্মৰ সাৰভূত এই কথা স্বীকাৰ কৰা হ'ল, অথচ যাগাদিৰ লগত তাৰ তুলনা বা যাগাদিৰ কাৰ্যত তাৰ প্ৰয়োগ কৰাৰ দোষো নঘটিল। ভক্ত বা জ্ঞানী লোকে ইচ্ছা কৰি কেতিয়াও পাপত প্ৰবৃত্ত নহয়, প্ৰমাদবশতঃ অজ্ঞাতসাৰে যদি তেওঁৰদ্বাৰা কোনো পাপকৰ্ম সম্পাদিত হয় তেন্তে অনৱৰত উচ্চাৰিত হৰিনামৰদ্বাৰা সেইবিলাক পাপ বাসনাসহ সমূলঞ্চে দগ্ধ হৈ যায়।

সিটো মহাজনে চেতনে পাপত
নকৰিবে অভিলাষ।
যদি প্ৰমাদত সিজে কদাচিত
কীৰ্তনে কৰিবে নাশ ॥

[ বস্তা ৭১৮ ]

নাম আৰু পাপ-বাসনাবিলাক পোহৰ আৰু অন্ধকাৰৰ দৰে পৰস্পৰ বিৰোধী ; যিমান সময় নাম উচ্চাৰিত, শ্ৰুত বা হৃদয়ত স্মৃত হৈ থাকে, সিমান সময় পাপবাসনাবোৰ নোহোৱা হয় ; নামৰ বিৰাম হলেই আকৌ সেইবোৰ আহি আৱৰি ধৰে ; গতিকে অনৱৰতে নামৰ স্ফুৰণ হৈ থকা অৱস্থাতহে পাপ-বাসনা বা বিষয়াসক্তিৰ একান্তভাৱে নিবৃত্তি ঘটে বুলি বুজিব লাগে। তাকেই শাস্ত্ৰত কৈছে—

শুনা যমদূত কহো নামৰ নিৰ্ণয়।
লৈলে একবাৰ নাম পাপ হোৱে ক্ষয় ॥
যেন বহুকাল ঘোৰ আন্ধাৰ আছয়।
একবাৰ প্ৰদীপ জ্বলিলে নষ্ট হয় ॥
সেহিমতে হৰিনাম লৈলে একবাৰ।
অনাদি জন্মৰ পাপ হোৱয় সংহাৰ ॥
পুনৰপি পাপ আসি চাপয় সমীপ।
বেঢ়ে অন্ধকাৰে যেন নিমাইলে প্ৰদীপ ॥
নামৰ আবৃত্তি নেৰে এতেকে মহন্তে।
নাসে অন্ধকাৰ যেন প্ৰদীপ থাকন্তে ॥
সদা নাম লোৱন্তে বাসনা হোৱে ক্ষয়।
নোপজয় পাপ পুনু চিত্ত শুদ্ধি হয়।
এতেকেসে শাস্ত্ৰে কহে সদায় স্মৰণ।
কহিলোঁ সমস্ত তোত নামৰ লক্ষণ ॥

[ বস্তা ৭৫১—৭৫৪ ]

নামৰ কীৰ্তন-স্মৰণ আদিয়ে যিদৰে পাপক্ষয় কৰে তাৰ বিস্মৰণত আকৌ সেইদৰে মহাপাপৰাশি পুঞ্জীভূত হৈ পৰে ; এই কাৰণে অবিস্মৃতভাৱে নাম শ্ৰৱণাদিৰ বিধান দিয়া হৈছে—অবিৰত নাম-কীৰ্ত্তনৰ দ্বাৰা সাঙটা কাৰ্য হয়। যেনে—

*অবিস্মৃতভাৱে নাম লোৱাৰ বিধান*

শুনিয়োক অভিপ্ৰায় আন্ত পৰে পুণ্য নাই
হোৱৈ শুদ্ধ মহা অন্ত্য জাতি ।
পৰম বান্ধৱ নাম যিটো লৱৈ অবিশ্ৰাম
তাৰ সাত কাৰ্য সাধে আতি ॥
দহৱৈ পাতকগণ পুণ্য কৰৈ উপাৰ্জন
বিৰকতি মিলৈ বিষয়ত ।
কৃষ্ণৰ চৰণে প্ৰেম ভকতিক উপজাৱৈ
পাৱৈ বিষ্ণু-জ্ঞান মহাতত্ত্ব ॥
মায়াকো দহৱৈ তাৰ কৰৈ মহা উপকাৰ
দেখা কেনে ধৰম একান্ত ।
যিটো পূৰ্ণানন্দ হৰি তেন্তে এবে একে কৰি
খৈয়া নাম হোৱৈ উপাশান্ত ॥

[ দশম ৬৬-৬৭ ]

জ্ঞান ঠাইত আকৌ একান্তভাৱে অনৱৰত ভগৱৎ-স্মৰণৰূপৰা ভগৱদ্‌ভক্তি, বিষয় বিৰক্তি আৰু ভগৱত্তত্ত্বজ্ঞান, এই তিনিটা ফল যুগপৎ একে সময়তে হয় বুলি কোৱা হৈছে—

একে কৰি, খৈয়া নাম হোৱৈ উপশান্ত ॥
ভজে মাধৱক নাম স্মৰে সৰ্বক্ষণ ।
একেবাৰে সিজে তাৰ তিনি প্ৰয়োজন ॥
প্ৰথমে উপজে প্ৰেম লক্ষণ ভকতি ।
গৃহ শৰীৰতো পাছে মিলে বিৰকতি ॥
প্ৰেমৰ আস্পদ কৃষ্ণমূৰ্তি স্ফূৰ্তি হয় ।
এককালে মিলে আসি সম্পদ ত্ৰিতয় ॥
আতিশয় ক্ষুধাত ভুঞ্জান্তে যেন মতে ।
সিজে তিনি প্ৰয়োজন প্ৰত্যেক গ্ৰাসতে ॥
হোৱে তুষ্ট দেহ পুষ্ট ক্ষুধা গুচি যায় ।
প্ৰেম ভকতিৰ বাজা শুনা অভিপ্ৰায় ।

[ নিঃ নঃ ৭২—৭৬ ]

*প্ৰায়শ্চিত্তাদিৰ বিধান সাংসাৰিক লোকত থাটিব*

অদ্বৈত জ্ঞানীৰ পক্ষে প্ৰায়শ্চিত্তাদি নানা কৰ্মৰ বিধান নিৰৰ্থক হলেও যিদৰে দ্বৈতদৃষ্টি-সম্পন্নসকলৰ পক্ষে সেইবিলাক অনুষ্ঠেয় হোৱাৰ কাৰণে সাৰ্থক হয়, সেইদৰে ভেদদৃষ্টিহীন অভিমানশূন্য একান্ত ভক্তৰ পক্ষে প্ৰায়শ্চিত্তাদি কৰ্মৰ বিধান নিৰৰ্থক বা নিষ্প্ৰয়োজন হলেও ভেদদৃষ্টিসম্পন্ন বিষয়ী লোকৰ পক্ষে সি অৱশ্য আচৰণীয় হোৱাৰ কাৰণে সাৰ্থক হৈ পৰিল।

তথাপিতো অপ্ৰ- মাণ নকৰিলে
আন প্ৰায়শ্চিত্ত যত।
যেহেন বেদত যাগ-যোগ আদি
কহি আছে প্ৰথমত ॥

পাছত সমস্ত কৰ্মক মৰ্দিয়া
অদ্বৈত জ্ঞান কহিল।
সেহি মতে আগে প্ৰায়শ্চিত্ত কহি
পাছত নাম বিহিল ॥

সকল কৰ্মক আচৰিয়া নৰে
পাছত নাম সুমৰে।
হৰিৰ নামেসে জানিবা নিশ্চয়
কৰ্মকো সুসাংগ কৰে ॥

এতেকে অজ্ঞানী মনুষ্যৰ পদে
প্ৰায়শ্চিত্ত ৰাখিলন্ত।
কৃষ্ণক নামক নানাবিধ শাস্ত্ৰে
নিবন্ধি থৈয়া আছন্ত।

অনেক জন্মৰ যিটো মহন্তৰ
পৰম পুণ্য আছয়।
স্বভাৱে নামক বিচাৰি পাইবেক
সিটো সাধু মহাশয় ॥

[বস্থা ৭৯২—৭৯৭]

পূর্বোক্ত শ্রৱণকীর্তনৰদ্বাৰাই ভক্তি আৰম্ভ হয় গতিকে এয়ে ভক্তিৰ বীজাধান। কলিযুগৰ মানৱৰ শক্তি কম; অল্প-প্রাণ মানৱৰ বিষয়াভিনিবেশো বেছি, পাপ বা অবিশুদ্ধিৰ বাটো বহুত গতিকে অধিক কষ্টসাধ্য তপস্যাদি ক্রিয়াৰ অনুষ্ঠান এই যুগৰ মানৱৰ পক্ষে সম্ভৱপৰ নহয়। সেই কাৰণে কৰুণাময় ভগৱানৰ ইচ্ছাতে নানা দোষৰ আকৰ স্বৰূপ কলি যুগতেই, ভক্তিৰ উপযোগী উৰ্বৰা শক্তি অধিক হৈছে।

*কলি যুগৰ বৈশিষ্ট্য*

এই কাৰণে ইয়াত ভক্তিবীজ উপ্ত হলেই কাল প্ৰভাৱত সহজেই অঙ্কুৰিত পল্লৱিত, পুষ্পিত আৰু ফলিত হয়। এই কাৰণে কলি যুগৰ পক্ষে শ্রৱণ কীৰ্তনকেই, ভক্তিৰ শ্রেষ্ঠ পন্থা বোলা হৈছে। উৰ্বৰাভূমিত বীজ-বপন কৰিলে যে অঙ্কুৰাদিক্রমে ভাৰপৰা ফলোৎপত্তি হয় এই কথা সহজবোধ্য।

*কলিত শ্রৱণ-কীৰ্তনৰ প্ৰাধান্য*

অন্যান্য যুগত ধ্যান, যজ্ঞ, পূজাৰপৰা যি ফল হৈছিল কলিত সম্যক্‌ভাৱে ভগৱানৰ নাম শ্রৱণ-কীৰ্তন কৰিলেই সেই ফল পোৱা যায়। সত্যাদি যুগত সমস্ত কৰ্মকে ভাগৱত ধৰ্মত পৰিণত কৰিবলৈ হলে বা অচ্ছিদ্ৰ কৰিবলৈ হলে ক্রমে ভগৱানৰ ধ্যান, যজ্ঞ আৰু পূজাৰ বিধান আছিল। কলি যুগত ভগৱানৰ নাম কীৰ্তনেহে সকলো কৰ্মক সাঙ্গ অৰ্থাৎ ফলদানযোগ্য কৰে। কৃতাদি যুগত ধ্যান পূজাদিয়ে সৰ্বত্র ভক্তি ধৰ্মৰ অব্যভিচাৰী ৰূপ আছিল। কলিত ভগৱানৰ নাম কীৰ্তনেই ধৰ্মৰ অব্যভিচাৰীৰূপ অৰ্থাৎ নাম-কীৰ্তন ব্যতিৰেকে কোনো ধৰ্মৰে সাৰ্থকতা নাই। কৃতাদি যুগত ধ্যান আদি আছিল ভাগৱত ধৰ্মৰ স্বৰূপ, নাম-কীৰ্তনাদি অন্যান্যবিলাক আছিল অঙ্গ, কলিত নাম-কীৰ্তনেই ভাগৱত ধৰ্মৰ স্বৰূপ বা প্ৰধান, বাকীবিলাকহে অঙ্গ। গতিকে অন্যান্য যুগত নাম-কীৰ্তনৰ স্থান বা উপযোগিতা যেনেকুৱা আছিল কলিত আনবিলাক তেনেভাৱে থাকিব।

কলিং সভাজয়ন্ত্যাৰ্যা গুণজ্ঞাঃ সাৰভাগিনঃ।
যত্ৰ সংকীৰ্তনেনৈব সৰ্বঃ স্বাৰ্থোঽভিলভ্যতে॥

[ ভঃ বিঃ ধৃত ভাঃ ১১।৫।৩৬ ]

কলিৰ গুণক মহাজ্ঞানী যিটো জানে।
চাৰি যুগ মাজত কলিক শ্রেষ্ঠ মানে॥
কলিত সন্তত যিটো গুণ-নাম গায়ে।
এতেকে সমস্তে সিদ্ধি সিটোজনে পায়ে॥

[ নিঃ নঃ ৩৮৭ ]

কৃতে যদ্ধ্যায়তো বিষ্ণুং ত্ৰেতায়াং যজতো মখৈঃ।
দ্বাপৰে পৰিচৰ্যায়াং কলৌ তদ্ধৰিকীৰ্ত্তনাৎ ॥

[ ভঃ ৰিঃ ধৃত ভাঃ ১২।৩।৫২ ]

ধ্যায়ন্ কৃতে যজন্ যজ্ঞৈস্ত্ৰেতায়াং দ্বাপৰেঽৰ্চয়ন্।
যদাপ্নোতি-তদাপ্নোতি কলৌ সংকীৰ্ত্য কেশৱম্ ॥

[ ভঃ ৰিঃ ধৃত বৃঃ নাঃ পুঃ ৩৮।৯৭ ]

সত্যযুগে ধ্যান কৰি যজ্ঞত ত্ৰেতাত।
যেন ফল পাৱে নৰে দ্বাপৰে পূজাত ॥
কলিত কীৰ্তন কৰি পাৱে তেন গতি।
ব্ৰহ্মা আদি দেৱে তাঙ্ক নাপান্ত সম্প্ৰতি ॥

[ নিঃ নঃ ৩৯০ ]

'ভক্তিৰত্নাকৰ'ত লিখিছে—

ইদানীং তু কলেঃ পৰমধৰ্মো নিৰূপ্যতে—
কৃষ্ণবৰ্ণং ত্বিষা কৃষ্ণং সাংগোপাংগাস্ত্ৰপাৰ্ষদম্।
যজ্ঞৈঃ সংকীৰ্তনপ্ৰায়ৈৰ্যজন্তি হি সুমেধসঃ ॥

[ ভাঃ ১১।৫।৩২ ।

এই শ্লোকৰ ব্যাখ্যাত শ্ৰীধৰস্বামীয়ে লিখিছে—

যজ্ঞৈৰৰ্চনৈঃ সংকীৰ্তনং নামোচ্চাৰণং স্তুতিশ্চ তৎপ্ৰধানৈঃ।"

[ ভঃ ৰঃ ২।১ ]

সত্যযুগে ধ্যান ত্ৰেতাযুগে যজ্ঞ
দ্বাপৰযুগত পূজা।
কলিত হৰিৰ কীৰ্তন বিনাই
আৰৰ নাহিকে দুজা ॥

[ নাঃ ঘোঃ ৩৯৯ ]

ইয়াত "আৰৰ নাহিকে দুজা" এই কথাৰ দ্বাৰা সজাতীয় দ্বিতীয়ৰহে অভাৱ বুজোৱা হৈছে ; যেনে—"আমাৰ ইয়াত তেওঁৰ বাহিৰে দ্বিতীয় মানুহ নাই" বুলি কলে তেওঁৰ সমকক্ষ ব্যক্তিৰহে নিষেধ বুজা যায় এনে স্থলত সজাতীয় বিজাতীয় দ্বিতীয়ৰ অভাৱ বুজাবলৈ গলে নিজৰ কথাৰ সংগতে বিৰোধ ঘটে। কাৰণ আন নহলেও নাম-কীৰ্ত্তন ব্যতিৰিক্ত ভগৱানৰতো অস্তিত্ব নমনাকৈ কোনোমতে নোৱাৰি ; গতিকে তেওঁৰ অস্তিত্ব স্বীকাৰৰদ্বাৰাই বিজাতীয় দ্বিতীয়ৰ নিষেধ ব্যাহত হৈ পৰে।

কলিত হৰিৰ কীৰ্ত্তনত পৰে
অন্যত্র ধৰ্ম আচৰে।
মিছাতে কেৱল শ্ৰমমাত্র পাৱে
একোয়ে ফল নধৰে ॥

[ নাঃ ঘোঃ ৮০০ ]

ইয়াৰদ্বাৰা সকলো কৰ্মতে হৰি-কীৰ্ত্তন সম্বন্ধৰ বিধান দিয়া হৈছে। হৰি-কীৰ্ত্তনৰ সম্বন্ধ ব্যতিৰেকে যে আন ধৰ্মই ফল জন্মাব নোৱাৰে এই কথাকেহে ইয়াত আন ভংগীত কোৱা হৈছে।

কলিত হৰিৰ কীৰ্ত্তন এৰিয়া
আনমতে চাহে গতি।
যেন কুলবধূ নিজ স্বামী তেজি
ভজে গৈয়া উপপতি ॥

[ নাঃ ঘোঃ ৮০১ ]

ইয়াত হৰি-কীৰ্ত্তন ত্যাগ কৰি আন কৰ্মৰদ্বাৰা গতি বিচৰাক নিন্দা কৰা হৈছে— হৰি-কীৰ্ত্তনযুক্ত আন যথাবিহিত কৰ্মক নিন্দা কৰাটো এই পদত বুজা নাযায়।

হৰে ৰাম হৰে ৰাম এ মূলমন্ত্র।
কলিত নাহিকে তপ-জপ-যজ্ঞ-যন্ত্র ॥ *

[ কীঃ ঘোঃ ৮ ]

ইয়াতো 'হৰে ৰাম' নামৰ সম্বন্ধবিহীন তপ-জপ আদিৰহে অভাৱ বুজোৱা হৈছে। "হৰে ৰাম"ক মন্ত্র বুলি উল্লেখ কৰাৰদ্বাৰা ইয়াৰ লগত সম্বন্ধযুক্ত তপ-জপ আদি যে অৱশ্য কৰণীয় সেইটোহে বুজা যায়। কাৰণ যিবিলাক শব্দ, জপযজ্ঞাদিৰ অংগৰূপে ব্যৱহৃত হয় তাকেহে মন্ত্র বোলা হয়। ভগৱন্নামো জপ যজ্ঞাদিৰ অংগৰূপে [ কীৰ্ত্তন আদিও জপেই ] ব্যৱহৃত হলেহে ফলদায়ক হয়; সেই কাৰণে তাক মন্ত্র বুলি উল্লেখ কৰা হৈছে; নহলে শাস্ত্রস্থ হৰি-নামে যথাৱস্থিতভাৱেই (শ্ৰৱণ-কীৰ্ত্তনাদি বিনাই) ভক্তি, মুক্তি আদি ফল দি থাকিলহেঁতেন। কীৰ্ত্তনাদি বিধানৰো কোনো প্ৰয়োজন নাথিল।

---

* পাঠান্তৰ : হৰি ৰাম হৰি ৰাম এ মূলমন্ত্র।
কলিত নাহি তপ যজ্ঞ মন্ত্র ॥

তন্ত্র মন্ত্র আনো দ্রব্য অনেক ।
দেশ কাল পাত্র ছিদ্র যতেক ॥
পূৰ্ণ মুহি যত যজ্ঞৰ অংগ ।
হৰিনামে কৰৈ সৱে সুসাংগ ॥

[ কীঃ ৩।৪।৫২ ]

এইবিলাক কথাৰদ্বাৰা হৰি-নামযুক্ত যজ্ঞাদি সমস্তৰে কৰ্তব্যতা প্ৰতিপাদন কৰা হৈছে। এইদৰে অধিক অদৃষ্ট কল্পনা, বাক্যভেদ আদি দোষ নঘটাকৈ, সামান্য-বিশেষভাৱ বিবেচনা কৰি, অন্যান্য বাক্যৰো পৰস্পৰ বিৰোধভঞ্জন কৰিব লাগে।



# ভগৱদ্ভক্তিৰ ৰস-ৰূপতা

শ্ৰুতিত আছে--"ৰসো বৈ সঃ। ৰসং হ্যেৱায়ং লব্ধ্বানন্দী ভৱতি। কো হ্যেৱান্যাৎ কঃ প্ৰাণ্যাৎ। যদেষ আকাশ আনন্দো ন স্যাৎ।" [ তৈত্তিৰীয়োপনিষৎ ২।৬ ] সেই ভূমৰূপ পৰমাত্মাই ৰস; জীৱ-জগৎ সেই ৰসকে লাভ কৰি আনন্দময় হয়; এই সংসাৰত কোনে চলা-ফুৰা কৰিলেহেঁতেন যদি এই নিৰাৱৰণ পৰমানন্দস্বৰূপ আকাশ ( আত্মা ) নাথাকিলহেঁতেন।

*ৰসাত্মক ব্ৰহ্ম*

"তদেতৎ প্ৰেয়ঃ পুত্ৰাৎ প্ৰেয়ো বিত্তাৎ, প্ৰেয়োঽন্যস্মাৎ সৰ্ব্বস্মাদন্তৰতৰং যদয়মাত্মা।"

[ বৃহদাৰণ্যকোপনিষদ্ ১।৪৫ ]

এই যে অন্তৰতৰ আত্মা, এৱে পুত্ৰতকৈ প্ৰিয়, বিত্ততকৈ প্ৰিয় আৰু অন্যসকলোতকৈ প্ৰিয়।

আনপিনে তেৱেঁই পৰম সুখস্বৰূপ বুলিও কোৱা হৈছে। ছান্দোগ্য উপনিষদত ব্ৰহ্মৰ্ষিত্তম মহৰ্ষি সনৎকুমাৰে নাৰদক উপদেশ দি কৈছে,—"মানুহে যদি সুখলাভ হয় বুলি বুজে তেন্তে কৰ্ম কৰে; সুখলাভ নহয় বুলি জানিলে কৰ্ম নকৰে। গতিকে সুখকে বিশেষৰূপে জানিব লাগে।"

তেতিয়া নাৰদে "সুখৰ স্বৰূপ কি" বুলি সোধাত গুৰু সনৎকুমাৰে কৈছে,—"যিটো ভূমা সেয়ে সুখ, অল্পত সুখ নাই; একমাত্ৰ ভূমাই সুখস্বৰূপ, গতিকে ভূমাকে জানিব লাগে।" নাৰদে সুধিলে--"ভূমা কি তাকেই জানিব খোজোঁ।" ইয়াৰ উত্তৰত ঋষিয়ে কৈছে, "য'ত আন একো দেখা নাযায়, আন একো শুনা নাযায়, আন একো জনা নাযায়, অন্য সমস্তৰে জ্ঞান লুপ্ত হৈ যায় সেয়ে ভূমা আৰু য'ত আন কিবা দেখা যায়, আন কিবা শুনা যায়, আন কোনো বস্তুৰ জ্ঞান থাকে সেয়ে অল্প। যি

ভূমা সেয়ে অমৃত আৰু যি অল্প সেয়ে মৰ্ত্য বা মৰণশীল।"[১]

ইয়াৰ পাছত, এই ভূমাই যে স্বপ্ৰতিষ্ঠ, সৰ্বান্তৰ্যামী, সৰ্বব্যাপক, পৰমাত্মা আৰু তেওঁক দেখিলে বুজিলে তথা উপলব্ধি কৰিলে যে মানুহে স্বপ্ৰকাশ পৰমসুখ বা আত্মানন্দ লাভ কৰে—এই কথা কোৱা হৈছে।[২]

এই শ্ৰুতিপ্ৰতিপাদ্য পৰম ৰসস্বৰূপ পৰম সুখাত্মক ভূমাই পৰংব্ৰহ্ম, পৰমাত্মা।

*ৰসাত্মক ব্ৰহ্মই শ্ৰীকৃষ্ণ*

এয়েঁই আমাৰ পৰম উপাস্য ভগৱান্ শ্ৰীকৃষ্ণ। তেওঁৰ আস্বাদন বা স্বৰূপোপলব্ধিৰ কাৰণেই আমাৰ অন্তঃকৰণ-বৃত্তি আৰু ইন্দ্ৰিয়-সমূহ, জাগতিক ভোগ্যসমূহত—নদী নিজৰা, তৰু-লতা, পৰ্বত-প্ৰান্তৰ, নীলাকাশ, শাৰদচন্দ্ৰ, তাৰ স্নিগ্ধোজ্জ্বল অমৃতবৰ্ষী কিৰণমালা, কোকিলৰ কলধ্বনি, ভ্ৰমৰৰ গুঞ্জন, মল্লিকা, মালতী যুথি, জঁাই, গোলাপ, পদুম আদি কুসুমৰ সৌৰভ, মলয়া-পৱন, কামিনী-কাঞ্চন প্ৰভৃতি বিষয়বোৰত আসক্ত হয়।

*বিষয় সুখ*

এইবিলাকৰ মাজেদি যি সেই পৰমাত্মাৰ স্বৰূপানন্দ বা স্বৰূপ সুখৰ উপলব্ধি হয় তাকেই বোলা হয় বিষয়সুখ বা সাংসাৰিক সুখভোগ।

যিবিলাক বস্তু লোকত ৰতি, ক্ৰোধ, শোক আদিৰ কাৰণ হয় সেইবিলাক কবিৰ

*বিভাৱ*

কল্পনাময় পটত অংকিত হৈ কাব্যৰদ্বাৰা বা নাট্যৰদ্বাৰা অভিব্যক্ত হলে 'বিভাৱ' নাম পায়।[৩] আৰু মানৱৰ হৃদয়ত চিৰসঞ্চিতভাৱে থকা ৰতি, ক্ৰোধ, শোক আদি স্থায়ীভাৱৰাশিক জগাই নতুনকৈ সমুজ্জীৱিত কৰি তোলে।

---

১ যদা বৈ সুখং লভতে হথ কৰোতি, নাসুখং লব্ধ্বা কৰোতি, সুখমেৱ লব্ধ্বা কৰোতি, সুখংত্বেৱ বিজিজ্ঞাসিতব্যমিতি।' সুখং ভগৱো বিজিজ্ঞাস ইতি॥ যো বৈ ভূমা তৎ সুখং, নাল্পে সুখমস্তি, ভূমৈৱ সুখং, ভূমা ত্বেৱ বিজিজ্ঞাসিতব্য ইতি। ভূমানং ভগৱো বিজিজ্ঞাস ইতি॥ যত্ৰ নান্যৎ পশ্যতি নান্যচ্ছৃণোতি, নান্যদ্ বিজানাতি স ভূমা, অথ যত্ৰান্যং পশ্যত্যন্যচ্ছৃণোতি অন্যদ্ বিজানাতি তদল্পং, যোৱৈ ভূমা তদমৃতমথ যদল্পং তন্মৰ্ত্যং স ভগৱঃ কস্মিন্ প্ৰতিষ্ঠিত ইতি, স্বে মহিম্নি, যদি বা ন মহিম্নীতি॥ [ ছাঃ উঃ ৭।২২-২৪ ]

২. অথাত আত্মাদেশ এৱ আত্মৈৱাধস্তাদাত্মোপৰিষ্টাদাত্মা পশ্চাদাত্মা পুৰস্তাদাত্মা দক্ষিণত আত্মোত্তৰত আত্মৈৱেদং সৰ্বমিতি। স বা এষ এৱং পশ্যন্নেৱং মন্বান এৱং বিজানন্নাত্মৰতিৰাত্মক্ৰীড় আত্মমিথুন আত্মানন্দঃ স স্বৰাড্ ভৱতি, তস্য সৰ্বেষু লোকেষু কামচাৰো ভৱতি॥ [ ছাঃ উঃ ৭।২৫।২ ]

৩ তত্ৰ লৌকিক-ৰত্যাদেঃ কাৰণং লৌকিকং তু যৎ।
কাব্যোপদৰ্শিতংতত্তু বিভাৱ ইতি কথ্যতে॥ [ ভক্তিৰসায়ন ৩।৭ ]

লোকত ৰতি, ক্ৰোধ, শোক আদি ভাৱোদ্ৰেকৰপৰা মানৱদেহত যিবিলাক বিকৃতি অৰ্থাৎ ৰোমাঞ্চ, কম্পন, অশ্ৰুপাত আদি শাৰীৰিক চেষ্টা প্ৰকট হয় সেইবোৰেই কাব্য বা নাট্য আদি কলাৰ মাধ্যমেৰে অভিব্যক্ত হলে তাক কোৱা হয় অনুভাৱ।[৪] ইয়াৰদ্বাৰা সামাজিকৰ হৃদয়ত জাগ্ৰত হোৱা ৰত্যাদি ভাৱ পৰিপুষ্ট বা উপলব্ধিযোগ্য হয়।

*অনুভাৱ*

লোকত ৰতি, ক্ৰোধ, শোক আদি ভাৱ হৃদয়ত উদ্ৰিক্ত হৈ উঠিলে জলমধ্যস্থ ভৰ গৰ দৰে তাৰ (স্থায়ীভাৱৰ) ওপৰেদি কিছুমান সৰুসুৰা ভাৱ যেনে—সন্তোষ, অসূয়া, চিন্তা, লজ্জা, দৈন্য, নিৰ্বেদ আদি বিচ্ছিন্নভাৱে অভিব্যক্ত হৈ উঠে। ইয়াৰদ্বাৰা মানুহজনৰ ৰত্যাদি প্ৰধান ভাৱটি অতি সমৃদ্ধ হৈ উঠে। সেইবোৰেই কাব্য, নাট্য আদি কলাৰ সহযোগত সামাজিকৰ বোধগম্য হলে তাৰ নাম হয় সঞ্চাৰী বা ব্যভিচাৰী ভাৱ।[৫]

*সঞ্চাৰী বা ব্যভিচাৰী ভাৱ*

কাব্য ব নাট্যৰদ্বাৰা উপস্থাপিত এই বিভাৱ, অনুভাৱ আৰু সঞ্চাৰী ভাৱ কলাৰ ব্যাপাৰৰদ্বাৰা সাধাৰণী-কৃত হয়, অৰ্থাৎ লোকত এইবিলাক পদাৰ্থত, 'মোৰ বা আনৰ ৰতি, মোৰ বা আনৰ ৰোমাঞ্চ, মোৰ বা আনৰ হৰ্ষ—এনেকুৱা আত্মপৰ ভেদবোধ থাকে, কিন্তু কলাৰদ্বাৰা উপস্থাপিত বিভাৱ আদি পদাৰ্থ সহৃদয় সামাজিকৰ মনৰ 'মোৰ' বা 'আনৰ' এনেকুৱা সম্বন্ধ বা ব্যক্তিগত ভাৱটিক এৰি সাধাৰণভাৱে পৰস্পৰে মিলিত হৈ প্ৰতীত হয়। ইয়াৰ ফলত সামাজিকৰ অন্তঃকৰণ-বৃত্তি ৰত্যাদিভাৱাকাৰে আকাৰিত বা পৰিণত হয় আৰু তাত প্ৰতিবিম্বিত সচ্চিদানন্দৰূপ আত্মাই তাক (ৰত্যাদিভাৱক) নিজতকৈ অনতিৰিক্তৰূপে প্ৰকাশ কৰে; তেতিয়া তাৰ নিজৰ স্বৰূপভূত আনন্দই প্ৰকাশিত বা আস্বাদিত হয়। এই কাব্য ব্যাপাৰৰদ্বাৰা নিৰাৱৰণৰূপে অভিব্যক্ত ৰত্যাদিৰূপ চিত্ত-বৃত্তিত প্ৰতিফলিত (ৰত্যাদ্যৱচ্ছিন্ন) আত্মচৈতন্যই 'কলানন্দ' বা 'ৰস'। গতিকে যি স্বৰূপানন্দ বিষয়ৰ মাজেদি প্ৰকাশ হৈ বিষয়সুখ নামেৰে অভিহিত হয় সেয়ে আকৌ লৌকিকবিষয়বিমুক্ত চিত্তত বিভাৱ, অনুভাৱ, সঞ্চাৰী ভাৱৰদ্বাৰা অভিব্যক্ত হৈ 'ৰস' নামৰ বাচ্য হয়।

*ৰস*

---

৪. লৌকিকমেৱ ৰত্যাদেৰ্লোকে যৎ কাৰ্যমীক্ষিতম্।
কাব্যোপদৰ্শিতং তৎস্যাদনুভাৱ পদাস্পদম্॥

[ তথা ৩।৮ ]

৫. লৌকিক্যাস্তু ৰত্যাদে যে ভাৱাঃ সহকাৰিণঃ।
কাব্যোপদৰ্শিতাস্তেতু কথ্যন্তে ব্যভিচাৰিণঃ॥

] ভক্তিৰসায়ন ৩।৯ ]

আমাৰ দেশৰ বৈষ্ণৱসকলৰ মতে যে ভগৱান্ সচ্চিদানন্দ বিগ্ৰহ, সমস্ত সুখ বা আনন্দৰ স্বৰূপভূত, প্ৰাণীমাত্ৰৰে আত্মা, পৰম প্ৰিয়; তেওঁৰ স্বৰূপানন্দই যে বিষয়ৰ মাজেদি প্ৰকট হলে বিষয়সুখ বুলি প্ৰতীত হয় আৰু তেৱেঁই যে সমস্ত ৰসৰ আকৰ—এইবিলাক কথা আগেয়ে কোৱা হৈছে। এক ভূমানন্দ বা স্বৰূপানন্দৰূপ তত্ত্বই যে বিষয়ানন্দ, কলানন্দ বা ৰসৰূপে আস্বাদিত হয়—এই কথা আলংকাৰিকসকলেও মুক্তকণ্ঠে স্বীকাৰ কৰিছে। বিষয়ানন্দৰ ক্ষেত্ৰত সেই স্বৰূপানন্দ মায়িক বিষয়ৰদ্বাৰা অৱচ্ছিন্ন বা উপহিত হৈ প্ৰতীত হয়, তাৰ ভূমভাৱটি অবিদ্যা বা ৰত্যাদি ভাৱৰ কাৰণীভূত মায়াৰ আৱৰণ শক্তিৰদ্বাৰা আবৃত থাকে; সেইকাৰণেই সি নিৰৱচ্ছিন্ন বা অখণ্ড নহয়। "ৰসগংগাধৰ"ত পণ্ডিতৰাজ জগন্নাথে আৰু "ভগৱদ্ ভক্তিৰসায়ন"ত মধুসূদন সৰস্বতীয়ে এইবিলাক কথা স্পষ্টভাৱে কৈছে।[৬]

*আলঙ্কাৰিক সকলৰ লগত অসমীয়া বৈষ্ণৱৰ ঐকমত্য*

আচাৰ্য অভিনৱ গুপ্তপাদে শান্তৰসকে সৰ্বোত্তম আৰু প্ৰকৃতি বা মূলৰস বুলি কয়। তেওঁৰ অভিপ্ৰায় এই যে "শম" বা শান্ত অৱস্থা' হ'ল,—বিষয় সংস্পৰ্শবিৰত চিত্তত সচ্চিদানন্দাত্মক আত্মাৰ স্বৰূপাৱস্থান, শান্তৰসৰ স্থায়ীভাৱ শম, তত্ত্বজ্ঞান বা আত্মজ্ঞান। এই আত্মজ্ঞান আৰু আত্মা অভিন্ন বস্তু; আত্মা স্বৰূপতে আনন্দময় বা ৰসস্বৰূপ, ফলতঃ এই আত্মস্বৰূপেই শান্তৰসৰ স্থায়ীভাৱ। এই আত্মস্বৰূপক ভিত্তি কৰিয়ে বাকী সমস্ত ৰস আৰু ভাৱৰ স্ফুৰণ হয়।

*সৰ্বৰসৰ মূল শান্তৰস*

---

৬. ......"প্ৰমাত্ৰা স্বপ্ৰকাশতয়া ৱাস্তৱেন নিজস্বৰূপানন্দেন সহ গোচৰীক্ৰিয়মাণঃ প্ৰাক্‌ৱিনিৱিষ্ট-ৱাসনাৰূপো ৰত্যাদিৰেৱ ৰসঃ", × × × × ইত্থং চাভিনৱগুপ্ত-মম্মটভট্টাদি-গ্ৰন্থস্বাৰস্যেন ভগ্নাৱৰণচিদ্‌ৱিশিষ্টো ৰত্যাদিস্থায়ীভাৱো ৰস ইতি স্থিতম্। ৱস্তুতস্তু ৱক্ষ্যমান-শ্ৰুতিস্বাৰস্যেন ৰত্যাদ্যৱচ্ছিন্না ভগ্নাৱৰণ-চিদেৱ ৰসঃ, সৰ্বথৈৱ চাস্যা ৱিশিষ্টাত্মনো ৱিশেষণং ৱিশেষ্যং বা চিদংশমাদায় নিত্যত্বং স্বপ্ৰকাশত্বং চ সিদ্ধং ৰত্যাদ্যংশমাদায় ত্বনিত্যত্বমিতৰভাস্যত্বং চ; চৰ্বণা চাস্য চিদ্‌গতাৱৰণভঙ্গ এৱ প্ৰাগুক্তা তদাকাৰান্তঃকৰণবৃত্তিৰ্বা" ইত্যাদি।

[ ৰসগঙ্গাধৰ, ১ম আনন ]

ভগৱান্ পৰমানন্দস্বৰূপঃ স্বয়মেৱ হি।<br>
মনোগতস্তদাকাৰ ৰসতামেতি পুষ্কলম্ ॥<br>
কান্তাদি-বিষয়েঽপ্যস্তি কাৰণং সুখচিদ্‌ঘনম্।<br>
কাৰ্যাকাৰতয়া ভেদেঽপ্যাবৃতং মায়য়া যতঃ ॥

[ ভক্তিৰসায়ন ১।১০,১১ ]

সুখস্যাত্মস্বৰূপত্বাৎ তদাধাৰো ন বিদ্যতে।<br>
তদব্যঞ্জিকায়া বৃত্তেস্তু সামাজিক-মনঃ প্ৰতি ॥

[ তথা ৩।৩ ]

বাকী ভাৱবিলাক সকলো ইয়াৰ ( শম বা আত্মস্ফুৰণৰ ) লগত ব্যভিচাৰী।[৭] সমস্ত ৰসতে আত্মাৰ স্বৰূপানন্দৰ ভান হয় গতিকে, সকলোতে শান্ত বা শম ভাৱৰ সংস্পৰ্শ অৱশ্যম্ভাৱী। অভিনৱাচাৰ্যই কৈছে যে সকলো ৰসৰে আস্বাদ শান্তৰসৰ দৰে হয়; কাৰণ, সকলোতে চিত্তৰ বহিৰ্বিষয়-নিবৃত্তি থাকে, চিত্ত বহিৰ্বিষয়-নিবৃত্ত নহলে কোনো ৰসৰে স্ফুৰণ নহয়।[৮]

সেই সেই বিভাৱ, অনুভৱ আদি নিজ নিজ কাৰণৰদ্বাৰা শান্তৰপৰাই আনবিলাক ৰস ওপজে আৰু সেই কাৰণবোৰ নাইকিয়া হলে শান্ততে লয় পায়।

স্বং স্বং নিমিত্তমাদায় শান্তাদুৎপদ্যতে ৰসঃ।
পুনৰ্নিমিত্তাপায়ে তু শান্ত এৱ প্ৰলীয়তে।

[ অভিনৱভাৰতী ]

অভিনৱগুপ্তপাদে ভগৱদ্‌ভক্তিক শান্তৰকৈ বেলেগ ৰস বুলি গণ্য নকৰি শান্ত ৰসৰে অংগ বুলি স্বীকাৰ কৰিছে।

*ভক্তি অ'তৰিক্ত ৰস নহয়*

"অতএৱ ঈশ্বৰপ্ৰণিধানৱিষয়ে ভক্তিশ্ৰদ্ধে স্মৃতিমতি-ধৃত্যুৎসাহাদ্যনুপ্ৰৱিষ্টে অনাথৈৱাঙ্গম্ ( শান্তস্য ) ইতি ন তয়োঃ পৃথগ্‌ৰসত্বেন গণনম।"

[ অভিনৱভাৰতী— নাট্যশাস্ত্ৰ— ৬।১০৯ ]

ঈশ্বৰ প্ৰণিধান বিষয়ক ভক্তি আৰু শ্ৰদ্ধা, স্মৃতি-মতি-ধৃতি আৰু উৎসাহ প্ৰভৃতিত অনুপ্ৰৱিষ্ট হৈ শান্ত ৰসৰে অংগ হয়; সেই কাৰণে সিহঁতক পৃথক্ ৰস বুলি গণনা কৰা নহ'ল। ইয়াত আচাৰ্যই যে "ঈশ্বৰ-বিষয়ক ভক্তি শ্ৰদ্ধা" নুবুলি 'ঈশ্বৰ-প্ৰণিধানবিষয়ক ভক্তি শ্ৰদ্ধা'' বুলিছে সেইটো অৱশ্যে লক্ষণীয়। ঈশ্বৰ-প্ৰণিধান বা ঈশ্বৰাভিধ্যানৰূপ যি ভক্তি অৰ্থাৎ ঈশ্বৰ বিষয়ক ধাৰাবাহিক চিত্তবৃত্তি ( যাক আমি ভক্তি বুলিছোঁ ) তাৰ প্ৰতি যি আগ্ৰহ ( তাকে পাবৰ কাৰণে চিত্তৰ ব্যগ্ৰতা বিশেষ ) তাকেই ইয়াত 'ভক্তি'

---

৭. "ইহ তত্ত্বজ্ঞানমেৱ তাৱন্মোক্ষসাধনমিতি তস্যৈৱ মোক্ষে স্থায়িতা যুক্তা। তত্ত্বজ্ঞানং নামাত্মজ্ঞানমেৱ।" .... তেনাত্মৈৱ জ্ঞানানন্দাদি-ৱিশুদ্ধ-ধৰ্মযোগী পৰিকল্পিত-ৱিষয়োপভোগ ৰহিতোঽত্ৰ স্থায়ী। ন চাস্য স্থায়িতয়া স্থায়িত্বং ৱচনীয়ম্ ৰত্যাদয়ো হি তত্তৎকাৰণান্তৰোদয়-প্ৰলয়োৎপদ্যমান-নিৰুধ্যমানৱৃত্তয়ঃ কঞ্চিৎ কালমাপেক্ষিকতয়া স্থায়িৰূপাত্মভিত্তিসংশ্ৰয়াঃ সন্তঃ স্থায়িন ইতি উচ্যন্তে। তত্ত্বজ্ঞানং তু সকলভাৱান্তৰভিত্তিস্থানীয়ং সৰ্বস্থায়িভ্যঃ স্থায়িতমং সৰ্বা ৰত্যাদিকা চিত্তৱৃত্তিঃ ৱ্যভিচাৰী ভাৱয়ন্নিসৰ্গতএৱ সিদ্ধস্থায়ীভাৱমিতি ... ... ... শম আত্মস্বভাৱঃ; স শব্দ শব্দন মুনিনা ৱ্যপদিষ্টঃ। [অভিনৱভাৰতী]

৮. তত্ৰ সৰ্বৰসানাং শান্তপ্ৰায় এৱাস্বাদঃ ৱিষয়েভ্যো ৱিপৰিবৃত্ত্যা। [অভিনৱভাৰতী]

শঙ্কৰদ্বাৰা কোৱা হৈছে। গতিকে ঈশ্বৰ প্ৰণিধান বা নিৰ্গুণা-ভক্তিৰ সাধনৰূপ জেনে সগুণা-ভক্তিকহে শান্ত ৰসৰ অংগ বুলি কোৱা হৈছে।

অভিনৱৰ অভিপ্ৰেত শম বা আত্মজ্ঞানটি আমাৰ বৰ্ণিত নিৰ্গুণা-ভক্তিৰ ভিতৰতে পৰে; এই কথা পাছত স্পষ্ট হ'ব। ইয়াৰদ্বাৰা এইটো কথা সিদ্ধ হ'ল যে আমি যাক সচ্চিদানন্দৰূপ পৰমাত্মা, ব্ৰহ্ম নাইবা ভগৱান্ বুলিছোঁ ৰসবাদীসকলেও তাকে যি কোনো প্ৰকাৰে সৰ্ব ৰসৰ মূলীভূত পৰম ৰসস্বৰূপ বুলি স্বীকাৰ কৰিছে।

*ভগৱদ্‌ভক্তিৰ শমভাৱৰূপতা*

সাহিত্যিকৰ পৰিভাষা 'ৰস' শব্দই যাক বুজায় সি হৈছে কাব্যাদি কলাৰদ্বাৰা উপস্থাপিত, সাধাৰণীকৃত বিভাৱাদি কাৰণৰ সমবায়ত উপনীত, ভাৱাভিষিক্ত চিত্তত নিজ স্বৰূপৰ আনন্দাংশৰ প্ৰকাশ; গতিকে যিমান পৰ কলাৰদ্বাৰা উপস্থাপিত অৰ্থৰ অৱলম্বন বা উপলব্ধি অথবা তাৰ ধ্বনিৰ আলোড়ন থাকে সিমান পৰলৈয়ে সেই আস্বাদন স্থায়ী হয়। কলাৰদ্বাৰা উপস্থাপিত অৰ্থক অৱলম্বন নকৰাকৈ তাৰ প্ৰকাশ নহয়।

*কলানন্দ*

জ্ঞানীসকলে যেতিয়া অদ্বৈততত্ত্বৰ উপলব্ধি কৰি সেই স্বৰূপানন্দৰূপতা প্ৰাপ্ত হয় তেতিয়া তেওঁ সেই মহানন্দত ডুবি যায় আৰু তেওঁৰ হৃদয়ত অনবৰত কেৱল সেই ৰসাস্বাদ বা ৰসৰ স্ফুৰণেই একমাত্ৰ থাকে। এয়ে ব্ৰহ্মবিদ্যা বা অদ্বৈত জ্ঞানানন্দ। ইয়াত স্বব্যতিৰিক্ত কোনো বাহ্য অৱলম্বন নাই গতিকে ই নিৰৱলম্ব, নিৰ্বিকল্প স্বপ্ৰতিষ্ঠ আৰু নিঃসীম। অভিনৱে ইয়াকে শান্ত ৰসৰ স্থায়ীভাৱ 'শম' বুলি কৈছে।

*ব্ৰহ্মানন্দ*

পৰম ৰসাত্মক ভগৱানৰ প্ৰতি যি আকৰ্ষণ বা ধাৰাবাহিকভাৱে প্ৰৱহমান, ভগৱদাকাৰে আকাৰিত, দ্ৰৱীভূত চিত্তবৃত্তি, সেয়ে ভক্তি বা ভগৱদ্‌ৰতি। বাস্তৱিকতে ব্ৰহ্ম বা আত্মাৰ লগত অভিন্ন বিভু নিত্য পৰিপূৰ্ণ সুখবোধাত্মক ভগৱন্তই ইয়াৰ আলম্বন, বিষয় সংস্পৰ্শ মুঠেও নাই; গতিকে আত্ম-সাক্ষিক সেই তন্ময় চিত্তবৃত্তি উচ্চল আনন্দ পৰিপূৰ্ণ তত্ত্বৰূপেই অৱস্থান কৰে। এই জ্ঞানাত্মিকা ভক্তি ভগৱন্মাত্ৰাৱলম্বন, সবিকল্পক, নিঃসীম আৰু নিৰতিশয়। ব্ৰহ্মানন্দতকৈ ইয়াত সচ্চিদানন্দৰূপ ভগৱানৰ প্ৰকাশ বা আনন্দাংশৰ আস্বাদ কোনো প্ৰকাৰে ন্যূন বা হীন নহয়। ব্ৰহ্মানন্দত চিত্তৰ দ্ৰৱীভাৱ নাথাকে, ভক্তিৰ আনন্দত চিত্ত দ্ৰৱীভূত হয়; গতিকে ব্ৰহ্মবিদ্যাৰ আনন্দ গৌৰৱমণ্ডিত পৰ্বতৰাজ হিমালয়ৰ দৰে স্থিৰ-নিশ্চল আৰু ভগৱদ্‌ভক্তিৰ আনন্দ উত্তালতৰংগৰিকম্পিত মহাসমুদ্ৰৰ দৰে চল-গম্ভীৰ। প্ৰকৃতিস্থ সূৰ্যৰ ৰশ্মি যিদৰে অধিক শক্তিশালী স্বচ্ছ আৰ্চিত প্ৰতিফলিত হ'লে

*ভগৱৎ-প্ৰেমানন্দ*

অতি তীব্ৰভাৱে আমাৰ চকুত লাগে, সেইদৰে ভগৱৎস্বৰূপানন্দও ভক্তৰ দ্ৰৱীভূত চিত্তত প্ৰতিফলিত হলে ব্ৰহ্মানন্দতকৈও তীব্ৰতৰভাৱে অনুভূত বা আস্বাদিত হয়। সেইকাৰণেই ব্ৰহ্মজ্ঞান-পৰিতৃপ্ত, আত্মাৰাম জ্ঞানীসকলেও স্বেচ্ছাই ভগৱদ্ভক্তিৰ আস্বাদত মগ্ন হৈ থাকে।

আত্মাৰামাস্ত মুনয়ঃ নিৰ্গ্ৰন্থা অপ্যুৰুক্ৰমে।
কুৰ্ৱন্ত্যহৈতুকীং ভক্তিমিত্থম্ভূতগুণো হৰিঃ॥

[ ভাগৱত ]

ঐকান্তিক মহামুনি যত নিবৰ্ত্তিয়া বিধি নিষেধত
নিৰ্গুণ ভাৱত থিতি হুয়া নিৰন্তৰে।
জানি পুৰুষাৰ্থ সাৰতত্ত্ব কৃষ্ণ কথামৃত সাগৰত
কথনে মথনে সদায় ৰমণ কৰে।
হৰিৰ গুণৰ দেখা বল লভিলেক যিটো মোক্ষ ফল
তাহাৰাসৱৰো চিত্তক আনয় টানি।
এতেকে নিপুণ যিটোজন কৃষ্ণৰ চৰণে দিয়া মন
হৰিৰ গুণক নছাৰিবা সাৰ জানি॥

[ নাঃ ঘোঃ ৬৪৭-৬৪৮ ]

এয়ে পৰম প্ৰেমাত্মিকা নিৰ্গুণা-ভক্তি বা ৰসময়ী ভকতি, ৰসময়ী ৰসস্বৰূপা অৰ্থাৎ ভগৱৎস্বৰূপভূতা ভক্তি। কাব্য, নাট্য আদি কলাৰদ্বাৰা ব্যঞ্জিত পাৰিভাষিক নৱৰসতকৈও অধিক মধুৰ, অধিক প্ৰকাশময় আৰু পৰিপূৰ্ণ। ইয়াকে মধুসূদন সৰস্বতীয়ে কৈছে—

*ভগৱদ্ভক্তি পৰিপূৰ্ণ-ৰসস্বৰূপা*

কান্তাদিবিষয়া বা যে ৰসাদ্যাস্তত্ৰ নেদৃশম্।
ৰসত্বং পুষ্যতে পূৰ্ণসুখাস্পৰ্শিত্বকাৰণাৎ॥
পৰিপূৰ্ণৰসা ক্ষুদ্ৰ-ৰসেভ্যো ভগৱদ্ৰতিঃ।
খদ্যোতেভ্য ইৱাদিত্য-প্ৰভেৱ বলৱত্তৰা॥

[ ভক্তিৰসায়ন ২।৭৭-৭৮ ]

কান্তাদি-বিষয়ক যি ৰস আৰু ভাৱ আদি প্ৰকটিত হয় সেইবিলাকৰ ভিতৰত পূৰ্ণ আনন্দৰ বিকাশ নাথাকে ; এই কাৰণে সেইবিলাকত এনেকুৱা অৰ্থাৎ ভগৱদ্বিষয়ক ৰতিত যেনেকুৱা ৰসপুষ্টি ঘটে তেনেকুৱা ৰসপুষ্টি নহয়। কান্তাদি-বিষয়ক যি ৰস সেইবিলাক ভগৱদ্বিষয়ক ৰতিৰ তুলনাত, আদিত্য প্ৰকাশৰ তুলনাত জোনাকী পৰুৱাৰ

দৰে ক্ষুদ্ৰ আৰু ভগৱদ্‌ৰতি আদিত্য প্ৰকাশৰ দৰে মহিমামণ্ডিত। অসমীয়া বৈষ্ণৱ সাধুসকলেও এই কথাকে প্ৰকাৰান্তৰে বাৰম্বাৰ ৰিঙিয়াই কৈছে—

কৃষ্ণৰ ভকতি সুখ সাগৰ সংকাশ।
অমৃততো ধিক স্বাদ নাহিকে প্ৰয়াস।

[ ১০ম স্কঃ ]

হেন তজু পদে অখণ্ডিত ৰতি হৌক।
শ্ৰৱণ কীৰ্তন ৰসে কদাপি নেৰোক।

[ তথা ]

তেবেসে লোকৰ হৈবেক কৃষ্ণৰ
চৰণত প্ৰেম ৰস।

[ ২য় স্কন্ধ ]

মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময়ী মাগোহো ভকতি।

[ না ঘো. ১ ]

হৰি-কথা-অমৃতৰ সম্যক-আলাপ-ৰসে।

[ না. ঘো. ৪০ ]

হৰি কীৰ্তনৰ মহা আনন্দ সুখক আশে
কৰে কতো সৱ মহাজনে।
মুকুতি সুখকো তেজি মহন্ত জনৰ সংগে
খোজে অতি কৃষ্ণৰ চৰণ॥
কিন্তু ইটো মহা ধৰ্ম মাধৱৰ জন্ম কৰ্ম
বেদে যাৰ নপাৱে মহিমা।
হৰিনাম কীৰ্তনত মিলে মোক্ষ আদি যত
কীৰ্তন সুখৰ নাহি সীমা॥
মধুৰৰো সুমধুৰ হৰিৰ কীৰ্তন ৰস
মঙ্গলৰো পৰম মঙ্গল।
এতেকেসে মুকুতিকো ত্যজি হৰি গুণ গায়া
ফুৰে মহা মহন্তসকল॥

[ না ঘো ৭৮-৯০ ]

পৰম নিপুণ সৱে বুজিয়া শাস্ত্ৰৰ তত্ত্ব
হৰিপদ-পঙ্কজে ভজিয়া।

হৰি কীৰ্তনৰ মহা নিৰ্ভৰ আনন্দে মজি
থাকে সুখে মুকুতি তেজিয়া ॥

[না ঘো ৯১]

হৰিনাম প্ৰেম-ৰস অমৃত-নিধিক বান্ধি
গুপ্ত কৰি থৈলা দেৱগণে ।

[না. ঘো. ১১২]

পৰম মঙ্গল কৃষ্ণ যশ যাত পৰে আন নাহি ৰস
পৰম আনন্দ সমুদ্ৰে মজি ৰহয় ।

[না. ঘো. ৬৮৩]

এহিমতে ভক্তিৰস মিলিল যাহাৰ ।
লভে মহা আনন্দ গুছয় অহঙ্কাৰ ॥

ভক্তিৰস বঢ়াই নাশ কৰিয়ো সংসাৰ ।
ভকতি ৰসত পূৰ্ণ হুয়া থাকে হিয়া ॥

সমস্ত লোকৰ তাপহাৰী কৃষ্ণ যশ ।
তাহাক গায়ন্তে মিলে মহা প্ৰেম ৰস ॥

[গোপালচৰণ-৩য় স্কন্ধ]

ঝৰিলা লোতক নয়নৰ বিপৰীত ।
মহা প্ৰেমৰসে ৰাজা ভৈলা আকুলিত ॥

ব্ৰহ্মানন্দ সুখত মজিলা পৃথুৰায় ।
ভকতি ৰসত ভৈলা তন্ময় পৰায় ॥

[৪ৰ্থ স্কন্ধ]

এনেকৈ নানা স্থলত সাধুসকলে ভক্তিক ৰস আনন্দ বা নিঃসীম সুখস্বৰূপ বুলি উল্লেখ কৰিছে। কিন্তু এই ৰস যে শৃঙ্গাৰ আদি প্ৰসিদ্ধ ৰসৰ অন্যতম বা তাতকৈ অতিৰিক্ত এক প্ৰকাৰ নাইবা শৃঙ্গাৰ আদি ৰসেই ভগৱদ্‌বিষয়ক হলে ভক্তিৰস হয় অথবা শৃঙ্গাৰ আদি ৰসেৰে মূলীভূত ৰস ভক্তি—এই কথা স্পষ্টকৈ ক'তো কোৱা নাই।

'ৰস' শব্দই পাৰিভাষিকভাৱে কাব্যানন্দ বা কলাৰদ্বাৰা ব্যঞ্জিত আনন্দক বুজায়।

*ভক্তিত ৰস শব্দৰ অৰ্থ যৌগিক*

তাৰ যৌগিক অৰ্থ হ'ল—"ৰস্যতে ইতি ৰসঃ।" [সাহিত্যদৰ্পণ—১।৩]; এই বুৎপত্তি অনুসাৰে উচ্চল আনন্দ মাত্ৰতে 'ৰস' শব্দৰ ব্যৱহাৰ চলে; যেনে–'ৰতিৰস ইত্যাদি। অসমৰ বৈষ্ণৱ সাহিত্যত এই যৌগিক অৰ্থতে 'ভক্তি'ত ৰস শব্দ প্ৰয়োগ কৰা হৈছে।

*বোপদেৱৰ দৃষ্টিত ভক্তি-ৰস*

খৃষ্টীয় ত্ৰয়োদশ শতকৰ ভক্ত বোপদেৱ গোস্বামীয়ে "মুক্তাফল" গ্ৰন্থত বিষ্ণু-ভক্তৰ লক্ষণ আৰু ভেদ নিৰ্ণয় কৰিবলৈ গৈ কৈছে যে এক ভক্তি-ৰসেই হাস্য, শৃঙ্গাৰ, কৰুণ ৰৌদ্ৰ, বীৰ, ভয়ানক বীভৎস, অদ্ভুত আৰু শান্ত এই ন-প্ৰকাৰ আস্বাদিত হয় হেতুকে তদনুসাৰে ভক্তও ন-বিধ।[৯] হেমাদ্ৰিৰ নামত প্ৰচলিত মুক্তাফলৰ টীকাত এই কথাৰ ব্যাখ্যা কৰি কোৱা হৈছে যে ভক্তি-ৰসৰ অনুভৱ হয় যাৰ তাকে ভক্ত বোলা হয়; যেনেকৈ তৃপ্তি অনুভৱ কৰোতাজনক তৃপ্ত বুলি কোৱা হয়। সেই ভক্তিৰ অনুভৱ হাস্যাদিভঙ্গিভেদে ন-প্ৰকাৰ। হাস্য প্ৰভৃতিয়ে ভগৱন্তত প্ৰযুক্ত হলে ভক্তিলক্ষণাক্ৰান্ত হয় হেতুকে ভক্তিৰসৰূপতা প্ৰাপ্ত হয়।[১০] ইয়াৰ পাছত বোপদেৱে কৈছে যে ব্যাসাদিৰদ্বাৰা বৰ্ণিত বিষ্ণুৰ বা বিষ্ণু ভক্তসকলৰ নৱ-ৰসাত্মক চৰিত্ৰৰ শ্ৰৱণাদিৰপৰা হৃদয়ত যি চমৎকাৰ আনন্দ ওপজে সেয়ে ভক্তি-ৰস।[১১]

*গৌড়ীয় বৈষ্ণৱৰ দৃষ্টিত ভক্তি-ৰস*

গৌড়ীয় বৈষ্ণৱসকলৰ মতে কাব্য-ৰসিকৰ দৃষ্টিত বৈষ্ণৱ সাহিত্যৰ ৰস এটা মাত্ৰ, সেইটো হৈছে ভক্তি-ৰস। মূলীভূত ভক্তিৰস মুখ্য গৌণভেদে দুই ভাগে বিভক্ত। শ্ৰীকৃষ্ণ-বিষয়ক শান্ত, দাস্য, সখ্য, বাৎসল্য আৰু মধুৰ (ভগৱদ্‌বিষয়ক শৃঙ্গাৰ) এই পাঁচ প্ৰকাৰ মুখ্য ভক্তিৰস, শ্ৰীকৃষ্ণ বিষয়ক হাস্য, অদ্ভুত, বীৰ, কৰুণ, ৰৌদ্ৰ, বীভৎস আৰু ভয় এই সাত প্ৰকাৰৰ গৌণ ভক্তিৰস।[১২]

---

৯ স নৱধা ভক্তঃ। ভক্তিৰসস্যৈৱ হাস্য-শৃঙ্গাৰ-কৰুণ-ৰৌদ্ৰ-ভয়ানক বীভৎস-শান্তাদ্ভুত-বীৰৰূপেণানুভৱাৎ। (মুক্তাফল ১১/১, বৃত্তি)

১০. ভক্তিৰসানুভৱাচ্চ ভক্তঃ। যথা তৃপ্ত্যনুভৱাত্তৃপ্ত ইত্যুচ্যতে। স চানুভৱো নৱধা হাস্যাদিভঙ্গিভেদেন। হাস্যাদয় এৱ হি ভগৱতি প্ৰযুজ্যমানাঃ তস্মাৎকেনাপ্যুপায়েন মনঃ কৃষ্ণে নিৱেশয়েদি" তি ভক্তিলক্ষণাক্ৰান্তত্বাদ্ "ভক্তিৰস" পদৱীমাসাদয়ন্তীতি ভাৱঃ। (মুক্তাফল টীকা)

১১. ব্যাসাদিভিৰৰ্ণিতস্য বিষ্ণোৰ্বিষ্ণুভক্তানাং বা চৰিত্ৰস্য নৱৰসাত্মকস্য শ্ৰৱণাদিনা জনিতশ্চমৎকাৰো ভক্তিৰসঃ।" (মুক্তাফল ১১শ অধ্যায়)

১২.
ভক্তিভেদে ৰতিভেদ পঞ্চ পৰকাৰ।
শান্ত ৰতি দাস্য ৰতি সখ্য ৰতি আৰ॥
বাৎসল্য ৰতি মধুৰ ৰতি পঞ্চ বিভেদ।
ৰতি ভেদে কৃষ্ণ ভক্তিৰস পঞ্চ ভেদ॥
শান্ত দাস্য সখ্য বাৎসল্য মধুৰ ৰস নাম।
কৃষ্ণ ভক্তিৰস মধ্যে এপঞ্চ প্ৰধান॥
হাস্যাদ্ভুত বীৰ কৰুণ ৰৌদ্ৰ বীভৎস ভয়।
পঞ্চবিধ ভক্তে গৌণ সপ্তৰস হয়॥

এওঁলোকে ধিদৰে ভগৱদ্‌বিষয়ক শৃঙ্গাৰ আদি ৰসকহে ভক্তি ৰসমূলক বুলি কৈছে আৰু কাব্য-ৰসিকৰ প্ৰসিদ্ধ শান্তাদি সমস্ত ৰসেই ভগৱদ্ বিষয়ক হলে ভক্তি-ৰস হয় বুলি স্পষ্টকৈ কৈছে অসমীয়া বৈষ্ণৱসকলে সেইদৰে স্পষ্টভাৱে এনেকুৱা কথা ক'তো কোৱা নাই। প্ৰাণীয়ে নিজক ভাল পায়; প্ৰাণীৰ সেই আত্মপ্ৰীতি আৰু জাগতিক বিষয়ক ভালপোৱাৰূপ সৰ্ব বিষয়ক ৰতিৰে মূল উৎস যে ভগৱৎপ্ৰীতি এই কথা এওঁলোকেও স্পষ্টকৈ কৈছে। যেনে—

*অসমীয়া বৈষ্ণৱৰ সম্মত ভক্তি-ৰস*

সমস্তৰে আত্মা নাৰায়ণ        আত্ম সুখে ৰতি সৰ্বক্ষণ

[ না. ঘো. ৬৩৫ ]

যি হেতু চৈতন্যপূৰ্ণ        পৰমাত্মা ৰূপে হৰি
হৃদয়ত আছন্ত প্ৰকাশি।
তাতেসে ইন্দ্ৰিয়গণ        ভূত প্ৰাণ বুদ্ধি মন
প্ৰৱৰ্তে যতেক জড়ৰাশি ॥

[ না. ঘো. ২২ ]

জগতত‌ে কৃষ্ণ        কৰিছা নিবাস
জগতে তাস্ত ৰময়।
এতেকেসে তাঙ্ক        বুলি বাসুদেৱ
নামৰ ইটো নিৰ্ণয় ॥ *

[ না ঘো. ১৮১ ]

যি হেতু কৃষ্ণেসে আত্মা        এতেকেসে জীৱৰাশি
নিৰন্তৰে আনন্দ লভয়।

[ না ঘো ১৭৯ ]

ইয়াৰদ্বাৰা এইটো স্পষ্ট হৈছে যে লৌকিক আনন্দই বোলক বা কলাৰ ৰসেই বোলক সকলো সুখৰে স্বৰূপভূত তত্ত্ব হ'ল ভগবান আৰু প্ৰীতি বা ভালপোৱাৰ স্বৰূপভূত বস্তু হৈছে সেই মূলীভূত ভগৱৎপ্ৰীতি, আত্মপ্ৰীতি বা ভক্তি। এই আত্মপ্ৰেম বা ভগৱদ্ ৰতি বিষয় আদিৰ মাজেদি প্ৰকাশিত হলে তাৰ আচল ৰূপটি মায়াবৃত থাকে আৰু সাহিত্যাদি কলাৰ প্ৰভাৱত উদ্ৰিক্ত ৰতি, শোক আদি স্থায়ী ভাৱক লৈ প্ৰকাশিত

---

পঞ্চৰস স্থায়ী ব্যাপি ৰহে ভক্ত মনে।
সপ্ত গৌণ আগন্তুক পাইয়ে কাৰণে ॥
( শ্ৰীচৈতন্য চৰিতামৃত. মধ্যলীলা ১৯ পৰিচ্ছেদ )

* পাঠান্তৰ :—        জগতত‌ে কৰি        আছন্তে নিবাস
জগতো তান্তে ৰময়।
এতেকেসে তাঙ্ক        বুলি বাসুদেৱ
নামৰ দিব্য অন্বয় ॥ ১৮১

হলেও তাত কান্তাদি বিষয়ক বত্স্যাদি ভাৱৰ সংস্ৰৱ থাকে গতিকে তাতো ভাৰ আচল ৰূপটি প্ৰকট নহয়। সেই কাৰণে যেতিয়া জ্ঞাতসাৰেই হ'ক বা অজ্ঞাতসাৰেই হ'ক ভগৱদ্ৰতিয়ে মায়িক বিষয়ৰ সংস্পৰ্শহীনভাৱে কেৱল বিষ্ণু বিষয়ক হৈ উঠে তেতিয়া ভগৱৎস্বৰূপানন্দৰ ওপৰৰ মায়াৰ আৱৰণ সুলকি পৰে আৰু পৰিপূৰ্ণ আনন্দৰূপতা প্ৰকট হৈ উঠে। সেয়েহে যেতিয়া ভগৱান্ শ্ৰীকৃষ্ণই বৃন্দাৱনত ব্ৰহ্মাৰ মোহৰ অৰ্থে গোৰক্ষ দামুৰী ৰূপ ধৰিছিল তেতিয়া সেইবিলাকৰ প্ৰতি অকল সিহঁতৰ মাক-বাপেকৰ নহয় আনৰো প্ৰীতি বা স্নেহ পৰিপুষ্ট হৈ উচ্চল আনন্দত হৃদয় ভৰি গৈছিল—

বিদূৰৰ পৰা পাছে বৎসক দেখিল।
মিলিল আনন্দ মন চেতন হৰিল॥
আনন্দতে আপুনাকো পাসৰি লৰৱে।
বেগে ঝাম্প দিয়া পৰ্বতৰপৰা পৰে॥

* * *

গিলে যেন অঙ্গক চেলেকে সৰ্ব গাৱ।
পুলকিত তনু উপজিলা প্ৰেম ভাৱ॥
আনন্দ সাগৰে মন মজিল একান্ত।
গোৱালৰ শুনা আৰে যি ভৈলা বৃত্তান্ত॥

* * *

দৰশনে পুত্ৰক জুৰাই গোপগণ।
স্নেহ ৰস সাগৰত নিমজিল মন।

* * *

ঝৰে নীৰ হৰিষতে তনু ৰোমাঞ্চিত।
মিলে ব্ৰহ্মানন্দ দেখো কিনো বিপৰীত॥
জগতৰে আত্মা কৃষ্ণ তান্ত যেন মতে।
অনুক্ষণে যিটো স্নেহ আছিল পূৰ্বতে॥
সেহিমত নিজৰ তনয়ত বাঢ়ে স্নেহ।
আসম্বাৰ দেখো আজি পৰম সন্দেহ॥
মোৰ কিয় আসম্বাত অতিৰেক দয়া।
দেৱে কি অসুৰে কিবা পাতি আছে মায়া॥

[ দশম স্কন্ধ ৪৩০-৪২ ]

সমস্ত ৰসেই যদি ভক্তি-ৰসৰে প্ৰকাশবিশেষ হয় তেন্তে তাক নানা ৰসৰ ভিতৰত অন্যতম বুলি কব নোৱাৰি, আত্মপ্ৰীতি ভগৱদ্ৰতি বা ভক্তি আৰু ৰস যস্তুতঃ একেই,

উপাধিভেদে এয়ে নানা ৰসস্বৰূপে প্ৰতীত হয়। গতিকে জীৱাত্মাৰ ভিতৰত পৰমাত্মাৰ দৰে, ভিন্ ভিন্ কাপোৰত সূতাৰ দৰে, নানা জলাশয়ত প্ৰতিবিম্বিত সূৰ্য-বিম্বৰ দৰে সমস্ত কাব্য, নাট্য আদিৰ ৰসতে অনুস্যূতভাৱে থাকিও ই অতি উৰ্দ্ধত অৱস্থিত, পৰমাত্মাৰ স্বৰূপজ্ঞান হ'লে যিদৰে জীৱাত্মাবোৰ অপূৰ্ণ, অসত্য বা মায়িক বুলি প্ৰতীত হয় ভক্তি-ৰসৰ আস্বাদ পালে সেইদৰে অন্যান্য ৰস বা সুখবিলাক অপূৰ্ণ, অসত্য আৰু মায়িক বুলি প্ৰতীত হয়। গতিকে আলঙ্কাৰিকৰ দৃষ্টিত প্ৰসিদ্ধ নৱৰসৰ বাহিৰে 'ভক্তি-ৰস' নামৰ অতিৰিক্ত এবিধ ৰস স্বীকাৰৰ প্ৰয়োজনীয়তা এওঁলোকে উপলব্ধি কৰা নাছিল।

দ্বিতীয় স্কন্ধৰ পদত শ্ৰীশঙ্কৰে প্ৰাথনা কৰিছে—

সেহি কৃপাময় মোৰ বাক্যচয়
অলঙ্কৃত কৰন্তোক।
শৃঙ্গাৰাদি নানা ৰসে বাজ হৌক
আনন্দে লোকে শুনোক॥

[ ২য় স্ক. ৪৭৭ ]

এই পদটি "সোঽলঙ্কৃষীষ্টাখিলকৃদ্‌ৱচাংসি মে" এই ভাগৱত শ্লোকাংশৰ অনুবাদ। মূল শ্লোকত শৃঙ্গাৰাদি ৰসৰ কথা নাই, টীকাত শ্ৰীধৰস্বামীপাদে কৈছে যে—

ইদানীং স্বৱাচং শ্ৰোতৃজনাহ্লাদিনীং শৃঙ্গাৰ করুণাদিশোভাং প্ৰাৰ্থয়তে।

ইয়াৰদ্বাৰা ভাগবত-কথাই যে আলঙ্কাৰিকসকলৰ অভিমত শৃঙ্গাৰ আদি ৰসেৰে পৰিবেশন কৰিব তাৰেহে ইঙ্গিত দিয়া হৈছে তাৰপৰা বাঞ্ছিত ৰসক 'ভক্তি-ৰস' বুলি উল্লেখ কৰা নাই।

শৃঙ্গাৰ ৰসে যাৰ আছে ৰতি।
আৰু শুনি হৌক নিৰ্মল মতি॥

[ কী ১১।১৫।১৬৮ ]

ইয়াতো শৃঙ্গাৰ-ৰসৰ আস্বাদ লাভৰ কাৰণেহে 'ৰাসক্ৰীড়া-কথা' শ্ৰৱণ কৰিবলৈ উপদেশ দিয়া হৈছে। ভগৱদ্‌বিষয়ক কথাৰপৰা ব্যঞ্জিত হোৱা শৃঙ্গাৰ ৰসাস্বাদৰদ্বাৰা চিত্ত নিৰ্মল বা ভগৱদ্-ভক্তিৰ উপযোগী হয় বুলি যদিও কোৱা হৈছে তথাপি তাৰদ্বাৰা ৰাসক্ৰীড়াকথা যে সাক্ষাদ্‌ভাৱে ভক্তি-ৰস বা প্ৰেম-ৰসৰ হেতু এই বিষয়ে কোনো ইঙ্গিত দিয়া হোৱা নাই। যদি অতিৰিক্ত 'ভক্তি-ৰস' মানোতাসকলৰ দৰে ভগৱদ্‌বিষয়ক

শৃঙ্গাৰ আদিয়ে ভক্তি-ৰস বুলি এওঁলোকেও ভাবিছিলেহেঁতেন তেন্তে ইয়াত ভাগৱত প্ৰসঙ্গ ৰসক 'ভক্তি-ৰস' বুলি স্পষ্টভাৱে উল্লেখ কৰিলেহেঁতেন।

*এই বিষয়ে আনন্দবৰ্দ্ধনাচাৰ্যৰ সন্মতি*

ভক্তি যে কবি-প্ৰসিদ্ধ ৰসৰ উৰ্দ্ধত অৱস্থিত এই বিষয়ে সৰ্বশ্ৰেষ্ঠ আলঙ্কাৰিক আৰু অন্যতম দাৰ্শনিক আনন্দৱৰ্দ্ধনাচাৰ্যৰো পূৰ্ণ সন্মতি পোৱা যায়।

> যা ব্যাপাৰৱতী ৰসং ৰসয়িতুং দৃষ্টিঃ কৱীনাং নৱা
> দৃষ্টিৰ্যা পৰমাৰ্থৱস্তু বিষযোন্মেষা চ বৈপশ্চিতী।
> তে দ্বে অপ্যৱলম্ব্য বিশ্বমখিলং নিৰ্ৱৰ্ণয়ন্তো ৱয়ম্
> শ্ৰান্তা নৈৱ তু লব্ধমব্ধিশয়ন ত্বদ্‌ভক্তিতুল্যং সুখম্॥
>
> (ধ্বন্যালোকবৃত্তি)

ইয়াৰ অৰ্থ হ'ল :—

'নানা ৰসৰ আস্বাদ কৰিব আৰু কৰাবৰ অৰ্থে ব্যাপৃত কৱিসকলৰ নৱ নৱ দৃষ্টি আৰু পৰমাৰ্থবস্তুৰ প্ৰকাশত ব্যাপৃত দাৰ্শনিকসকলৰ তাত্ত্বিক দৃষ্টি—এই উভয় দৃষ্টিতে আমি সমগ্ৰ বিশ্বক বুজিছোঁ আৰু তাৰ (বিশ্বৰ) স্বৰূপ বৰ্ণনা কৰিছোঁ। আজীৱন এইদৰে বিশ্বদৰ্শন আৰু বিশ্ববৰ্ণন কৰি কৰি এতিয়া আমি পৰিশ্ৰান্ত হৈ পৰিছোঁ। কিন্তু, হে জলশায়িনাৰায়ণ, তোমাক ভালপোৱা ৰূপ ভক্তিত যি সুখ তেনে সুখলাভ আমাৰ ভাগ্যত নঘটিল।'

সাহিত্য বা কাব্য-নাট্য আদিৰ সহায়ত উপলব্ধ ৰসৰ তুলনাত যে ভক্তিসুখ অধিক এই কথাকে ইয়াতে কোৱা হৈছে।

ইয়াতে আপত্তি এই যে, কান্তাদিবিষয়ক ৰতি আদি স্থায়ীভাৱৰ, শৃঙ্গাৰ আদি ৰস স্বীকাৰ কৰাৰ দৰে ভগৱদ্ বিষয়ক্ ৰতি বা ভক্তি স্থায়ীভাৱৰ, 'ভক্তিৰস' স্বীকাৰ

*অসমীয়া বৈষ্ণৱ সাহিত্যৰ ৰস বিচাৰ*

নকৰিলে বৈষ্ণৱ কৱিসকলৰ প্ৰণীত এই বিপুল বৈষ্ণৱ সাহিত্যৰ ব্যৱস্থা কি হব? যদি এইবিলাকৰদ্বাৰা কৱিপ্ৰসিদ্ধ সাহিত্যৰ প্ৰাণস্বৰূপ ৰসৰ স্ফুৰণ নহয় বুলি কোৱা হয় তেন্তে এইবিলাকক সাহিত্য বোলা হব কি যুক্তিত? যদি সাহিত্যই হয় তেন্তে তাৰপৰা কোনো ৰসৰ স্ফুৰণ নহব কিয়? গতিকে এইবিলাককো ৰসাত্মক সাহিত্য বুলি বুজিবলৈ হলে তাৰপৰা কি কি ৰস ব্যঞ্জিত হয় সেইটোৰ বিচাৰ একান্ত আৱশ্যক।

এই আপত্তিৰ উত্তৰত বক্তব্য এই যে শান্তৰসৰ স্থায়ীভাৱ শম বা নিৰ্বেদ; অৰ্থাৎ

*শান্ত ৰসৰ স্বৰূপ*

এই শম অৱস্থাত একো বাহ্য বিষয়ৰ প্ৰতি আকৰ্ষণ বা আসক্তি নাথাকে। নাট্যশাস্ত্ৰত কোৱা হৈছে :—

ন যত্র সুখং ন দুঃখং ন দ্বেষো নাপিমৎসৰঃ।
সমঃ সৰ্বেষু-ভূতেষু স শান্তঃ প্ৰথিতো ৰসঃ ॥

[নাট্যশাস্ত্ৰ ৬।১০৬]

য'ত সুখ, দুখ, দ্বেষ-মাৎসৰ্য একো নাথাকে সৰ্বভূতত সমদৃষ্টিৰূপ সেয়ে শান্তৰস। আনন্দবৰ্দ্ধনে এই শমভাৱকে 'তৃষ্ণাক্ষয়' সুখ; ৰুদ্ৰটে সম্যকৃজ্ঞান; অভিনৱগুপ্তই মোক্ষৰ হেতুভূত-তত্ত্বজ্ঞান, আত্মজ্ঞান বা আত্মস্বৰূপ বুলিছে। গতিকে আত্মাৰাম যোগী, সমস্তকে বিষ্ণুৰূপে উপলব্ধি কৰোতা জ্ঞানী আৰু একান্ত ভগৱদ্‌ভক্ত এই তিনিৰো এই শম ভাৱটি অনুবৃত্তভাৱে থকা দেখা যায়। এই তিনিও অৱস্থাতে চিত্তৰ শম নামৰ ভাৱটি চিদানন্দৰূপ আত্মাৰ উপাধিৰূপে থাকে গতিকে এই তিনি বিধেই শান্ত অৱস্থা। এইদৰে সাহিত্যৰদ্বাৰা অভিব্যক্ত শান্তৰসো তিনিবিধ হব পাৰে। যেতিয়া সাহিত্য বা কৱিৰ উপলব্ধিৰদ্বাৰা উপস্থাপিত, সাধাৰণীকৃত সেই সেই বিভাৱ, অনুভাৱ আৰু সঞ্চাৰী ভাৱৰ সহযোগত সামাজিকৰ হৃদয়স্থ সেই শম ভাৱটি উদ্রিক্ত বা আস্বাদিত হয় তাকে বোলা হয় শান্তৰস।

ভাগৱতৰ পঞ্চমস্কন্ধত যোগীশ্বৰ ভগবান ঋষভৰ কথা বৰ্ণনা প্ৰসঙ্গত শান্তৰসৰ স্বৰূপ নিৰ্ণয় কৰিছে এইদৰে :—

*ঋষভদেৱৰ যোগানন্দত শান্তৰসৰ প্ৰকাশ*

শৰীৰ বাজৰ বৃত্তি আছে যত যত।
সৱাকো তেজিয়া পাছে ভৈলা উপৰত ॥
নাহি অনুসন্ধান কিঞ্চিতো শৰীৰত।
প্ৰমত্তৰ গায়ে যেন আৰিলেক বস্ত্ৰ ॥
সেহিমতে শৰীৰকো নেদেখিল আৰ।
উপাধি ভাঁগিল জীৱ ভৈল আত্মপৰ ॥

[ভাগৱত ৫ম ১৬।১১-১২]

ইয়ত উপস্থাপিত শৰীৰ আদি বাহ্য বিষয়বিলাক আলম্বন বিভাৱ, তাৰ অনিত্যতা দুঃখময়তা আদি ধৰ্মবোৰ উদ্দীপন বিভাৱ।[১৩] উন্মত্ত লোকৰদৰে চলন-ফুৰণবিলাক অনুভাৱ সংসাৰৰ প্ৰতি হেয় ভাৱ বা ঘিণ আদি সঞ্চাৰীভাৱ, আৰু আত্মজ্ঞান তৃষ্ণাক্ষয় ৰিয়ে হ'ক সেই আত্মস্বৰূপেই শম নামৰ স্থায়ীভাৱ। এই

---

১৩ ৰত্যাদি স্থায়ীভাৱে যিটো বস্তুক অৱলম্বন কৰে তাকে আলম্বন বিভাৱ বোলে। যেনে "অভিজ্ঞান শকুন্তলা" নাটকত ৰজা দুষ্মন্তৰ ৰতি বা অনুৰাগৰ আলম্বন আছিল শকুন্তলা। যিবিলাকৰ সহায়ত ৰত্যাদিভাৱ উদ্দীপ্ত হয় তাকে বোলে উদ্দীপন বিভাৱ। যেনে ৰজা দুষ্মন্তৰ শকুন্তলা বিষয়ক ৰতিৰ উদ্দীপক বসন্ত কাল, আশ্ৰমৰ নিৰ্জনতা, ভ্ৰমৰ গুঞ্জন ইত্যাদি।

বৰ্ণনা শুনোতা সহৃদয় সামাজিকৰ চিত্তস্থ শম ভাৱটি উক্ত বিভাৱ আদিৰ সহযোগত উদ্ৰিক্ত হৈ আস্বাদিত বা ৰসতাপ্ৰাপ্ত হয়। পণ্ডিতে এই কাব্য শান্তৰসাত্মক হৈছে।

*দেৱহূতিৰ জ্ঞানানন্দত শান্ত ৰসৰ প্ৰকাশ*

তৃতীয় স্কন্ধত দেৱহূতি দেৱীৰ বৰ্ণনাত যি বিভাৱ আদি ব্যঞ্জিত হৈছে তাতো এই শমভাৱক আশ্ৰয় কৰি হোৱা শান্ত ৰসৰ লক্ষণ পোৱা যায়।

বদতি মৈত্ৰেয় মুনি বিতুৰ থাকিও শুনি
দেৱহূতি কৰিলন্ত যত।
ব্ৰহ্মক দেখিয়া মনে দেহে গেহে তেতিক্ষণে
ভৈল অতিশয় বিৰকত ॥

* * *

হেন দিব্য আশ্ৰমত ভৈলা দেৱী বিৰকত
কাকো কিছু বাক্য নোবোলন্ত।
কপিল প্ৰভুক মাত্ৰ ৰাত্ৰি দিনে সুমৰন্ত
মনে ধৰি চিন্তিয়া থাকন্ত ॥

* * *

আপোনাক নিৰন্তৰে সমস্ত প্ৰাণীত দেখে
দূৰ ভৈল ভেদভাৱ চয়।
জীৱৰ আশ্ৰয় যিটো ব্ৰহ্মৰূপী ভগৱন্ত
তান্ত মতি নিমজিল ওয় ॥

* * *

প্ৰাৰব্ধ কৰ্মৰ ফলে দেহক পালয় আতি
দেৱহূতি নিশ্চল থাকন্ত।
ৱাসুদেৱ ঈশ্বৰত প্ৰৱেশি থাকয় মতি
দেহ গেহ কিছু নজানন্ত ॥

[ ভাগৱত ৩য় স্কন্ধ ১৮৭৮-৮৭ ]

ইয়াত দেহ-গেহ আদি বা ব্ৰহ্মজ্ঞান আলম্বন বিভাৱ; কপিলৰ উপদেশ আদি উদ্দীপন বিভাৱ, দেহ-গেহৰ প্ৰতি অনাস্থা প্ৰদৰ্শন আদি অনুভাৱ, তাৰ প্ৰতি ঘিণ আদি সঞ্চাৰী ভাৱ আৰু বৈৰাগ্য বা আত্মজ্ঞানৰূপ শম স্থায়ীভাৱ।

*প্ৰহ্লাদৰ ভগৱৎ প্ৰেমত শান্ত ৰসৰ প্ৰকাশ*

সপ্তম স্কন্ধত যি পৰম ভাগৱত প্ৰহ্লাদৰ ভক্তিভাৱৰ বৰ্ণনা কৰা হৈছে তাতো এই শম স্থায়ীভাৱৰ শান্ত ৰসৰে স্ফূৰণ হয়। যেনে—

ইহ পৰলোকে যত সুখ ভোগ
দৃষ্ট শ্ৰুত আছে মানে।
বিষ্ঠা প্ৰায় যেন কৰিলন্ত তেন
দৈত্য সুত সৰ্বজানে॥

* * *

নৈসৰ্গিক নামে ৰতি প্ৰহ্লাদৰ ভৈল আতি
ঈশ্বৰত তান মাত্ৰ মন।
বালক কালত যত ক্ৰীড়াদ্ৰব্য নানা মত
দৈত্য সুতে এড়িলা যতন॥

* * *

ভোজন সময় বেলা জলপান বাক্য বোলা
এতেকত চিত্ত নাহিকয়।
গোৱিন্দক হৃদয়ত মনে সৱে এক কৰি
নিশেষ কাৰ্যত প্ৰৱৰ্ত্তয়॥
প্ৰেমভৰে অতিশয় কোনো বেলা কান্দে তয়
ধাৰে নীৰ নেত্ৰৰ বহয়ে।
বৈকুণ্ঠ চিন্তায়ে আতি ক্ষোভিত হোৱয় মন
চেতন নাথাকে তান গায়ে॥

[কেশৱচৰণ ৭ম স্কন্ধ]

ইয়াতে আপত্তি হয় এই যে, উক্ত উদাহৰণত ব্যঞ্জিত প্ৰহ্লাদৰ ভগৱদ্‌ভক্তি হ'ল ভগৱানৰ প্ৰতি অনুৰাগস্বৰূপ, শান্ত ৰসৰ স্থায়ীভাৱটি বৈৰাগ্যস্বৰূপ। গতিকে ই শান্ত

*ভগৱদ্‌ভক্তিৰ শান্ত ৰসত-প্ৰাপ্তিবিষয়ে আপত্তিৰ উত্তৰ*

ৰস হয় কেনেকৈ? ভগৱদ্বিষয়ক অনুৰাগ বা ভক্তি স্থায়ীভাৱৰ এটা অতিৰিক্ত 'ভক্তি-ৰস' স্বীকাৰ নকৰি ইয়াক হেচি-থেলি শান্ত ৰসৰ ভিতৰত সোমাই থোৱা হ'ল কিয়? ইয়াত আমাৰ বক্তব্য এই—বৈৰাগ্য বোলক, নিৰ্বেদ বোলক, তৃষ্ণাক্ষয় বোলক বা সুখ দুখ আদিৰ অভাৱেই বোলক বহিৰ্বিষয়পৰাঙ্‌মুখ চিত্তবৃত্তিয়ে যি শম বা শান্ত ৰসৰ

স্থায়ীভাৱ এই কথা সৰ্ববাদি-সন্মত। প্ৰহ্লাদৰ ভগৱদ্‌বিষয়ক চিত্তবৃত্তিও বহিৰ্বিষয়-পৰাংমুখভাৱে আছে যেতিয়া তাক শান্ত নুবুলি অতিৰিক্ত ৰসৰূপে স্বীকাৰ কৰাৰ কোনো আৱশ্যক নাই। নাট্যশাস্ত্ৰত যে শান্তত সুখ-দুখৰ অভাৱৰ কথা কোৱা হৈছে - সেই সুখ-দুখ প্ৰাকৃত বৈষয়িক সুখ-দুখ হে।[১৪] ভগৱদ্‌বিষয়ক আকৰ্ষণৰূপ ভক্তি পৰম সুখস্বৰূপ হলেও অপ্ৰাকৃত আৰু আত্মস্বৰূপৰ লগত অভিন্ন গতিকে তাত বৈষয়িক সুখৰ কোনো সংস্পৰ্শ নাই। সেইদৰে 'তৃষ্ণাক্ষয়' মানেও বিষয় তৃষ্ণাৰ অভাৱহে, ভগৱান্ পৰমাত্মাৰ প্ৰতি যি তৃষ্ণা বা অনুৰাগ সেইটো আত্মাৰ স্বভাৱ, সেই কাৰণেই ইয়াক 'নৈসৰ্গিক' ( স্বাভাৱিক ) ৰতি' বোলা হৈছে গতিকে সি নিত্য তাৰ ক্ষয়ৰ সম্ভাৱনাই নাই। ৰ'ত ভগৱদ্‌ভাৱ আবৃত নাথাকে অথচ আত্মৰূপে প্ৰকাশিত নহৈ স্বামী, প্ৰেমিক, সখা, মাতা পিতা, পুত্ৰ আদি ৰূপে মায়িক ব্যক্তিগত ঘনিষ্ঠ সম্পৰ্কৰ সহযোগত প্ৰকাশ পায় তাতো চিত্তৰ বহিৰ্বিষয়-পৰাংমুখতা বা মোক্ষসাধনৰূপ তত্ত্বজ্ঞানাত্মতা অথবা শমভাৱ থাকে কাৰণে তাতো শান্তৰ লক্ষণ পায়। তাত আত্মৰূপ ভগৱানেই অনুৰাগৰ বিষয়ৰূপে প্ৰকাশ হয়, গতিকে তদ্বিষয়ক ৰতিও বাস্তৱিক আত্মৰতিয়ে—বিষয়ানুৰাগ নহয়। "শৃঙ্গাৰ আদি যেই সেই ৰসেই ভগৱদ্‌বিষয়ক হলে তাৰ আলম্বনটি অধিক মহিমান্বিত হোৱাৰ কাৰণে যদি ৰসটিক 'ভক্তি-ৰস' বোলা হয় তেন্তে তাত আন আপত্তি নাথাকিলেও আলম্বনৰ ভেদ অনুসাৰে ৰসৰ নামভেদ স্বীকাৰ কৰা হ'ল, গতিকে নামতহে ভেদ হ'ল বস্তু একেই থাকিল অৰ্থাৎ নৱৰসৰ অতিৰিক্ত 'ভক্তি-ৰস' নামৰ ৰস-বিশেষ সিদ্ধ নহ'ল, নৱৰসৰ বিশেষ একোটাৰ নামহে সেইটো ( ভক্তি-ৰস ) খোৱা হ'ল। এয়ে হলে তাত আমাৰ আপত্তি কৰিবৰ একো নাই।

গতিকে পুৰণি অসমীয়া বৈষ্ণৱ-সাহিত্যত ভগৱদ্ ৰতিৰূপ 'শম' স্থায়ীভাৱৰ শান্ত ৰসেই মূল, প্ৰধান বা অঙ্গী ৰস। ভগৱদ্-ৰতি ব্যঞ্জিত হোৱাৰ কাৰণে তাকেই ভক্তসকলে 'ভক্তি-ৰস' বুলিও উল্লেখ কৰিছে। 'ৰাসক্ৰীড়া, হৰিশ্চন্দ্ৰ উপাখ্যান' আদি ভিন্ ভিন্ কাব্য বা নাট্যত শৃঙ্গাৰ, কৰুণ আদি ভিন্ ভিন্ ৰস আছে যদিও সেইবিলাক উক্ত শান্ত ৰসৰ অঙ্গ বা পৰিপোষকভাৱে ব্যভিচাৰী ৰসৰূপেহে প্ৰতীত হয় যেনে "কেলিগোপাল" নাটখনত গোপী-কৃষ্ণৰ সম্ভোগ আৰু বিৰহ-শৃঙ্গাৰৰস ব্যঞ্জিত হৈছে যদিও সি তাত প্ৰাধান্য লাভ কৰিব পৰা নাই। ইয়াত শ্ৰীকৃষ্ণ অকল এজন শৃঙ্গাৰ ৰসৰ নাট্যৰ নায়ক হিচাপে উপস্থিত হোৱা নাই, তেওঁ ভগৱান্, জগতৰ সৃষ্টি-স্থিতি-লয়-

*অসমীয়া বৈষ্ণৱ সাহিত্যত শান্ত ৰসেই প্ৰধান*

*'কেলিগোপাল' নাটৰ উদাহৰণ*

---

১৪ "যশ্চাস্মিন্ সুখাভাৱোঽপ্যুক্তঃ, তস্য বৈষয়িক-সুখপৰত্বান্ন বিৰোধঃ।"
[ সাহিত্যদৰ্পণ—৩।২৩৬ ]

কৰ্তা পৰমপুৰুষ, তেওঁৰ ৰূপ, কাৰ্য, শক্তি সকলো লোকাতীত অপ্ৰাকৃত লীলামাত্ৰ। গোপী-সকলো অকল শৃঙ্গাৰ-ৰসৰ নাট্যৰ নায়িকা নহয়, তেওঁলোকে ভগৱান শ্ৰীকৃষ্ণক অকল নায়কোচিত প্ৰণয়ৰ খাতিৰতেই যে ভাল পাইছিল এনে নহয়,তেওঁ ভগৱান পৰমাত্মা সমস্ত আনন্দৰ আকৰস্বৰূপ বুলিহে। এই কথা কৰিয়ে নানা স্থলত প্ৰকাশ কৰিছে।[১৫]

শ্ৰীকৃষ্ণৰ প্ৰতি যি প্ৰেম বা ভালপোৱা সেইটো নায়কৰ প্ৰতি নায়িকাৰ প্ৰেম নহয়, নদীৰ প্ৰতি জুৰিৰ টান নহয়—ভূমাৰ প্ৰতি অল্পৰ টান, মহাসমুদ্ৰৰ প্ৰতি নদ-নদীৰ সোঁত, পৰমাত্মাৰ প্ৰতি জীৱাত্মাৰ আকৰ্ষণ। এই নাটকৰদ্বাৰা ভগৱদ্‌ভক্ত সামাজিকৰ কান্তাদি-বিষয়ক ৰতি উদ্ৰিক্ত নহয়, সমস্ত বিষয়-বাসনা বিগলিত হয়, বাহ্যবস্তুৰ প্ৰতি যি প্ৰাকৃত অনুৰাগ তাৰ স্ফুৰণ নাথাকে; গতিকে চিত্ত বহিৰ্বিষয় বিৰক্ত হৈ পৰম নিৰ্মলভাৱে অৱস্থান কৰে। ভগবানৰ ৰূপ কাৰ্য আদি সকলো অলৌকিক, লৌকিক নাট্যৰ লৌকিক ৰূপ কাৰ্য আদিৰদ্বাৰা তাৰ অনুকৰণ বা অভিনয় সৰ্বতোভাৱে সম্ভৱপৰ নহয়। ইপিনে গোপীসকলৰ পৰিদৃশ্যমান ৰূপ কাৰ্যাদিৰদ্বাৰা তেওঁবিলাকৰ হৃদয়স্থ যি কান্ত-বিষয়ক ৰতিভাৱৰ সন্ধান পোৱা যায়, তাতকৈ, শ্ৰুত ৰূপ আৰু কাৰ্যৰদ্বাৰা তাৰ বিপৰীত 'শম' ভাৱৰ প্ৰকাশটিহে অধিক স্পষ্ট হৈ উঠে। গতিকে উক্ত নাটকত বিভাৱ আদি যিৰূপে দেখা গৈছে আৰু শুনা গৈছে সেই দুট ৰূপৰ পৰস্পৰে মিল নাই। দেখা ৰূপটি প্ৰাকৃত বা লৌকিক, গতিকে অভিনেয়, আৰু শুনা ৰূপটি অপ্ৰাকৃত বা লোকাতীত, গতিকে অভিনয়ৰে অতীত। দেখা ৰূপটিয়ে শৃঙ্গাৰ ৰস ব্যঞ্জিত কৰে যদিও, শুনা ৰূপটিয়ে শৃঙ্গাৰ ৰসৰ প্ৰতিমাত শান্তৰসৰ প্ৰাণপ্ৰতিষ্ঠা কৰে। অভিনৱ গুপ্তৰ সংগৃহীত শ্লোকত শান্তৰসক মোক্ষৰ হেতু বুলি কৈছে।[১৬] এই নাটকৰ কৰিয়েও ইয়াক

১৫. "সূত্ৰ—যে সকল সুৰাসুৰ-বন্দিত পাদপদ্ম, সকল সংসাৰ যাহেৰ ভ্ৰজনা, যাকেৰি নামে মহাপাপী সব সংসাৰ নিস্তৰৈ, সোহি পৰমেশ্বৰ শ্ৰীশ্ৰীগোপাল" ইত্যাদি।
"হে সখি! তোহো যশোদানন্দন নহ, জগত ৰাখিতে ব্ৰহ্মা প্ৰাথল, সে নিমিত্ত তোহো সৰ্ব অন্তৰ্যামী শ্ৰীকৃষ্ণ বেকত হয়াছ।" ইত্যাদি।

শ্ৰীকৃষ্ণ— ভকত বৎসল মোক জানি।
ভকতক দুঃখ দেখি হৃদি সহে নাহি॥
[কে. গো. ৩।২৪]

১৬. অত্ৰ সংগ্ৰহকাৰিকা—

মোক্ষাধ্যাত্মনিমিত্তস্তত্ত্বজ্ঞানাৰ্থহেতুসংযুক্তঃ।
নিঃশ্ৰেয়সধৰ্মযুক্তঃ শান্তৰসো নাম বিজ্ঞেয়ঃ॥
[অভিনৱভাৰতী—শান্তৰস প্ৰকৰণ]

(নাটখনক) মোক্ষৰ হেতু বুলিছে।[১৭] ইয়াৰদ্বাৰা এই নাটকত যে শান্তৰসেই প্ৰধান আৰু শৃঙ্গাৰ ৰস তাৰ ব্যভিচাৰী বা অঙ্গৰূপে থাকি তাৰেই পুষ্টি সাধন কৰিছে— সেইটো বুজা যায়। গতিকে ইয়াত শৃঙ্গাৰ ৰস শমভাৱ বা শান্তৰসৰ পোষক-হেতুৰূপে থকাটোহে কৰিৰ অভিপ্ৰেত। শৃঙ্গাৰ ৰসটি যাতে অধিক সমৃদ্ধ আৰু পৰিপুষ্ট হৈ শান্তৰসৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰে তাৰ বাবে কৰিৰ প্ৰয়াস নানা পিনেদি স্পষ্ট হৈ উঠিছে।

*অনেক ৰসৰ-সমা-বেশ-বিষয়ে ধ্বনি-কাৰৰ-উক্তি।*

সাহিত্যত অনেক ৰসৰ সমাৱেশ বিষয়ত ধ্বনিকাৰে কৈছে যে "কোনো এটা ৰসক অঙ্গী বা প্ৰধান কৰি তাৰ বিৰোধীয়ে হ'ক বা অবিৰোধীয়ে হ'ক আন কোনো ৰসক,অঙ্গীৰসৰ সমানে পৰিপুষ্ট কৰি তুলিব নালাগে, তেতিয়াহে অঙ্গাঙ্গী ৰসৰ অবিৰোধ বা যথোচিত সামঞ্জস্য ৰক্ষিত হয়"[১৮] অসমীয়া বৈষ্ণৱসকলৰ প্ৰণীত অঙ্কীয়া নাট বা বৈষ্ণৱ সাহিত্যত এই নীতি বঢ়িয়াকৈ অনুসৰণ কৰা হৈছে,—অৰ্থাৎ শৃঙ্গাৰাদি ৰস বা ভাৱৰদ্বাৰা ভগদ্‌ভক্তিৰ বা শান্তৰসৰ পুষ্টি-সাধন কৰা হৈছে, শৃঙ্গাৰ আদি আন ৰসে যাতে অতি সমৃদ্ধ হৈ নিজৰ প্ৰাধান্যেৰে সমগ্ৰ বৈষ্ণৱ সাহিত্যৰ প্ৰধানভূত শান্তৰসৰ মহিমা ক্ষুণ্ণ কৰিব নোৱাৰে, তাৰ বাবে মাজে মাজে জাগতিক বস্তুমাত্ৰৰে হেয়তা, ভগৱত্তত্ত্বৰ পৰম উপাদেয়তা, বিষ্ণুৰ নাম গুণ কৰ্মৰ উপাস্যতা, আৰু বিষ্ণু ভক্তজনৰ শ্ৰেষ্ঠতা উপস্থাপনৰদ্বাৰা শৃঙ্গাৰ আদি ৰসান্তৰৰ ধাৰা প্ৰতিহত কৰা হৈছে। সেই কাৰণে অঙ্কীয়া নাটবিলাক আন পৰিপুৰ্ণাঙ্গ নাটকৰ তুলনাত বিকলাঙ্গ হৈ পৰিছে যদিও তাৰ প্ৰতি কৰিয়ে ভ্ৰূক্ষেপ কৰা নাই। ইয়াত পাত্ৰ পাত্ৰীৰ কথা বা অভিনয়তকৈ সূত্ৰধাৰৰ কথাই বেছি স্থান অধিকাৰ কৰি আছে, গতিকে নাট্যতকৈ কাব্যাংশ অধিক হৈ পৰিছে আৰু লগে লগে নাটকৰ মহিমা ক্ষুণ্ণ হৈছে। তথাপি শান্তৰসৰ প্ৰাধান্য ৰক্ষাৰ কাৰণেই ই নাটৰ দূষণ নহৈ ভূষণ হে হৈছে। যদি ইয়াত শান্ত ভিন্ন আন ৰসক মুখ্য বুলি ধৰা হয় তেতিয়াহে এই নাটক বিকলাঙ্গতা-দোষদুষ্ট হৈ পৰিব।

*শান্তৰস অভি-নয় যোগ্য নহয় অথচ শ্ৰেষ্ঠ।*

প্ৰাচীন আলঙ্কাৰিকসকলৰ কোনো কোনোৱে শান্তৰস অভিনয়ৰ অযোগ্য বুলি ভাবিছিল। তেওঁলোকৰ মতে সেই কাৰণেই মহামুনি ভৰতে শান্তক নাট্যৰূপে পৰিগণিত কৰা নাই।

---

১৭. ভো ভো সভাসদ! যূয়ং শৃণুত সাৱধানতঃ।
কেলিগোপালং নামেদং নাটকং মোক্ষসাধকম্॥ [ কেলিগোপাল ]

১৮. অবিৰোধী বিৰোধী বা ৰসোঽঙ্গিনি ৰসান্তৰে।
পৰিপোষং ন নেতব্যস্তথা স্যাদৱিৰোধিতা॥ [ ধ্বন্যালোক ৩।২৪ ]

নাট্যৰদ্বাৰা শমভাৱৰ পুষ্টি নঘটে—তাৰ অনুভাৱ অৰ্থাৎ যি'টো' শৰীৰত অভিব্যক্ত হৈ হৃদয়ত শমভাৱৰ উদ্ৰেক জন্মাব পাৰে তেনে নিয়ত অব্যভিচাৰী ভাৱোদয়ৰ চিহ্ন ইয়াত নাই। গতিকে ই অভিনেয় নহয়, এই কাৰণেই ৰস বিকলাঙ্গ, কিন্তু বিকালঙ্গ হলেও ৰস-সৌন্দৰ্য্যৰ পিনেদি শ্ৰেষ্ঠ।[১৯]

ৰতি, শোক আদি অন্যান্য ভাৱবিলাক কলাৰ সহযোগত ঐকান্তিক সুখস্বৰূপে আৰু প্ৰাকৃত লৌকিক ৰতি, শোক আদি ভাৱতকৈ অধিক মধুৰভাৱে ব্যঞ্জিত হয়। কিন্তু ভগৱদ্‌ভক্তিৰূপ শম ভাৱটি স্বৰূপতে পৰম আনন্দৰূপ, গতিকে কলাৰ সহযোগত ব্যঞ্জিত হলেও তাত প্ৰকৃত শমতকৈ কোনো অতিশয় বা ৰূপান্তৰ নঘটে অৰ্থাৎ প্ৰকৃত শান্তমতি ভগৱদ্‌ভক্তৰ ভক্তিৰূপ চিত্তবৃত্তিটি যি পৰিমিত উজ্জ্বল, মধুৰ আৰু অখণ্ডস্বৰূপ তাৰ তুলনাত কাব্য নাট্য আদিৰদ্বাৰা উপস্থাপিত বিভাৱ আদিৰ সহযোগত উদ্ৰিক্ত সামাজিকৰ ভগৱদ্‌ৰতিৰ উজ্জ্বলতা বা মধুৰতা অধিক নহয় এই কাৰণে বিকলাঙ্গ ৰসৰ নাটক বিকলাঙ্গ হোৱাটো দোষৰ নহয়—বৰঞ্চ গুণৰহে কথা।

*বৈষ্ণৱ-সাহিত্যত অন্যান্য ৰসক শান্তৰ মাজত বুৰাই ৰখা হৈছে*

এনেকৈ পুৰণি অসমৰ বৈষ্ণৱ-সাহিত্যত সুদীৰ্ঘ কবিভনিতা আৰু বিষ্ণু বৈষ্ণৱৰ মাহাত্ম্য-প্ৰকাশৰ দ্বাৰা সাহিত্যৰ অন্যান্য ৰসৰ ধাৰা প্ৰতিহত কৰি তাৰ ওপৰেদি শান্ত ৰসৰ ধাৰা বেছি প্ৰবলভাৱে প্ৰৱাহিত কৰা হৈছে। তেনে বৰ্ণনাৰদ্বাৰা শৃঙ্গাৰ আদি আন ৰসৰ মহিমা ক্ষুণ্ণ কৰি শান্ত ৰসত অধিক মহিমান্বিত আৰু গৌৰৱোজ্জ্বল কৰি তোলা হৈছে। শৃঙ্গাৰ আদি আন ৰসে যাতে অতিশয় পৰিপুষ্ট হৈ তেওঁলোকৰ সাহিত্যৰ প্ৰধানীভূত 'শান্ত ৰস'ৰ গতিৰোধ কৰিব নোৱাৰে—তাৰ বাবেই তেনেকৈ আন ৰসৰ পুষ্টিত বাধা দিয়া হৈছে। তেওঁলোকৰ ভাগৱত ধৰ্মৰ আদৰ্শ বা নীতি আদিক যিদৰে শান্ত ৰসৰ মাজত বুৰাই ৰখা হৈছে অন্যান্য ৰসকো সেইদৰে তাৰ ভিতৰতে বুৰাই ৰখাৰ ব্যৱস্থা কৰা হৈছে। তাত বৰ্ণিত কথা-বস্তু শান্ত ৰসৰ পোষক হোৱাৰ কাৰণে তাৰদ্বাৰা শান্ত ৰসৰ প্ৰবাহ প্ৰতিহত হোৱা নাই।

---

১৯ শমমপি কেচিৎ প্ৰাহুঃ পুষ্টিৰ্নাট্যেষু নৈতস্য। [দশৰূপক ৪।৩৫]
অতোঽনুভাৱ-ৰাহিত্যান্ন নাট্যেঽভিনয়ো ভৱেৎ।
ততোঽষ্টৌ স্থায়িনো ভাৱা নাট্যস্যোপযোগিনঃ॥
[ভাৱপ্ৰকাশন ১ম অধিকাৰ]
তস্মাচ্ছান্তৰসস্যৈৱং বিকলাঙ্গত্বমুচ্যতে।
অতোঽয়ং বিকলপ্ৰায়স্তথাপি শ্ৰেষ্ঠ উচ্যতে॥
[তথা ৬ষ্ঠ অধিকাৰ]

প্ৰাকৃত সাংসাৰিক মানৱৰ শান্ত ৰসোচিত বাসনাৰ বল কম থাকে, শৃঙ্গাৰ আদি আন ৰসৰ উপযোগী বাসনা স্বভাৱতে প্ৰবলতৰ; গতিকে তেওঁলোকৰ দৃষ্টিত শান্ত

*অঙ্কীয়া নাটৰ বিকলাঙ্গতা প্ৰতীতিৰ হেতু*

ৰসৰ মহিমাটি অস্পষ্ট থাকে কাৰণে, তাৰ ভিতৰত কাব্যৰ কথা-বস্তুৰ স্বৰূপটি সম্পূৰ্ণভাৱে ডুবি নাযায়; সেয়েহে শৃঙ্গাৰ আদি ৰসৰ মহিমাৰ লগে লগে আমাৰ মন আৰু সাহিত্যৰ মহিমাও ক্ষুণ্ণ হোৱা যেন লাগে। আচলতে হ'লে শান্ত ৰসক আশ্ৰয় কৰি সেই সাহিত্যৰ স্বৰূপ আৰু মহত্ত্ব সম্পূৰ্ণ উজ্জ্বলভাৱেই থাকে।

*বৈষ্ণৱ-সাহিত্যৰ বাচ্য, লক্ষ্য আৰু ব্যঙ্গ্য*

এই সাহিত্যত বিষ্ণু-বৈষ্ণৱৰ চৰিত্ৰ আৰু মাহাত্ম্য বাচ্য; বৈষ্ণৱ ধৰ্মৰ শ্ৰেষ্ঠতা আৰু উপাদেয়তা লক্ষ্য আৰু 'শান্ত ৰস' ব্যঙ্গ্য হোৱাৰ কাৰণে ইয়াৰ পৰিপূৰ্ণতা আৰু ৰসৱত্তাত কোনো সন্দেহৰ অৱকাশ নাই।

উপনিষদৰ অদ্বৈত-ব্ৰহ্মবাদৰ ভিত্তিত প্ৰতিষ্ঠিত, স্মৰণাতীত কালৰ পৰা নিৰৱচ্ছিন্ন-ভাৱে প্ৰবাহিত সাম্প্ৰদায়িক মৰ্যাদানুসাৰে প্ৰতিষ্ঠাপিত মঠ, মন্দিৰ, সত্ৰ, মবাহ, সৎসঙ্গ,

*গ্ৰন্থৰ উপসংহাৰ*

মহোৎসৱ আদি সুবিস্তৃত পৰিখা পৰিবেষ্টিত, শ্ৰীশঙ্কৰাচাৰ্য, শ্ৰীধৰস্বামী, বিষ্ণুপুৰী আদি দাৰ্শনিক ভক্তসকলৰ গৃহীত যুক্তিময় সুদৃঢ় প্ৰাচীৰ-পৰিবৃত, গীতা, ভাগৱত, বিষ্ণুপুৰাণ, পদ্মপুৰাণ আদি সুবিপুল বৈষ্ণৱ শাস্ত্ৰৰূপ দৃঢ়স্তম্ভোপৰি বিধৃত; পৰম বৈষ্ণৱ সাধু-সকলৰদ্বাৰা আচৰিত শ্ৰৌত-স্মাৰ্ত আদি নানাবিধ ক্ৰিয়াত্মক বিষ্ণু-ধৰ্মৰূপ প্ৰস্তৰৰাশি-গ্ৰথিত, শ্ৰীশঙ্কৰ, দামোদৰ, হৰিদেৱ, মাধৱদেৱ, ভট্টদেৱ, আদি পৰম ভাগৱতসকলৰ উপলব্ধি-সংগৃহীত ৰত্নৰাজি-খচিত; তেওঁলোকৰদ্বাৰা সমাহৃত, উদ্ভাৱিত, উজ্জীৱিত, প্ৰণীত, প্ৰচাৰিত কাব্য, নাট্য, নৃত্য, গীত, বাদ্য, স্থাপত্য, ভাস্কাৰ্য আদি নানাবিধ কলা-কৌশল-নিৰ্ম্মিত, শৃঙ্গাৰ আদি নানাবিধ ৰস ভাৱৰূপ-ভাৱনা-ভীৰিত; শান্ত ৰসাত্মক সুধা-ধৱলিত—এই ভাগৱত ধৰ্মৰূপ মহা সৌধৰ বিস্তৃত বৰ্ণনা বা সম্পূৰ্ণভাৱে তত্ত্ব-বিশ্লেষণ এই গ্ৰন্থত সম্ভৱপৰ নহয়। গতিকে, ইয়াত কেৱল অসমৰ বৈষ্ণৱসকলৰ গৃহীত দাৰ্শনিক দৃষ্টিৰ বিষয়েহে যথাসম্ভৱ সংক্ষিপ্ত আলোচনা এটি দেশৰ নিৰপেক্ষ দৰ্শনামোদী সজ্জনসকলৰ সেৱাৰ অৰ্থে আগবঢ়োৱা হ'ল। গ্ৰন্থ বিস্তৰ-ভয়ে বিস্তৃত আলোচনাৰ পৰা বিৰত থাকিলোঁ।

ক্বাহং মন্দমতিঃ কেয়ং প্ৰক্ৰিয়া সাধুসম্মতা।
তথাপি ভগৱৎপ্ৰীত্যৈ ব্যাপৃতা মে সৰস্বতী ॥

॥ শ্ৰীভগৱদ্বাসুদেৱচৰণে সমৰ্পিতমস্তু ॥

———

# গ্ৰন্থত উল্লিখিত গ্ৰন্থ আৰু গ্ৰন্থকাৰৰ নাম

অঙ্গিৰস সংহিতা ...

অনাদি পাতন শ্ৰীশঙ্কৰদেৱ

অভিনৱ ভাৰতী .... অভিনৱ গুপ্ত পাদ

অমৰকোষৰ টীকা ... ৰায়মুকুট

আই কনকলতা চৰিত ৰমাকান্ত আতৈ

আচাৰ্য সংহিতা .... ..

একাদশ স্কন্ধ ভাগৱত .... শ্ৰীশঙ্কৰদেৱ

ঋগ্বেদ সংহিতা . .

কঠোপনিষৎ ... ...

কথা-ভাগৱত শ্ৰীভট্টদেৱ

কথা-গীতা .. শ্ৰীভট্টদেৱ

কথা গুৰুচৰিত ... ...

কল্পদ্ৰুম ... অনন্ত কন্দলি

কান্তিমালা ভক্তিৰত্নাৱলী টীকা ... বিষ্ণুপুৰী স্বামী

কামৰূপ শাসনাৱলী ... মহামহোপাধ্যায় পদ্মনাথ ভট্টাচাৰ্য

কালকৌমুদী ... নীলাম্বৰাচাৰ্য্য

কালিকাপুৰাণ ...

কাব্যালঙ্কাৰ ... ৰুদ্ৰট

কীৰ্তন ... .. শ্ৰীশঙ্কৰদেৱ

কুৰুক্ষেত্ৰ ... ... শ্ৰীশঙ্কৰদেৱ

কেলিগোপাল নাট ... ”

গঙ্গাজল .. দামোদৰ মিশ্ৰ

গুৰুচৰিত ... .. ৰামচৰণ ঠাকুৰ

গুৰুচৰিত ... ... ভূষণ দ্বিজ

গুৰুচৰিত ... . দ্বিজ ৰামানন্দ

চতুৰ্থ স্কন্ধ ভাগৱত ... অনিৰুদ্ধ

ছান্দোগ্যোপনিষৎ . ...

| | | |
|---|---|---|
| জয়দ্ৰথ বধ | ... | কবিৰত্ন সৰস্বতী |
| তৈত্তিৰীয়াৰণ্যক | ... | ... |
| তৈত্তিৰীয়োপনিষৎ | ... | . |
| তোড়ল তন্ত্ৰ | | .. |
| তৃতীয় স্কন্ধ ভাগৱত | | গোপাল চৰণ দ্বিজ |
| দশম ... | | শ্ৰীশঙ্কৰদেৱ |
| দশৰূপক ... | . | ধনঞ্জয় |
| দীপিকা প্ৰৱৰ্ত্তিনী | .. | ... |
| দেৱজিৎ ... | .. | মাধৱ কন্দলি |
| দ্বাদশ স্কন্ধ ভাগৱত | ... | শ্ৰীশঙ্কৰদেৱ |
| দ্বিতীয় স্কন্ধ ভাগৱত | | " |
| দ্বৈত্যভক্তি সুধোদয় | ... | ৱাসুদেৱতীৰ্থ |
| ধ্বন্যালোক | . . | ধ্বনিকাৰ |
| ধ্বন্যালোক বৃত্তি | . . | আনন্দ ৱৰ্দ্ধনাচাৰ্য |
| নামঘোষা | . . | শ্ৰীমাধৱদেৱ |
| নাট্যশাস্ত্ৰ | . | মহামুনি ভৰত |
| নিমিনৱসিদ্ধসম্বাদ | | শ্ৰীশঙ্কৰদেৱ |
| পঞ্চম স্কন্ধ ভাগৱতপদ | ... | অনিৰুদ্ধ |
| পঞ্চদশী | . . | বিদ্যাৰণ্যমুনি |
| পদ্মপুৰান | . | .. |
| পাৰিজাত হৰণ | .. | শ্ৰীশঙ্কৰদেৱ |
| প্ৰয়োগৰত্নমালা | ... | শ্ৰীপুৰুষোত্তম বিদ্যাবাগীশ |
| প্ৰহ্লাদ চৰিত | | হেম সৰস্বতী |
| প্ৰথম স্কন্ধ ভাগৱত | . | শ্ৰীশঙ্কৰদেৱ |
| বঙ্গীয় সাহিত্য পৰিষৎ পত্ৰিকা | .. | মহামহোপাধ্যায় ড° হৰপ্ৰসাদ শাস্ত্ৰী |
| বৰগীত | ... | শ্ৰীশঙ্কৰদেৱ |
| বৰগীত | ... | শ্ৰীমাধৱদেৱ |
| বৰ্ষ প্ৰদীপ | ... | শ্ৰীধৰ ভট্ট |
| বভ্ৰুবাহনৰ যুদ্ধ | ... | শ্ৰীহৰিবৰ বিপ্ৰ |
| বিষ্ণুপুৰাণ | ... | ... |

| | | |
|---|---|---|
| বৃহদাৰণ্যকোপনিষৎ | . | ... |
| ৱেদান্ত দৰ্শন | ... | ... |
| ভক্তিৰসায়ন | | মধুসূদন সৰস্বতী |
| ভক্তিৰত্নাকৰ | . | শ্ৰীশঙ্কৰদেৱ |
| ভক্তিবিৱেক | . | শ্ৰীভট্টদেৱ |
| ভক্তি ৰত্নাৱলী | ... | বিষ্ণুপুৰী স্বামী |
| ভক্তি প্ৰদীপ | . | শ্ৰীশঙ্কৰদেৱ |
| ভক্তিবিৱেক পদ | ... | গোবিন্দ মিশ্ৰ |
| ভক্তিৰত্নাকৰ পদ | .. | ৰামচৰণ ঠাকুৰ |
| ভগৱদ্গীতা | . | ... |
| ভাগৱত | . | ... |
| ভাগৱতৰ ভাৱাৰ্থ দীপিকা | . | শ্ৰীধৰ স্বামী |
| ভাৱপ্ৰকাশ | | সাৰদাতনয় |
| মুখ প্ৰদীপ | . | কবি ভাৰতী |
| মহাভাৰত | | . . |
| মনুসংহিতা | .. | ... |
| মিতাক্ষৰা | .. | ৱিজ্ঞানেশ্বৰ |
| মুক্তাফল | ... | বোপদেৱ গোস্বামী |
| মুক্তাফল বৃত্তি | ... | হেমাদ্ৰি |
| মুণ্ডকোপনিষৎ | ... | ... |
| যাজ্ঞ্যবল্ক্য সংহিতা | ... | . |
| যোগিনীতন্ত্ৰ | ... | . |
| ৰসগঙ্গাধৰ | ... | পণ্ডিত ৰাজ জগন্নাথ |
| ৰত্নাৱলী | | শ্ৰীমাধৱদেৱ |
| ৰাম-বিজয় নাট | .. | শ্ৰীশঙ্কৰদেৱ |
| ৰামায়ণ | .. | মাধৱকন্দলি |
| ৰামায়ণ উত্তৰাকাণ্ড | .. | শ্ৰীশঙ্কৰদেৱ |
| ৰুক্মিণীহৰণ | ... | ,, |
| শতপথ ব্ৰাহ্মণ | ... | ... |
| শৰণ সংহিতা | ... | সুকবি |

| | | |
|---|---|---|
| শান্তিশতক-সুব্যক্ত পঞ্জিকা | ... | দামোদৰ মিশ্ৰ |
| শ্ৰাদ্ধ ভাষ্য | ... | নীলাম্বৰাচাৰ্য |
| শ্ৰীচৈতন্যচৰিতামৃত | ... | কবিৰাজ গোস্বামী |
| শ্ৰীবংশীগোপালদেৱৰ চৰিত | ... | ৰমানন্দ দ্বিজ |
| শ্ৰীশ্ৰীশঙ্কৰদেৱ-মাধৱদেৱৰ চৰিত | ... | দৈত্যাৰি ঠাকুৰ |
| শ্ৰীশ্ৰীশঙ্কৰদেৱ | ... | .. |
| শ্ৰীশ্ৰীশঙ্কৰদেৱ | ... | ড° মহেশ্বৰ নেওগ |
| সৰ্বোল্লাস তন্ত্ৰ | ... | . |
| সাত্বত তন্ত্ৰ | ... | ... |
| সাহিত্যদৰ্পণ | . | বিশ্বনাথ কবিৰাজ |
| সাত্যকি প্ৰৱেশ | ... | ৰুদ্ৰ কন্দলি |
| স্কন্দপুৰাণ | ... | .. |
| স্বল্পমৎস্য পুৰাণ | | . |
| স্মৃতিকৌমুদী | .... | মহামহোপাধ্যায় পীতাম্বৰ সিদ্ধান্তবাগীশ |
| স্মৃতিৰত্নাকৰ | . | বেদাচাৰ্য্য |
| স্মৃতিপদ্ম | ... | .. |
| স্মৃতিসাগৰসাৰ | . | দামোদৰ মিশ্ৰ |
| হস্তামলক পঞ্জিকা | .... | ... |
| হস্ত্যায়ুৰ্ব্বেদ | ... | মহৰ্ষি পালকাপ্য |
| হৰিশ্চন্দ্ৰ উপাখ্যান | .. | শ্ৰীশঙ্কৰদেৱ |
| Studies on Aspects of Assamese literature | ... | Gauhati University. |
| Journal of the Assam Research Society. | | |
| History of Dharmashastra | ... | মহামহোপাধ্যায় পি ভি কাণে |


—x—